নিৰ্মলপ্ৰভা বৰদলৈৰ

# শিশু সাহিত্য সম্ভাৰ



অসম শিশু সাহিত্য ন্যাস

গুৱাহাটী-২১

NIRMAL PRABHA BARDOLOIR SHISHU SAHITYA SAMBHAR : A collection of children's literature written by Dr. Nirmal Prabha Bardoloi and published by Hrishikesh Goswami, Secretary, Children's Literary Trust, Assam, Second edition : February 2008 ☐ Price : 250/- only

---

প্ৰথম প্ৰকাশ : মাৰ্চ ২০০৫

দ্বিতীয় প্ৰকাশ : ফেব্ৰুৱাৰি ২০০৮

**প্ৰকাশক**

**শ্ৰীহৃষীকেশ গোস্বামী**

সচিব, অসম শিশু সাহিত্য ন্যাস

বল্লগিৰি পথ, বামুণীমৈদাম, গুৱাহাটী ২১

ফোন নং : ৯৮৫৯০৩৫৭৭৪

**অংগসজ্জা :**

ত্ৰৈলোকা দত্ত

চন্দন চুতীয়া

ৰঞ্জীৱ গগৈ (মুনু)

সংগ্ৰামজ্যোতি চৌধুৰী

উৎপল বৰা

মূল্য ঃ ২৫০.০০ টকা

**ডি.টি.পি. :**

ফাইন-টেক্ এছোচিয়েট্‌চ

গুৱাহাটী-২১

মুদ্ৰক : শৰাইঘাট ফটো টাইপছ্

বামুণীমৈদাম, গুৱাহাটী-২১

সপ্তদশ গুৱাহাটী গ্ৰন্থমেলাখন অনুষ্ঠিত হৈছিল চান্দমাৰি খেলপথাৰত। অসমৰ প্ৰখ্যাত শিশু সাহিত্যিক অৰূপ কুমাৰ দত্তই মূল ইংৰাজী ভাষাত ৰচনা কৰা "The Kaziranga Trial" কিতাপখনৰ অসমীয়া অনুবাদ 'কাজিৰঙা অভিযান' পুথিখন উন্মোচন কৰিছিল ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে। এই সভাতেই ড° বৰদলৈয়ে তেওঁ ৰচনা কৰা শিশু সাহিত্যসমূহ অসম শিশু সাহিত্য ন্যাসৰ ফালৰ পৰা প্ৰকাশ কৰাৰ বাবে ৰাজহুৱাভাৱে অনুৰোধ জনাইছিল। ২০০৪ চনত ড° নিৰ্মলপ্ৰভা বৰদলৈ নাৰ্চিংহোম এখনত চিকিৎসাধীন হৈ থকা অৱস্থাত আমি খবৰ কৰিবলৈ যাওঁতে শিশু সাহিত্য ন্যাসৰ ফালৰ পৰা পুথিসমূহ প্ৰকাশ কৰিব পাৰিলে মনত সন্তোষ পাব বুলি জনাইছিল। ২০০৪ চনৰ ৩১ মে' তাৰিখে বাইদেৱে মোক লগ পোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল, কিন্তু দুৰ্ভাগ্যৰ বিষয় যে মই তেওঁক লগ পোৱাৰ আগতেই ১ জুন তাৰিখে পুৱতি নিশাই বাইদেউ স্বৰ্গগামী হয়। মোক লগ পাবলৈ বিচৰা কথাটো স্বপ্না ভট্টাচাৰ্যই কান্দোনৰত অৱস্থাত মৃত্যুৰ দিনাখন মোক অৱগত কৰিছিল। মৃতকৰ শেষ ইচ্ছা পূৰণ আৰু অসমীয়া শিশু সাহিত্যলৈ বাইদেউৱে আগবঢ়োৱা অমূল্য অৱদান পাঠকৰ ওচৰলৈ আগবঢ়াই নিয়াৰ তাড়নাই 'নীলা বাইদেউ'ৱে ৰচনা কৰি থোৱা শিশু সাহিত্য সম্ভাৰ একত্ৰ কৰি অসম শিশু সাহিত্য ন্যাসৰ ফালৰ পৰা প্ৰকাশ কৰাৰ দিহা কৰা হ'ল।

অসমৰ বৰেণ্য সাহিত্যিকসকলৰ বহুতকে আমাৰ শিশু পাঠক-পাঠিকাই চিনি নাপায়। অথচ আমাৰ চুবুৰীয়া ৰাজ্য পশ্চিমবংগৰ বেছিভাগ সাহিত্যিককেই শিশু পাঠক-পাঠিকাসকলে জানে। কাৰণ পশ্চিমবংগৰ প্ৰায়ভাগ সাহিত্যিকেই শিশুৰ বাবে লিখে। অসমৰ যিকেইগৰাকী সাহিত্যিকে প্ৰাপ্তবয়স্ক আৰু শিশুৰ বাবে সমানে সাহিত্য চৰ্চা কৰি আহিছে, সেই সকলৰ মাজত নিশ্চিতভাৱেই ড° নিৰ্মলপ্ৰভা বৰদলৈক এক স্বতন্ত্ৰ আসন দিব পাৰি।

অকল বিক্ৰীৰ চাহিদা পূৰণৰ বাবে বা সামাজিক দায়বদ্ধতাক অস্বীকাৰ কৰি শিশু সাহিত্য ৰচনা কৰা নাছিল নিৰ্মলপ্ৰভা বৰদলৈয়ে। মৃৎশিল্পীৰ দৰে নিপুণভাৱে ঘঁহি-পিহি নিখুঁত ৰূপত শিশুৰ মনোগ্ৰাহীকৈ থলুৱা লোক-সাংস্কৃতিক উপাদানক গুৰুত্ব দি সাহিত্য ৰচনা কৰিছিল 'নীলা বাইদেউ'ৱে। এইখিনিতে তিলক হাজৰিকাদেৱৰ এটি উক্তি উদ্ধৃত কৰাৰ প্ৰয়োজন অনুভৱ কৰিছো—

"নিৰ্মলপ্ৰভাই আমাৰ তেজৰ সোঁতত বৈ থকা পৰম্পৰাগত খেল-ধেমালিৰ লগত জড়িত গীতবোৰ তথা অসমীয়া সংস্কৃতিৰ সম্পদবোৰ অকল শিশু

পাঠকৰ আগলৈকে কিয়, ডাঙৰসকলৰ আগলৈও উলিয়াই দি আমাক হেঁপাহৰ পুৰণি দিনবোৰলৈ আকৰ্ষিত কৰিলে। গাঁৱলৈ বহিৰাগত সংস্কৃতিৰেই সোঁত এতিয়া। থলুৱা মাত-কথা, থলুৱা গীত-সুৰ, থলুৱা খেল-ধেমালি আন নেলাগে থলুৱা মাছ-পুঠিওনো আছেগৈ ক'ত! নিৰ্মলাৰ এটা ঈৰ্ষা কৰিবলগীয়া সম্পদ আছে। থলুৱা সংস্কৃতিৰ লগত তেওঁৰ নিবিড়তম সম্পৰ্ক— ওতঃপ্ৰোত নহয়, জন্মগত।"

সঁচাকৈয়ে যদি আমি নিৰ্মলপ্ৰভা বৰদলৈৰ লিখনিসমূহ মনোযোগেৰে অধ্যয়ন কৰো, সেই কথা মৰ্মে মৰ্মে উপলব্ধি কৰিম। শিশু মনস্তত্বক সঠিকৰূপত, প্ৰয়োজনীয় বিষয় বস্তু আৰু সুকীয়া প্ৰকাশ ভঙ্গীৰে উপস্থাপন কৰি তেওঁ আটাইৰে মৰমৰ 'নীলা বাইদেউ' হৈ পৰিছিল। আমি গভীৰভাৱে বিশ্বাস কৰো যে শিশুসকলৰ মনত নিৰ্মল আনন্দ আৰু মূল্যবোধৰ খোৰাক যোগাব পৰা নিৰ্মলপ্ৰভা বৰদলৈৰ এই শিশু সাহিত্য সম্ভাৰ পাঠক সমাজে নিজৰ বুলি আদৰি ল'ব।

গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াওঁতে বিভিন্নজনৰ সহায়ৰ বাবে আমি কৃতজ্ঞ। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিওৱা 'কথা সৰিৎ সাগৰ' তথা 'শিশুগীতি নাট্য সংকলন'ত সন্নিবিষ্ট 'ৰজা' আৰু 'বন্ধু' নামৰ গীতিনাট্য দুখন 'নিৰ্মলপ্ৰভা বৰদলৈৰ শিশু সাহিত্য সম্ভাৰ'ত সন্নিবিষ্ট কৰিবলৈ অনুমতি দিয়া বাবে সচিব লক্ষ্মীনাথ তামুলীৰ ওচৰত আমি কৃতজ্ঞ। শিশু সাহিত্যিক গগনচন্দ্ৰ অধিকাৰীয়ে পূৰ্বতে লিখা 'নীলা বাইদেউৰ শিশু সাহিত্য' শীৰ্ষক প্ৰবন্ধটো৺ কিছু কথা নতুন সংযোজনেৰে আমাক প্ৰকাশ কৰিবলৈ দিয়া বাবে আমি তেওঁৰ শলাগ লৈছো। বিভিন্ন ব্যস্ততাৰ মাজতো জ্যেষ্ঠ শিল্পী ত্ৰৈলোক্য দত্তৰ লগতে সংগ্ৰামজ্যোতি চৌধুৰী, ৰঞ্জীৱ গগৈ, উৎপল বৰাই গ্ৰন্থখনত সন্নিবিষ্ট ছবিসমূহ নতুনকৈ অংকন কৰি দিয়া বাবে তেওঁলোক ধন্যবাদৰ পাত্ৰ।

শেষত নিৰ্মলপ্ৰভা বৰদলৈৰ পৰিয়ালবৰ্গৰ ওচৰত বিশেষকৈ শ্ৰীব্ৰজেন্দ্ৰ নাথ ভট্টাচাৰ্য আৰু ড° স্বপ্না ভট্টাচাৰ্যৰ ওচৰত অসম শিশু সাহিত্য ন্যাস বিশেষভাৱে কৃতজ্ঞ।

শ্ৰীহৃষীকেশ গোস্বামী
সচিব
অসম শিশু সাহিত্য ন্যাস

গুৱাহাটী
১৫ মাৰ্চ, ২০০৫

# 'নীলা বাইদেউ'ৰ শিশু সাহিত্য

**গগনচন্দ্ৰ অধিকাৰী**

বিষয় বস্তু, প্ৰকাশ-ভঙ্গী আৰু উপস্থাপন, এই সকলোবোৰ দিশতে সাৰ্থক শিশু সাহিত্যৰ কিছুমান নিজস্ব বৈশিষ্ট্য ৰক্ষা কৰিবলগীয়া হয়। এনেবোৰ বৈশিষ্ট্যৰ মূল কথাটো হ'ল— শিশু মনস্তত্ত্ব সম্পৰ্কে লেখক গৰাকীৰ উপলব্ধি, অভিজ্ঞতা আৰু তাৰে ভিত্তিত বিষয়বস্তুৰ নিৰ্বাচন আৰু তাক শিশুৰ মনত আনন্দ দিব পৰাকৈ কৰিব জনা কৌশলপূৰ্ণ উপস্থাপন। কামটো দেখাত যিমান উজু, কৰাত তাতকৈ বহু টান। সেয়ে সাৰ্থক শিশু সাহিত্য এমুঠি প্ৰতিভাবান লেখকেহে ৰচনা কৰিব পাৰিছে। সেই মুষ্টিমেয়, প্ৰতিভাবান শিশু সাহিতিাক সকলৰ ভিতৰত 'নীলা-বাইদেউ' ওৰফে নিৰ্মলপ্ৰভা বৰদলৈ অন্যতম আছিল।

নিজৰ দুখনৰ লগতে শিশুৰ উপযোগী মুঠ নখন শিশুনাট সন্নিবিষ্ট কৰি ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে সংকলন আৰু সম্পাদন কৰা **'অসম প্ৰকাশন পৰিষদ'ৰ** দ্বাৰা প্ৰকাশিত "শিশু-গীতি-নাট্য সংকলন" (১৯৮১) গ্ৰন্থৰ "আৰম্ভণিতে এষাৰ" শীৰ্ষক পাতনিত বাইদেৱে তেওঁৰ নিজৰ কথা এনেদৰে উল্লেখ কৰিছে "নীলা বাইদেউ নামেৰে এসময়ৰ 'নতুন অসমীয়া' কাকতৰ 'অকণমানিৰ চ'ৰা' ওপচাই থোৱা আৰু বহুত দিন মৌ গুটিইঁতৰ "মৌ কুঁৱৰী" হৈ থকা কবি নিৰ্মলপ্ৰভা বৰদলৈৰ (১৯৩৩) শিশু সাহিত্যলৈ অৱদান গীত, নাট, কবিতা, সাধু সকলোতে।"

আমি জনাত এইগৰাকী 'নীলা বাইদেৱে' শিশুসকলৰ বাবে অসমীয়া ভাষাত এতিয়ালৈকে কুৰিৰো অধিক শিশু সাহিত্য ৰচনা কৰিছে। সেইবোৰৰ বহুখিনি ছপা পুথিৰ আকাৰত শিশুসকলে পঢ়িবলৈ পাইছে আৰু বহুতো ৰচনা শিশু আলোচনী, বাতৰি কাকতত প্ৰকাশ আৰু আকাশবাণীৰ যোগেদি প্ৰচাৰ হৈছে যদিও ছপা পুথিৰ আকাৰত আত্ম-প্ৰকাশৰ অপেক্ষাত বৈ আছে।

ইমানবোৰ শিশু সাহিত্যৰ ৰচয়িতা ড° নিৰ্মলপ্ৰভা বৰদলৈৰ শিশু মনস্তত্ত্ব আৰু শিশু-সাহিত্য সম্পৰ্কে নিজস্ব ধাৰণা কি, তেওঁৰ ৰচিত শিশু সাহিত্যৰ বিষয়ে আলোচনাৰ পূৰ্বে এই বিষয়েও কিছু কথা জনাৰ আৱশ্যক।

অসম সাহিত্য সভাই প্ৰকাশ কৰা **'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য'** (১৯৬৭) গ্ৰন্থত 'শিশু সাহিত্য' শীৰ্ষক প্ৰবন্ধত শিশু মনস্তত্ত্ব সম্পৰ্কে তেওঁ লিখিছে— "এজোৰ চকু,-নিতে' ন-ন কৰি ওলোৱা সূৰ্য্যৰ একো চেৰেঙা পোহৰ দিনৌ লৈ সি অকণ অকণকৈ মেল খায়। অভিজ্ঞতাৰ বতাহে নপৰশা মনৰ এধানি কলি, চাৰিও পিনে দেখা অজস্ৰ বিস্ময় আৰু কৌতুহলৰ ৰশ্মিত যাৰ পাপৰি এপাহ এপাহকৈ বিকশিত হয়। এখন আলফুল জগত, য'ত কোনো যুক্তি নাই, য'ত অভিজ্ঞতাৰ আঘাত আৰু বোজা নাই,

য'ত অসংলগ্ন কল্পনাই ৰূপ জিল্‌মিল্‌, সোণ জিল্‌মিল্‌ হৈ নাচে; য'ত ৰ'দ-বৰষুণ দেখিলেই হঠাতে খঁৰা শিয়ালে বিয়া পাতে, ঘনচিৰিকাজনী ক'ৰবাৰপৰা উৰি আহি তামোল কাটিকাটি যাঁচে; য'ত জোনবাইক দেখি তৰা খুজি থাকোতেই হালধীয়া চৰায়ে বাওঁধান খোৱাৰ কথা মনত পৰে আৰু বাওঁধান খোৱাৰ কথা কওঁতে-নকওঁতেই শহুৰৰ পুতেকে ক'ৰবাৰপৰা নাওমেলি ক'ৰবালৈ যায়গৈ; আকৌ নাৰে তুলুং-ভুটং কৰোঁতেই ডুডুম্‌-ডুম্‌ ডবা বজোৱাৰ কথা মনত পৰেহি। এইখন জগতত শিয়ালীৰ মূৰত 'মৰুৱা ফুল' ফুলে; শিয়ালীজনীয়ে চকুৰ পচাৰতে কোনোবা এখন ৰতনপুৰ সদায় পায়গৈ; বগলীয়ে সবাহ খাবলৈ যাওঁতে বৰষুণত তিঁতে, কপৌৱে বোকাত ভৰি পৰে বুলি বাঁহ গছত কাপোৰ আৰু বেঙেনা গছত ৰিহা থৈ দেও দি দি ফুৰে। এয়াই শিশুমন আৰু শিশুৰ চিৰন্তন জগতখন, "A big blooming, buzzing confusion."

নীলা বাইদেৱে জানিছিল,— "ব্যৱহাৰিক জগতখনত শিশু লোকৰ আশ্ৰয়ত থাকে যদিও শিশুৰ কল্পনাৰ জগতখন নিজৰ আৰু এই কল্পনা সুপ্ৰখৰ।"

শিশুৰ নিজস্ব কল্পনাৰ জগতখনৰ লগত একাত্ম হৈ, সিহঁতৰ বিচিত্ৰ কল্পনাৰ গতিপথেৰে চঞ্চল গতিৰে তেওঁ দৌৰিব পাৰিছিল বাবেই কবি, গীতিকাৰ আৰু চিন্তাশীল লেখিকা হৈও শিশু সাহিত্যিকৰূপেও বিপুল যশস্যা অৰ্জন কৰিছিল।

ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে অসমৰ অকণিহঁতৰ বাবে লেখা পুথিসমূহৰ ভিতৰত "চিল্‌ চিল্‌ চিলা, বাগী-চিল্‌মিলা", "অসমীয়া ওমলা গীত", "নতুন ওমলা গীত", "কথা সৰিৎ সাগৰ", "মন উৰণীয়া", "সুৰীয়া মাত" আৰু "শালিকী ৰটৌ টৌ" আৰু সংকলন আৰু সম্পাদনা কৰা পুথিৰ ভিতৰত "শিশু-গীতি নাট্য সংকলন" বিশেষভাৱে উল্লেখযোগ্য।

"চিল্‌ চিল্‌ চিলা, বাগী-চিল্‌মিলা"খন গীত গাই গাই উমলিবলৈ ভালপোৱা শিশুহঁতৰ খেল-জগতখনৰ বিষয়ে লেখা পুথি। পুথিখনৰ সৃষ্টি ইতিহাসৰ বিষয়ে "খেলৰ আগতে এষাৰ শুনা" শীৰ্ষক আগলিকাত কৃতী লেখক আৰু স্বনামধন্য সাংবাদিক শ্ৰীতিলক হাজৰিকাদেৱে লিখিছে— "তোমালোকে খেলি ভালপোৱা কাৰণেই তোমালোকৰ 'নীলা বাইদেৱে' 'নতুন অসমীয়া'ৰ মৌকোহঁত তোমালোকৰ এই ঘৰুৱা খেলবোৰ মৌ-গুটিহঁতক শিকাইছিল। সেইখিনিকে এতিয়া আকৌ 'নীলা বাইদেৱে' কিতাপ আকাৰে ধুনীয়াকৈ ছপাই উলিয়াইছে।"

পুথিখনত বৰ্ণিত খেলবোৰ অকল থলুৱাভাৱে প্ৰচলিত খেলেই নহয়, ইয়াত পৃথিৱীৰ বিভিন্ন ঠাইত প্ৰচলিত খেলৰ বিষয়ে আৰু সেই খেলবোৰ খেলাৰ প্ৰণালী খেলৰ যোগেদিয়েই সুন্দৰভাৱে শিকাই দিছে। ইয়াত আছে হাত-ভৰি, অঙ্গ-প্ৰত্যঙ্গেৰে অঙ্গী-ভঙ্গী কৰি দেখুওৱা খেল, কাগজ পেঞ্চিল লৈ নানান প্ৰশ্ন কৰা আৰু সেইবোৰৰ বিপৰীতে উত্তৰ লিখা থকা কাগজৰ পৰা শুদ্ধ উত্তৰৰ কাগজখিলা বাছি লৈ মিলোৱাৰ খেল, শব্দৰ খেল, সাঁথৰ সোধাৰ খেল ইত্যাদি কিমান যে কি খেলৰ কথা। খেলৰ লগত আকৌ গীত-মাতো আছে। ৰচনাভঙ্গীৰ চাতুৰ্যেৰে তেওঁ অকণিহঁতক শিকাইছে— "ঘ'ৰ পানী

ত'লৈ যা, মোৰ চিলট শুকাই যা" বুলি গাই চিলট শুকুৱাই চিলটতে খেলা কটা কটি'ৰ খেল।

'জিভা-কেকুৰী'ত কথাবোৰ যিয়ে শুদ্ধকৈ গাব পাৰিব সিয়ে জিকিব বুলি গাবলৈ দিছে,— 'লাও পুলি লৰাই ৰুলোঁ', নহ'লে 'ৰঙত লৰি লৰত ৰলোঁ' আদি কথাবোৰ।

খেলৰ মাজতে ইটোৱে সিটোক জোকোৱা-জুকিও কৰিছে। সোণৰ গেৰেলা-পেটটোলৈ দেখুৱাই মাজনীয়ে গাইছে—

"পেহী ঐ পেহা, আমলখী কেঁহা
টেকেলীপেটা গোবিন্দাই জাল বাওগৈ আহা।"

সোণো আক' কম নহয়। 'খাঁৰী নাকী" বুলিলেই মাজনীৰ খঙে চুলিৰ আগ পায়গৈ। সেয়ে সিও তাইক জোকাইছে—

"ধিনটৌ তৰা, তাধিন্‌টৌ তৰা
খাঁৰী নাকী ছোৱালী, পেটুৱা দৰা।"

ফলত খঙত কান্দো কান্দো হৈ— 'ৰ, মাক লগাই দিওঁগৈ' বুলি মাজনীয়ে ফোঁ-ফোঁৱাই গুছিয়ে যাব খুজিছিল। হেন সময়তে সিহঁতবোৰক নানা তৰহৰ খেল শিকোৱা 'মুনুদা' যেনিবা আহি ওলাল। কথা বিষম যেন দেখি তেওঁ— "নাচ বগী নাচ, ঘাটৰ চেলেকনা মাছ, তয়ো বগী ময়ো বগী, একেখন বিলৰে মাছ" বুলি গাই কঁকাল ভাঙি ভাঙি নাচি তাইৰ আগত থিয় হ'লগৈ। 'মুনুদা' মতা ল'ৰাটোৱে নিজক 'বগী' বুলি কোৱাত আটাই সোপাৰে খুক্-খুককৈ হাঁহি উঠি গ'ল। মাজনীৰো। ফলত ঠেহ-পেচ্ পাহৰি, মুখত একোমোকোৰাকৈ হাঁহি লৈ আটাইকিটা ল'ৰা-ছোৱালীয়ে পুনঃ একগোট হ'ল— মুনুদাই শিকোৱা, বৰষুণে কিন্ কিনাই থকা গোমোঠা বতৰতো ঘৰত বহি খেলিবপৰা 'ইৰকিচি, মিৰকিচি' খেলটো শিকি সিহঁতেও খেলি আনন্দত উতলা হ'বলৈ।

শিশুসকলৰ মাজত মিলা-প্ৰীতিৰ ভাব অটুত ৰখাৰ লগতে মনোৰঞ্জনৰ মাজেৰে মন আৰু বুদ্ধিক সৰ্বদায় সতেজ কৰি ৰখাতো যে এনেধৰণৰ খেল-ধেমালিবোৰে অৰিহণা যোগাব পাৰে, এয়া তাৰে এক সুন্দৰ দৃষ্টান্ত। আহৰি পৰত ('টিউশ্বন' আৰু 'হ'ম ওৱৰ্ক'ৰ বোজাই চেপেটা কৰা, আজিৰ নাগৰিক সভ্যতাৰ মাজত লালিত-পালিত হোৱা শিশুজাকৰ বাবে আহৰি সময়নো ক'ত, সেয়াও পিছে ভাবিব লগীয়া কথা।) শিশুহঁতক এনেবোৰ খেল-ধেমালি শিকাই, খেলিবলৈ উৎসাহিত কৰিব পাৰিলে সিহঁতৰ দৈহিক তথা মানসিক উৎকৰ্ষও সাধিব পৰা যায়। এই দৃষ্টিৰে চালে 'চিল্ চিল্ চিলা, বাগী-চিলমিলা' খেল-ধেমালিৰ প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে ৰচনা কৰা শিশু উপযোগী এখনি উৎকৃষ্ট শিশু গ্ৰন্থ বুলি ক'ব পাৰি।

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে অসমীয়া ভাষাত ৰচিত খেল-ধেমালি বিষয়ক এইখনেই প্ৰথম অসমীয়া পুথি। ১৯৬৭ চনতে প্ৰকাশিত এইখন পুথিয়ে সেই বছৰতে ৰাষ্ট্ৰপতিয়ে প্ৰদান কৰা শিশু সাহিত্যৰ 'ৰাষ্ট্ৰীয় বঁটা'ও লাভ কৰিছিল।

ৰ'দে-বৰষুণে নুশুকোৱা-নিতিতাকৈও খেলিব পৰা, শিশুৰ শৰীৰ আৰু মনক বলিষ্ঠ কৰিব পৰা বিবিধ খেলৰ বৰ্ণনাৰে ভৰা এই পুথিখন এতিয়াৰ অকণিহঁতৰো ওমলা-ঘৰৰ লগৰী হ'ব পাৰে। এই পুথিখন সেইবাবেই থকা উচিত সকলোৰে ঘৰে ঘৰে।

'কথা-সৰিৎ সাগৰ' আৰু 'মন উৰণীয়া' এই দুয়োখনি শিশুৰ উপযোগী মনোগ্ৰাহী সাধুকথা আৰু ৰসাল গল্পৰ গদ্য পুথি।

'কথা-সৰিৎ সাগৰ' প্ৰাচীন ভাৰতীয় মনৰ ঐতিহ্যবাহক এখনি উল্লেখযোগ্য গ্ৰন্থ। 'গুণাঢ্য' নামেৰে খ্যাত পণ্ডিত এজনাই তদানীন্তন প্ৰচলিত ভাষা 'পৈশাচী প্ৰাকৃত'ত 'বৃহৎ কথা' নামেৰে অজস্ৰ সাধু ৰচনা কৰাৰ কথা সংস্কৃত সাহিত্যৰ বুৰঞ্জীত পোৱা যায়। কালক্ৰমত, দুৰ্ভাগ্যক্ৰমে উক্ত পুথিখন হেৰাই যায়। কিন্তু সংস্কৃতত বৰ্ত্তি থাকে 'ক্ষেমেন্দ্ৰ'ৰ 'বৃহৎ কথা মঞ্জৰী', 'বুদ্ধ স্বামী'ৰ 'বৃহৎ কথা সংগ্ৰহ' আৰু 'সোমদেৱ ভট্ট' (খেনোৰ মতে, সোমদেৱ সুৰী)ৰ 'কথা সৰিৎ সাগৰ'। ক্ষুদ্ৰ ক্ষুদ্ৰ অজস্ৰ সাধুকথাৰ 'সৰিৎ' অৰ্থাৎ 'তটিনী' বা নৈৰ জল-প্ৰবাহে সৃষ্টি কৰা 'সমুদ্ৰসম', 'কথা সৰিৎ সাগৰ।'

পুথিখনিৰ সাধুবোৰ কিমান ৰসাল আৰু হাস্যোদ্দীপক তাৰ দৃষ্টান্তৰূপে 'এদল মূৰ্খৰ কথা' সাধু সমষ্টিৰ পৰা 'মূৰ্খ আৰু পিঠা'ৰ সাধুটো ইয়াত চমুকৈ বৰ্ণনা কৰা হ'ল—

এখন দেশত এদিন এজন মানুহৰ বৰ ভোক লাগিল। ঘৰত ৰন্ধা বস্তু একো নথকাত তেওঁ বজাৰলৈ গ'ল আৰু এটা মুদ্ৰা খৰচ কৰি আঠখন পিঠা কিনিলে। ঘৰলৈ আহি তেওঁ এখনৰ পিছত এখনকৈ ছখন পিছা শেষ কৰিলে, কিন্তু তেওঁৰ ভোক নপলাল। সপ্তম পিঠাখন খোৱাৰ লগে লগে তেওঁৰ ভোক গুচিল। মানুহজনে তেতিয়া নিজৰ বুৰ্বকামিকে গালি পাৰিলে আৰু ওচৰ চুবুৰীয়া সকলকো নিজৰ ভুলৰ কথা এইদৰে চিঞঁৰি চিঞঁৰি ক'লে— "চোৱা চোৱা, মই এনে ভুল কাম কৰিব পাওঁনে। সপ্তম পিঠাখন প্ৰথমে খোৱা হ'লেইতো মোৰ ভোক গুছে। তাকে নকৰি মই এখন এখনকৈ সাতখন পিঠা খাই শেষ কৰিব লাগেনে? সপ্তম পিঠাখন মই প্ৰথমতেই খাই আগতে খোৱা ছখন পিঠা মই সাঁচি থ'ব লাগিছিল।"

তাৰ কথা শুনি ওচৰ চুবুৰীয়া মানুহখিনিয়ে হাঁহি ফিচিঙা-ফিচিঙি কৰি ক'লে— 'চোৱাচোন মূৰ্খটোৰ কথা! সাতোখন পিঠা খালতহে যে তাৰ ভোক গুচিল, সেই সামান্য কথাটোকে সি বুজা নাই।'

আজিকালি শিশু-আলোচনী বা বাতৰি কাকতৰ শিশু-শিতানবোৰত 'হাঁহিৰ সঁফুৰা' বা 'নেহাঁহিবাদেই' শিতানত প্ৰকাশ কৰা ৰহঘৰাৰ সাধু যেন, এনেবোৰ কথা অকণিহঁতে পঢ়ি মজা পাব বুলি জানিয়েই ইংৰাজীৰপৰা ভাঙনি কৰি 'নীলা বাইদেৱে' শিশুহঁতক পঢ়িবলৈ দিছে 'কথা সৰিৎ সাগৰ' পুথিখন।

(এইখিনিতে কৈ থোৱা উচিত হ'ব যে সোমদেৱৰ 'কথা সৰিৎ সাগৰ'ত মুঠতে ১৮টা 'লম্বক' অৰ্থাৎ অধ্যায় আছে বুলি পণ্ডিতসকলৰ মুখে জনা যায়। ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে ইয়াৰে প্ৰথমে দুটা লম্বক অসমীয়ালৈ অনুবাদ কৰি প্ৰথমখন 'কথা সৰিৎ সাগৰ' প্ৰকাশ কৰিছে। তাৰ পাছতো তেওঁ আৰু

তিনিটা লম্বক অনুবাদ কৰি দ্বিতীয় খণ্ড 'কথা সৰিৎ সাগৰ' প্ৰকাশ কৰি থৈ গৈছে। আলোচ্য পুথিখনত কেইটা লম্বকৰ সাধু সন্নিবিষ্ট, তাৰ কোনো উল্লেখ পুথিখনত পাবলৈ নাই)।

'মন উৰণীয়া'ৰ সাধু বা গল্পৰ কাহিনী কিন্তু বাইদেৱে নিজৰ মনৰ কল্পনাৰ সাঁচত ঢালি গঢ়া কাহিনী। এই প্ৰসঙ্গত পুথিখনৰ আৰম্ভণিতে 'অকণমানিহঁতলৈ' লেখা চিঠিত তেওঁ এনেদৰে উল্লেখ কৰিছে— "মন উৰণীয়াত নীলা বাইদেউৰ উৰণীয়া মনৰ বতৰা আছে। জিকি-মিকি নামৰ দুটা মইনাক দুপৰীয়া গধূলি শুৱাবৰ পৰত নীলা বাইদেৱে 'মন উৰণীয়া'ৰ সাধুবোৰ সাজি সাজি কৈছিল।"

'মন উৰণীয়া'ত এনেদৰে সাজি কোৱা মুঠতে দহোটা সাধু বা গল্প আছে, যথা— 'মাইনাৰ ৰসগোল্লা', 'সখী', 'উলৰ লাডু', 'ঘৰিয়াল, মাছ আৰু বগলী', 'বগলী আৰু মাছ', 'মোৱা মাছৰ বিয়া', 'কঁঠালৰ মুচি', 'আতলচ আৰু হাতী', 'শিয়ালৰ অসুখ', 'আপেল, আঙুৰ আৰু পৰী' আৰু 'দৈত্যৰ মৰম'।

সাধুকেইটাত বৰ বেছি বুদ্ধিৰ ভাকুট্-কুট্ নাথাকিলেও কল্পনা শক্তি বঢ়াব পৰাকৈ, শিশুৰ মনক আকৃষ্ট কৰি ৰাখিব পৰাকৈ আৰু পৰিৱেশৰ চৌপাশে দেখি থকা জীৱ-জন্তু, পশু-পক্ষী, গছ-লতা ইত্যাদিৰ বিষয়ে পৰিচয়সূচক জ্ঞান দিব পৰাকৈ যথেষ্ট সমল আছে। ঘৰিয়ালৰ মুখত বেলিটো সোমাই যোৱা আৰু 'উলৰ-লাডু'ৰ কাহিনী দুটাত 'চিত্ৰ-কথা'ৰে কাহিনী কোৱা 'ৰুছিয়ান কাহিনী' শীৰ্ষক সাধু দুটাৰ প্ৰভাৱ পৰা যেন লাগে।

'উলৰ লাডু'ত আৰু এটা বিসঙ্গতি লক্ষণীয়। গল্পটোত 'কঁঠাল গছত টোকোৰাই বাহ সজা বুলি আৰু পেলনীয়া বস্তুকে কামত লগাই বুদ্ধিমান টোকোৰাই ধুনীয়া ধুনীয়া বস্তু গঢ়ে' বুলি কোৱা হৈছে। আমি জনাত টোকোৰা চৰায়ে তামোল আৰু নাৰিকলৰ গছতহে বাহ লয় আৰু তামোল আৰু নাৰিকল গছৰ পাতৰ আঁহেৰেই নিজৰ বাহটো ধুনীয়াকৈ সাজি লয়। শিশু মনে যুক্তি নামানিলেও বাস্তৱ জ্ঞান আহৰণৰ ক্ষেত্ৰত, বিশেষকৈ কোনোদিনেই টোকোৰাৰ বাহ দেখিবলৈ নোপোৱা হোৱাৰ আশঙ্কাই দেখা দিয়াৰ পৰিপ্ৰেক্ষিতত আমাৰ ভৱিষ্যৎ বংশধৰসকলৰ মনত টোকোৰা চৰায়ে কি গছত বাহ সাজে, এই বিষয়ে এক ভুল শিক্ষা চিৰস্থায়ী কৰাৰ আশঙ্কা থাকে। শিশু সাহিত্যই শিশু শিক্ষাৰো সমল। সেয়ে শিশু সাহিত্যৰ ক্ষেত্ৰত এনেবোৰ ত্ৰুটী নিতান্তই বৰ্জনীয়।

অসমীয়া শিশু সাহিত্যক গীত-মাত-নাটেৰে টনকিয়াল কৰিবলৈ প্ৰয়াস কৰা নীলা বাইদেউৱে শিশু নাট্য সাহিত্যলৈ আগবঢ়োৱা 'ৰজা' আৰু 'বন্ধু' নামৰ গীতি-নাট দুখনে শিশু-নাট্য-সাহিত্যত নতুনত্ব দান কৰি ইতিমধ্যে যশস্যা লাভ কৰিছে। 'তেলীয়া সাৰেঙে সাজি-কাচি থাকোঁতেই ফেঁচুঁ ৰজা হোৱা অসমীয়া প্ৰবচনটিৰ লগত জড়িত সাধুটোৰ ভিত্তিত কল্পনাৰ ৰহন সানি 'ৰজা' গীতি-নাটখনি ৰচনা কৰা হৈছে। ময়ুৰ, ৰাজহাঁহ, কপৌ, ভাটৌ, কাউৰী, বগলী, বৰটোকোলা, বগলী, ফেঁচু, কাঠৰোকা, হেতুলুকা আদি বিভিন্ন চৰাই, হৰিণা, শহা, বান্দৰ, ফৰিং, গুবৰুৱা আদি বিভিন্ন জীৱ-জন্তু, কীট-পতঙ্গক লৈ সৃষ্টি কৰা হৈছে এই নাটৰ চৰিত্ৰসমূহ।

নাটখনিৰ মূল প্ৰতিপাদ্য বিষয় দুটা হ'ল— 'ৰূপে কি কৰে, গুণেহে সংসাৰ তৰে'ৰ মাজেৰে দেখুওৱা 'বুদ্ধিৰ বল' আৰু 'সময় সচেতনতাৰ সুফল'।

"তজবজীয়া, বুধিয়ক ফেঁচু ৰজা হওঁক,
গুণৰ আগত, ৰূপ ৰসাতলে যাওঁক।
ফেঁচুৰ ৰং ক'লা, তাত দোষ নাই,
ৰূপে কৰিব কি গুণেহে তৰায়।।"

ফেঁচু ৰজা হোৱাৰ পিছত সময়ৰ মোল নুবুজা তেলীয়া সাৰেঙে সাজি-কাচি ৰজা হ'বলৈ আহি সভা থলীত কাকো নেদেখি—

"মন্ত্ৰী কোন আছ, কটোৱালক মাত
সময় নুবুজাবোৰৰ ডিঙিবোৰ কাট।"

বুলি খঙত তৰ্জন-গৰ্জন কৰাত বগলীয়ে ভ্ৰূকুটি কৰি কৈছে—

"ৰজা পতা হৈ গ'ল
ঘৰলৈ যোৱাগৈ
নিজৰ ডিঙি নিজে কাটি
ৰজা বোলোৱাগৈ।
অবাবতে যিজনে
সময় নিয়ায়
সময়ে ইদৰে ঠগে
জানিবা সদায়।।"

'বন্ধু' নাটৰ চৰিত্ৰবোৰ আকৌ বিহুৰ আখলৰ আৰু ডাইনিং আৰু ড্ৰেছিং টেবুলৰ পৰা বোটলা। তেওঁলোকৰ মাজত দৰ্শকে বিচাৰি পাব বেৰত ওলমি থকা ডলা, চালনী, কেৰাহী, বেৰত আউজি থকা পীৰা। টেকেলী, টিন টেমাত চিৰা, সান্দহ, আখৈ, তিলপিঠা, ঘিলাপিঠা, লাওপিঠা, নাৰিকলৰ লাডু, তিলৰ লাডু, পকা-মিঠৈ, এটা ডাঙৰ চৰুত ফেনী-পিঠা আৰু জেলেপী। মিট্‌চেফৰ ভিতৰত টিন-টেমা আৰু মলাত কেক, কৰ্দ্দৈ, নান-খাতা, চিঙাৰা, ভুজিয়া আৰু ৰসগোল্লা। মিট্‌চেফৰ ওপৰত কাপ-প্লেট, টি-পট, চামুচ। মাটিত কাঁহী-বাটি, লোটা-ঘটি, ইত্যাদি। আৰু দেখিব গামোচা আৰু জেতুকা, টাৱেল আৰু কিউটেক্স। চৰিত্ৰবোৰৰ মুখৰ ভাষাও বেলেগ বেলেগ। চিৰা-পিঠা, লাডু সান্দহ, গামোচা-জেতুকাৰ মুখত অসমীয়া, চিঙাৰা-ভুজিয়াৰ মুখত হিন্দী আৰু কাপ-প্লেট, কেক, টাৱেল-কিউটেক্সৰ মুখত ইংৰাজী-হিন্দী মিহলি বাৰে বঙলুৱা ভাষা। প্ৰত্যেকে প্ৰত্যেকৰ নিজৰ গুণ-গৰিমা নিজে নিজে বখানি গপত একেবাৰে গঙাটোপ।

প্ৰথমে নিজৰ নিজৰ শ্ৰেষ্ঠতাক লৈ সিহঁতবোৰৰ মাজত কাজিয়া, হাই-পেচাল। তাৰ পিছত কিছু

বুজা-বুজিৰে সমিল-মিল, তাৰ পাছত মহামিল মানে বন্ধুত্ব। কেইটামান চৰিত্ৰৰ বচনলৈ মন কৰকচোন—

"কিউটেক্স : কি নেষ্টি চোৱাচোন, কি জঙ্ক-পঙ্ক
পকাপাণ, থেৰেজুৰে কৰে তেওঁৰ অঙ্ক।
ঢেকীত খুন্দি, কাপোৰ বান্ধি থ'লে ওলায় ৰং
পুৰণিকলীয়া সোপাৰ কিনো চাবা ঢং।"

"জেতুকা : জেতুকা মই সেউজীয়া, লুকুৱাই থওঁ ৰং,
মিছাকৈয়ে দন্ কৰিলে বৰকৈ উঠে খং।
মই তোমাক হঁহা নাই, মোক কিয় হাঁহা?
লাগিব খুজিছা যদি ভালকৈ লাগোঁ আহাঁ।
তোমাৰনো কি আছে আৰু মোৰনো কি নাই?"

"কিউটেক্স : 'ছাট্-আপ্', একেচৰে দিম বগৰাই।"
(এনেবোৰ বাক-বিতণ্ডা চলি থকাত দৈ-এ মাত লগাইছে)

"দৈ : হে হৰি, এইখন কৰিছা কি,
কাজিয়াখন কৰি?"

"তিলপিঠা : নকৰিব কিয়হে, সিহঁতে আমাক সদায়
বেয়া বুলি হাঁহে।"

"সান্দহ : বোলো তহঁতৰ দেশত তহঁত ভাল,
আমাৰ দেশত আমি,
চোৱা, আমাক জঙঘলী বোলে,
সিহঁতহে বোলে দামী।........"

"কাপ : এক্সকিউজ মি, জাষ্ট্ এ মিনিট চাব্,
হামি কব খোজে মাই নেইম ইজ কাপ।
আই থিংক, ফৰগেট এণ্ড ফৰ্গিভ্
এহি বাত ভাল হব, বিলকুল্ চাফ।
অউৰ, নিউ ইয়েৰ্সকা ইভ্ আজ
কৰ্ দিজীয়ে চব মাফ্।"......

"কাঁহী : তোক শলাগি ময়ো কওঁ শুন,
মই কাঁহৰ কাঁহী, আটায়ে বোলেযে মাহী
দোষবোৰ এৰি থৈ ল'ব লাগে গুণ।
চিৰা, আখৈ, লাড়ু, পিঠা, অসমত বৰ মিঠা,

জেতুকা আৰু ফুলাম গামোচা,
তাক আনে ইঁহা বেয়া, বেয়া আনক দুখ দিয়া
দুখ দিলে দুখ পায় সঁচা।
চিঙাৰা, কেকক ধৰি ৰসগোল্লাত শেষ কৰি,
ইহঁতৰো আছে বহু গুণ,
আলফুল পমি যোৱা সুবাসেৰে মতলীয়া,
ইহঁতৰো গুণ লচোন।
ইটোৱে সিটোৰ গুণ শিকি বুজি লবিচোন,
দন্-হাইত মথো ভাগে ঘৰ....।"

"সান্দহ : ঠিক কৈছা আইটি, দন-হাই এৰি,
মিল হোৱা আটাইবোৰে,
হাতত ধৰি ধৰি।"

"কাপ : হিপ্ হিপ্ হিপ্ হুৰৰে।"

"ৰসগোল্লা : কি মজাৰ বাপ্ৰে।"

"টি-পট : ওৱান-টু থ্রি, চবকো দিল, হো গয়া ফ্রী...।"

তাৰ পাছত আটায়ে মিলি বিহু নাচ, বল-নাচ আৰু টুইষ্ট নাচি নাচি মছগুল হৈছে।

বাইদেউৰ সুতীক্ষ্ণ কল্পনা শক্তিৰ লগত কাব্যছন্দৰ লীয়ায়িত বচনৰ অপূৰ্ব সমাহাৰে 'বন্ধু'ক এখনি উচ্চ পৰ্যায়ৰ শিশু গীতি-নাট্যৰূপে প্ৰতিষ্ঠা কৰিছে।

— "আখৈ খৈ, পখিলাটি হৈ
নাচ ঐ, নাচ ঐ
গগনাটি লৈ।"

'ৰজা' নাটৰ

—"নখৰ জেতুকা ক'তা?
এই লৈ আন।
জোতাত ৰং মোৰ
সানিছনে? সান।
কাপোৰত ইস্ত্ৰি নাই,
মাতি আন মিস্ত্ৰী
চিৰতাৰ পানী খুৱাই
দে তাক শাস্তি।"

বচন কেইফাঁকিলৈ মন কৰক। কণ কণ শিশুহঁতৰ নিমিত্তে অকটা-তিতা চিৰতাৰ পানী কি ভয়ানক বস্তু, তাক ভুক্তভোগীসকলে ভালদৰে জানে। শিশু-নাটকত এই শাস্তি যেৰাৰ কথা উল্লেখ কৰি নীলা বাইদেৱে নিজৰ নিটোল শিশুসুলভ মনটিৰো পৰিচয় দিছে। ভোটোহা মূৰত এনেবোৰ সূক্ষ্ম পৰ্যবেক্ষণে কেতিয়াও ঠাই নাপায়।

'ৰজা' আৰু 'বন্ধু' দুয়োখন নাটেই শিশুসকলক পৰ্যাপ্ত পৰিমাণে মনোৰঞ্জনৰ খোৰাক যোগোৱাৰ লগতে বিভিন্ন জীৱ-জন্তু, কীট-পতঙ্গৰ লগত পৰিচয় হোৱাৰ আৰু সিহঁতৰ আচৰণৰ বিষয়ে জনাৰ সুযোগ দিব। বিহু-উৎসৱত খোৱাবস্তু চিৰা-পিঠা, লাড়ু, ব্যৱহাৰ কৰা গামোচা আৰু জেতুকাৰ ৰং সনাৰ প্ৰক্ৰিয়া জনাৰ আৰু সাম্প্ৰতিকভাৱে চহৰৰ মানুহে খোৱাত অভ্যস্ত হৈ পৰা বিভিন্ন মিঠাই আৰু ব্যৱহাৰ কৰিবলৈ লোৱা প্ৰসাধনৰ বিষয়ে জনাত সহায় কৰিব। এনেবোৰ কথাই শিশুৰ মানসিক বিকাশত সহায় কৰে। ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে তেওঁৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত শিশু সাহিত্যৰ আৱশ্যকতাৰ বিষয়ে এনেদৰে লিখিছে— "বয়স অনুসৰি নৈতিক আৰু প্ৰকৃতি তত্ত্বৰ ধাৰণাৰ আভাস দিয়া শিশু সাহিত্যৰ প্ৰধান উদ্দেশ্য আৰু আদৰ্শ হোৱা উচিত।"

উক্ত শিশু নাট দুখনিয়ে উল্লিখিত ঔচিত্য ৰক্ষাত নিশ্চয় সফল হ'ব পাৰিছে বুলি নিৰ্ভয়ে মন্তব্য দিব পাৰি।

১৯৯৩ চনত গুৱাহাটীৰ 'প্ৰগতি প্ৰকাশনে' ছপাই প্ৰকাশ কৰা তেওঁৰ আন দুখনি শিশুনাটিকাৰ নাম "হাঁয়, নাৰিকল পিঠা" আৰু "সেউজী সেউজী"। দুয়োখনিতে দুখনকৈ শিশুৰ উপযোগী নাটক সন্নিবিষ্ট কৰা হৈছে। প্ৰথমখনি নাটিকাৰ নামেৰে "হাঁয়, নাৰিকল পিঠা" নাটিকাখনিৰ কাহিনী এক বাৰ্মিজ কাহিনীৰ আধাৰত বুলি উল্লেখ কৰা হৈছে। ফাঁকি কথাৰে লগৰীয়াসকলক ঠগাই আপোন-পেট পূৰাবলৈ প্ৰয়াস কৰা ল'ৰা এটিৰ শেষ পৰিণাম কি হয়, তাকে ইয়াত দেখুওৱা হৈছে। এই পুথিত সন্নিবিষ্ট দ্বিতীয়খনি নাটিকাৰ নাম "গান শুনা ভূত"। দহ বছৰৰ বয়সৰ তলৰ শিশুসকলৰ বাবে উপযোগীকৈ লিখা এই নাটিকাখনিৰ কাহিনীভাগো এক বিদেশী সাধুৰ আধাৰত বুলি কোৱা হৈছে। ইয়াতো এক লুভীয়া বুঢ়াৰ লোভৰ পৰিণাম দেখুওৱা হৈছে।

দ্বিতীয়খনত "সেউজী সেউজী" আৰু "ধুনীয়া হাত" শীৰ্ষক দুখন নাটিকা সন্নিবিষ্ট হৈছে। "সেউজী সেউজী"ত গছ আৰু মানুহৰ মাজত সম্পৰ্কৰ কথা কৈ বন-সংৰক্ষণৰ গুৰুত্বৰ বিষয়ে কোৱা হৈছে। "গছ থাকিলেহে মানুহ থাকিব" শ্লোগানৰ দৰে নাটিকাখনিত এক প্ৰচাৰধৰ্মী গোন্ধ থাকিলেও শিশুসকলক গছ-গছনিৰ প্ৰতি মৰমীয়াল হ'বলৈ নাটিকাখনিয়ে নিশ্চয় প্ৰেৰণা যোগাব। মাথোন চিকুনাই-যতনাই ৰাখিলেই হাত দুখন ধুনীয়া নহ'বও পাৰে। হাতেৰে কৰিবলগীয়া নিত্য-নৈমিত্তিক কামৰ লগতে দুখী-দৰিদ্ৰজনলৈ সহায়ৰ হাত আগবঢ়াবলৈ আগবাঢ়ি অহা জনৰ হাতহে ধুনীয়া হয়।

মানুহৰ অঙ্গ-প্ৰত্যঙ্গক লৈ "নাক", "কাণ", "হাত" আৰু "ভৰি" শীৰ্ষক তেওঁ ৰচনা কৰা আৰু চাৰিখনি নাটিকাৰ পাণ্ডুলিপিও তেওঁ যুগুতাই থোৱা অৱস্থাত পোৱা গৈছে।

এই নাটিকা চাৰিখনিৰ যোগে নাক-কাণ, হাত-ভৰি এই চাৰি অঙ্গেৰে কি কি কৰা হয় সেই বিষয়ে বিতংভাৱে জনোৱাৰ উপৰি, সেইবোৰৰ লগত সংশ্লিষ্ট পৌৰাণিক সাধু, কাহিনী, ৰামায়ণৰ সাধু, প্ৰচলিত লোক-কথাৰ বিষয়েও কৌশলেৰে শিশুসকলক জনোৱাৰ প্ৰয়াস কৰা হৈছে। এই নাটিকা চাৰিখনি অভিনয় কলাৰে পৰিবেশন কৰি শিশুসকলক আনন্দ দান কৰাৰ লগতে সিহঁতৰ জ্ঞানৰ ভঁৰালো টনকিয়াল কৰিব পৰা যাব বুলি নিৰ্ভয়ে ক'ব পাৰি।

অসমীয়া শিশু সাহিত্যৰ আন এগৰাকী পুৰোধা ব্যক্তি নৱকান্ত বৰুৱাই শিশু সাহিত্যক দুটা ভাগত ভগাইছিল : 'প্ৰাণৰ সাহিত্য' আৰু 'জ্ঞানৰ সাহিত্য'। 'প্ৰাণৰ সাহিত্য'ৰ মূল লক্ষ্য হ'ল নিৰ্দোষ আনন্দ দানৰ যোগেদি শিশুক প্ৰাণৰ খোৰাক যোগোৱা। দ্বিতীয় বিধৰ ঘাই লক্ষ্য হ'ল জ্ঞানৰ যোগান ধৰা। নৱকান্ত বৰুৱাৰ শিশু-সাহিত্য ৰচনাৰ ঘাই লক্ষ্য আছিল 'প্ৰাণৰ সাহিত্য' সৃষ্টিৰ প্ৰতি। কিন্তু নীলা বাইদেউৰ শিশু-সাহিত্য ৰচনাৰ প্ৰয়াসত 'জ্ঞানৰ সাহিত্য' সৃষ্টিয়ে অগ্ৰাধিকাৰ লাভ কৰিছিল। উল্লিখিত তেওঁৰ শেহতীয়া নাটিকাকেইখনত তেওঁৰ এনে প্ৰয়াস অধিক স্পষ্ট হৈ উঠা দেখা যায়।

'সুৰীয়া মাত' শিশুৰ মনৰ লগত মিলাকৈ ৰচনা কৰা নীলা বাইদেউৰ ওঠৰটি গীতৰ সংকলন পুথি।

"কপৌ কু কু কু কু
লৰে চৰে পাত,
ক'ত আছে বাহ তোৰ
কেনি আছে বাট?"ৰ লেখীয়া গীতবোৰ অকল গীত হিচাপেই নহয়, ভাবে ভাষাই চিত্তাকৰ্ষক একো একোটিহঁত মনোগ্ৰাহী শিশু কবিতাও। এইখনি পুথিতেই সন্নিবিষ্ট "নীল আকাশৰে ৰূপোৱালী পখী, জিঞ্জাৰে দুখনি পাখী, আলফুলে উৰি আহে লগতে তৰাৰে জাকি" গীতটো যিসকলে এবাৰ শুনিছে, তেওঁলোকে হয়তো সহজেই অনুমান কৰিব পাৰিব, সাহিত্যিক সৌন্দৰ্যৰ লগতে এই গীতবোৰৰ সুৰীয়া আবেদন কিমান মধুৰ, কিমান গধুৰ।

"শালিকী ৰটৌ টৌ" "অসমীয়া ওমলাগীত" আৰু শেহতীয়াকৈ প্ৰকাশিত (২০০০ ইং চন) "নতুন ওমলা গীত", এই তিনিখন ড° নিৰ্মলাপ্ৰভা বৰদলৈৰ স্বৰচিত শিশু কবিতাৰ সংকলন।

"শালিকী ৰটৌ ৰটৌ"ৰ কবিতাখিনি "সুৰীয়া মাত"ৰ গীতকেইটাৰ দৰেই কোমল আৰু নিমজ। এইবোৰৰ যোগেদি নীলা বাইদেৱে অকণিহঁতক সিহঁতৰ চৌপাশৰ পৃথিৱীখনৰ বিভিন্ন বৈচিত্ৰ্যৰ লগত চিনাকি কৰি দিয়াৰ প্ৰয়াস কৰিছে। ইয়াত মৰম চেনেহৰ লগত আপদ-বিপদৰ কথাও এনেদৰে কোৱা হৈছে—

শালিকী এ ৰটৌ টৌ
ভাত হ'ল শাক হ'ল
শালিকীৰ মাকজনী কেনিনো গ'ল......

ইয়াতে আছিলে
পাখী কটালি
চোতালৰ আগতে সঁউ
কেনি গ'ল ঔ! পালিনে নৌ।
কেনি গ'ল আঁতৰি
আহা যাওঁ বিচাৰি
চৰাইজনী আছিল
ইয়াতে উমলি
ইস্ আয়ৈ দেহি
মাটিতে আছে পৰি
তলমূৰ কৰি
কোনোবাই থৈ গ'ল ডিঙিটো মুচৰি
পদূলিৰ মূৰতে সঁউ।"

উমলি থকা শালিকীজনীক এনেদৰে কোনোবাই ডিঙি মুচৰি মাৰি থৈ যোৱাৰ কথাষাৰে ৰং-তামাচাৰ মাজতে লুকাই থকা বিঘিনিৰো সঙ্কেত দিছে।

'অসমীয়া ওমলা গীত' পুথিখনক 'অসমীয়া শিশু সাহিত্য'ৰ এখন অমূল্য সম্পদ বুলি নিসন্দেহে ক'ব পাৰি। পুথিখনৰ প্ৰথম প্ৰকাশ কাল ১৯৭৮ ইং চন। ২০০১ চনলৈ পুথিখনৰ মুঠতে নটা সংস্কৰণ ছপা' হৈ প্ৰকাশিত হৈছে। ইয়াৰপৰাই শিশুসকলৰ মাজত পুথিখনৰ জনপ্ৰিয়তাৰো উমান পাব পাৰি। অসমীয়া মৌখিক সাহিত্যৰ যুগতে 'অ' ফুল, অ' ফুল, নুফুল কিয়?'ৰ দৰে 'ধ্বনি মাধুৰ্য আৰু ঘৰুৱা চিত্ৰকল্পৰ যোগেদি শিশুৰ মনত অকল্পনীয় আনন্দ দান কৰিবপৰা নিচুকনি গীত ৰচনা কৰা হৈছিল আৰু আজিলৈকে মৌখিকভাৱেই তেনেবোৰ গীত আমাৰ মাজত প্ৰচলিত হৈ আছে যদিও ইংৰাজী ভাষাত থকাৰ দৰে অসমীয়া ভাষাত 'নাৰ্ছাৰী ৰাইম'ৰ অভাৱৰ কথা অনস্বীকাৰ্য। এই প্ৰসঙ্গত 'অসমীয়া ওমলা গীত'ৰ 'ওমলা গীত' শীৰ্ষক পাতনিত বৰেণ্য সাহিত্যিক সাংবাদিক তিলক হাজৰিকাদেৱে লিখিছে— "ওমলা গীত সকলো ভাষাতে আৰু সকলো সমাজতে আছে। সময়ৰ লগে লগে এইবোৰ গীতৰ স্বাভাৱিক যোগ বিয়োগ হৈ আহিছে। এই গীতবোৰৰ ধ্বনি মাধুৰ্য আৰু ঘৰুৱা চিত্ৰকল্পই শিশুসকলৰ ওমলা গীতৰ এনেকুৱা অতুলনীয় আকৰ্ষণৰ হেতুকে ই কোমল বয়সীয়া শিশুৰ আদি পাঠৰ মাধ্যমো হৈছে। বৰ্তমান কিণ্ডাৰগাৰ্টেন শিক্ষা পদ্ধতিত এনেকুৱা গীত পাঠ এটা অপৰিহাৰ্য অঙ্গ। .... কিন্তু অকণিহঁতৰ বাবে স্কুলত গাই উমলিব পৰা একেবাৰে অকৃত্ৰিম, সুন্দৰ সুন্দৰ ওমলা গীতৰ সংখ্যা আমাৰ ভাষাত নাই বুলিবই পাৰি।"

এই অভাৱৰ প্ৰতি সজাগ হৈয়ে নীলা বাইদেৱে কিছুসংখ্যক ওমলা গীত অসমীয়া ভাষাত ৰচনা কৰি আমাৰ অকণিহঁতলৈ "অসমীয়া ওমলা গীত"ৰ পুথিখনি আগবঢ়াইছে। থলুৱা পৰিৱেশ, নিতৌ দেখি থকা জীৱ-জন্তু, মাটি-পানী-বায়ুৰ সুবাসেৰে প্ৰাণৱন্ত উক্ত ওমলা গীতৰ পুথিখনৰ কেইটামান কবিতাৰ ছন্দ আৰু চিত্ৰকল্প ইমান মনোমোহা যে সেই কেইটাই অকণিহঁতৰ লগতে বয়স্কসকলৰ মনতো অপূৰ্ব অনুভূতিৰ সৃষ্টি কৰিব পাৰে। "ভুক্ ভুক্ কিয় কৰ, অ' ভুক্ ভুক্; লৰ মাৰি যাওঁতে ভৰিত পালোঁ দুখ।" এই কবিতাকেইশাৰীৰ মাজত শিশুমনৰ যিখনি সৰল অন্তৰ আৰু নিকা মনৰ ছবি নিমজ ভাষাৰে চিত্ৰায়িত কৰি তোলা হৈছে, সি অতি অনুপম। তেনেকৈয়ে "কোমোৰা এটাৰ পাখী গজিল, ভোমোৰা এটা হ'ল; গুণ্ গুণ্ গুণ্ কৰি উৰি গুছি গ'ল।" নাইবা "জিকি আৰু মিকি, ৰুটী খায় সেকি, পানী পি খাওঁতে ভাগি গ'ল দাঁত। গাখীৰকে দিয়া, দাঁত নাইকিয়া, মোকোৰা মোকোৰে খাব পাৰি কলপাত।" কবিতা দুটাৰ মাজত শিশুমনৰ কোমল কল্পনানুভূতিত খেলি-মেলি লগাই দিব পৰাকৈ আশ্চৰ্যৰ প্ৰকাশ ঘটিছে।

প্ৰগতিবাদী বঙলা কবিয়ে খিৰিকিৰে আকাশৰ কাঁচিজোনটিলৈ চাই ক্ষুধাতুৰ জনৰ মনৰ কল্পনাৰ ছবি আঁকিছে এনেদৰে— "যেন এক টুকৰো ৰুটী..." ইত্যাদি। তাকে খাই ক্ষুধাতুৰ জনে যেন পেটৰ পৰম ক্ষুধা নিবাৰণৰ সপোন দেখে। সেই একেই জোনৰ বিভিন্ন ৰূপৰ চিত্ৰ শিশুমনৰ কল্পনাৰে বাইদেৱে আঁকিছে এনে বুলি—

"ন জোনে ধান কাটে কাঁচি খনলৈ;
মাজু জোনে নাও বায় আকাশত বৈ।
বৰ জোন ঘূৰণীয়া পায়সৰ থাল,
খাই দিম একেবাৰে লাগি যাব ভাল।"

যোৱা ১৯৭৯ চনতেই 'অসমীয়া ওমলা গীত'ৰ বিষয়ে 'অসম বাণী'ত প্ৰকাশিত আমাৰ এটি নিবন্ধত পুথিখনিত থকা বানান আৰু ব্যাকৰণৰ বিসঙ্গতি কেইটামানলৈ আঙুলিয়াই পৰবৰ্তী সংস্কৰণত সেইবোৰৰ শুধৰণি হোৱাটো বাঞ্ছা কৰিছিলো। কিন্তু আজিকোপতি সেয়া হৈ নুঠাত অনিচ্ছা স্বত্বেও আমি পুনৰুল্লেখ কৰিবলগীয়াত পৰিলোঁ।

আধুনিক 'ষ্টাইল'ত অসমীয়া কোৱাসকলৰ মুখত 'ক'ত যোৱা?' 'বজাৰ যাওঁ' বা 'কলেজ যাওঁ' বুলি কোৱা শুনা যায় যদিও লিখিতৰূপত 'ক'লৈ যোৱা?' 'বজাৰলৈ' বা 'কলেজলৈ' বুলি লিখাটোহে শুদ্ধ। বাইদেৱে শিশুসকলৰ নিমিত্তে ৰচিত উক্ত, বহুলভাৱে পঠিত পুথিখনৰ ৪, ৩৫, ৩৭ আৰু ৪২নং গীতত যথাক্ৰমে 'ডাঙৰ ৰেল, সৰু ৰেল ক'ত বাৰু যায়?', 'এটি তৰা, দুটি তৰা, ক'ত তৰা যায়' (বহুসংখ্যক তৰা বুজাবলৈহে যদি লিখা হৈছে, তেতিয়াও 'কত'হে হ'ব।) 'সঁচাকৈয়ে গাড়ী নাই, মানুহ ক'ত গ'ল?' আৰু 'ঘন চিৰিকা, ঘন চিৰিকা, ক'ত গৈছিলা তুমি?' বুলি লিখিছে।

আকৌ ৪১নং আৰু ৪৯নং গীত দুটাত যথাক্ৰমে 'মুখ ফুলাই বহি কৰিল তিনি হেজাৰ জপ' আৰু 'ডাক্তৰ আনিবলৈ দাদা লৰ দিলে।' বুলি লিখা হৈছে। নামনি অসমৰ কোনো কোনো অঞ্চলত

কথিতৰূপত 'কৰিলে, খালে' আদি কথাবোৰ 'কৰিল্', 'খাল্' বুলি কোৱা শুনা যায়। কিন্তু লিখিতভাৱে 'কৰিলে, খালে' বুলিয়েই লিখে। ৪৯নংত 'ডাক্তৰ আনিবলৈ দাদা লৰ দিলে' পদ্য ফাঁকি পঢ়ি মোৰ মনলৈ পোনে পোনে 'ৰাম-চৰ' 'থিয়-কিল' আদিত ব্যৱহৃত 'ৰাম', 'থিয়'ৰ দৰে 'দাদা'টোও লৰৰ বিশেষণৰূপে ব্যৱহৃত হোৱাৰ ধাৰণাটোহে আহে। কিন্তু ইয়াত 'দাদাই লৰ দিলে'হে হ'ব লাগিছিল। শিশু সাহিত্যই শিশুক ভাষাৰ শুদ্ধ ৰূপটোও শিকাব পাৰিব লাগে। এইখিনি ত্ৰুটী আঁতৰালে 'অসমীয়া ওমলা গীত'ক এখনি বিশুদ্ধ ৰূপৰ শিশুৰ চিত্তাকৰ্ষক চিৰ যুগমীয়া পুথি বুলি ক'ব পৰা যাব।

এইখিনিতে উল্লেখ্য যে 'এদিন এটা বগলীয়ে মিছা কথা ক'লে, ঠেং এটা চুটি হ'ল, মিছা মাছে খালে।— 'ক'লা কাপোৰ পিন্ধি মেঘ, হ'ল ল'ৰা-ধৰা, লেপ লৈ শুই থাকিল জোন আৰু তৰা।'— 'আঁয়ে দেহি ধুনীয়া সেউজীয়া ধান, বতাহৰ জিৰ্ জিৰ্ শুনিছানে গান?'ৰ লেখীয়া মনজুৰোৱা, সুৱদী সুৰীয়া ওমলা গীতেৰে ভৰপূৰ এই পুথিখনৰ ভালেকেইটামান 'ওমলা গীতৰ ৰেকৰ্ড'ও ওলাই গৈছে। ১৯৮২ ইং চনৰ ১২ মে'ৰ 'অসম বাণী'ৰ 'মইনা পাৰিজাত চ'ৰা'ত প্ৰকাশিত 'ওমলা গীতৰ ৰেকৰ্ড' শীৰ্ষক এক বাতৰি মতে 'অসমীয়া ওমলা গীত'ত সন্নিবিষ্ট ১নং গীত 'শামুক অ' শামুক' আৰু ৭নং গীত 'বে-কৰে ছাগলীয়ে, মিউ মিউ মেঁকুৰে' গীত দুটা অসমীয়া ভাষাত সৰ্বপ্ৰথমবাৰৰ বাবে কণ কণ ল'ৰা-ছোৱালীৰ উপযোগীকৈ উলিওৱা আৰু সত্যেন বৰুৱা, মিনতি বৰুৱা আৰু চাৰিবছৰীয়া জুবিন বৰুৱাই গোৱা ওমলা গীতৰ ৰেকৰ্ডত বাণীবদ্ধ হৈছিল।

বাইদেউৰ শেহতীয়া শিশু কবিতাৰ পুথি 'নতুন ওমলা গীত' 'অসমীয়া ওমলা গীত'ৰে এক সম্প্ৰসাৰিত ৰূপ মাত্ৰ। 'নতুন ওমলা গীত'ত সন্নিবিষ্ট অধিকাংশ গীতত আমি 'অসমীয়া ওমলা গীত'ত প্ৰকাশিত গীতবোৰৰ অনুৰণন শুনিবলৈ পাওঁ। তাৰ মাজতো অৱশ্যে 'হৈ চৈ নকৰিবা, পানচৈ যায়। বৰদৈচিলা আহে কৰদৈ খাই।'; 'কুলু কুলু কুলি নহয়, কুলু কুলু নৈ; ঢুলু ঢুলু চকুত থাকে চকুপানী বৈ।' আৰু 'ব'লা যাওঁ ফুৰিবলে', হ'ল জাৰকালি, আলিবাট নেলাগেই, যেনিতেনি আলি।' পদ্যকেইটা নিজস্ব 'ধ্বনি মাধুৰ্য আৰু চিত্ৰকল্প'ৰ প্ৰাচুৰ্যতাৰে শিশু পাঠকক বিমুগ্ধ কৰি ৰাখিব পৰাকৈ সতেজ আৰু প্ৰাণৱন্ত।

সেইবাবেই শিশু-সাহিত্যৰ ক্ষেত্ৰত 'নীলা-বাইদেৱে' আজিও এক ঈৰ্ষণীয় স্থান অধিকাৰ কৰি আছে।

# সূচীপত্ৰ



## লোকখেল



## সাধুকথা



## অসমীয়া সংস্কৃতিৰ আভাষ



## গীত আৰু পদ্য



## শিশু গীতি-নাট্য



## নাটিকা



## অন্যান্য







চিল্ চিল্ চিলা
বাগী চিল্ মিলা



অকমানিহঁত,

তোমালোকে দেখিছাই পখিলা উৰণীয়া। উৰি উৰি ফুলে ফুলে পৰে। ভোমোৰা আৰু চৰাইবোৰো উৰণীয়া। দুখনি পাখী মেলি আলাসতে ফুৰে। মেঘো উৰণীয়া। আকাশত কি ধুনীয়াকৈ ভাঁহি থাকে, উৰি ফুৰে। হয়নে নহয়?

তোমালোকে ছাগে ভাবিছা, মেঘৰনো পাখী ক'তা? ওঁ, পাখী নোহোৱাকৈও উৰিব পাৰি। বতাহ যেনেকৈ উৰে। বতাহ নৰয়েই, আৰু ৰ'লেতো বতাহেই নহয়! বতাহৰ দৰেই মনো আমাৰ উৰণীয়া। মন নেদেখি, পিছে মনৰ যিহে বিজুলী যেন গতি! মন কৰিলে মনক পিছে থিৰ কৰিবও পাৰি।

"মন উৰণীয়া"ত নীলা বাইদেউৰ উৰণীয়া মনৰ বতৰা আছে। জিকি-মিকি নামৰ দুটা মাইনাক দুপৰীয়া, গধূলি শুৱাবৰ পৰত নীলা বাইদেৱে 'মন উৰণীয়া'ৰ সাধুবোৰ সাজি সাজি কৈছিল। লাৱণ্য প্রেছৰ তোমালোকৰ পৱিত্র মামাই সেই সাধুবোৰকে কিতাপ এখন কৰি তোমালোকৰ হাতত (নে কাণত? সাধু শুনিহে।) দিছে।

"মন উৰণীয়া"ৰ লগে লগে তোমালোকৰ মনো যদি উৰি থাকে, আৰু উৰিবলৈ শিকে নীলা বাইদেউ আৰু পৱিত্র মামা দুয়ো বৰ ভাল পাব। সঁচাকৈয়ে।

মৰমেৰে

নীলা বাইদেউ

বুদ্ধ পূর্ণিমা,

গুৱাহাটী

১৯৮১



॥ ১ ॥

"খেলিবলৈ কোন কোন যাবি? চাৰিটা বাজি গ'লেই, দেৰী হ'ল কিন্তু। বেগেতে বেগেতে।" পদূলিৰ পৰা মতা মুনু দাদাৰ চিএঞৰ দীপ, মাখন, ৰুণু, ৰাজ, পুতুল, ৰুমী আটাইকেউটাৰে কাণত পৰিলহি। "মুনু দাদাই আজি নতুন খেল শিকোৱাৰ কথা আছিল। স্কুলৰ পৰা আহি হাত-ভৰি নোধোৱাকৈয়ে জলপান খাবলৈ পাকঘৰলৈ টিক্‌টিক্ কৰে দৌৰ মৰা ৰুণুক মায়ে মুখ-হাত দুই আহিলেহে খাবলৈ দি বুলি জলপানৰ বাটিটো আলমাৰীত ভৰাই থলত মাটিতে ধেপেচ্ কৰে বহি ইমান পৰে ওফোন্দ পাতি আছিল। খেলৰ নাম শুনি এইবাৰ গিৰিপ্‌কৈ উঠিল। দীপ আৰু ৰাজে শোৱাঘৰৰ পিৰালিত মনে মনে থিয় হৈ মা' দেউতাই খং কৰিব বুলি আৰু লগৰ কোনোবাই দেখিলে ভাগ বিচাৰিব বুলি ভয়তে লুকুৱাই, পেন্ধিল দি স্কুলৰ পৰা সলাই অনা কলি কৰজা টেঙা খাই আছিল— মুনু দাদাৰ মাত শুনি সিহঁতো একেচাবেই পদূলিমুখ পালেগৈ। সিহঁতৰ ঘৰৰ পুতুল, মাখনে ভৰি ধুইছিলেহে স্কুলৰ পৰা আহি। লৰা-লৰিকৈ খাই-বৈ সিহঁতো ওলাল। বাকী থাকিল ৰুমী। স্কুললৈ পিন্ধি যোৱা নতুন চোলাটো সোলোকাই দি ঘৰত পিন্ধা অইন এটা চোলা পিন্ধিবলৈ বাইদেৱে কোৱাত ঠেহ পাতি আল্‌নাডালৰ ওচৰতে শুদা গাৰে ৰুমী থিয় হৈ আছিল। এতিয়া চোলাকে বিচাৰি নোপোৱাত পৰিল। লগৰ সোপাই এৰি থৈ গ'ল বুলি ভাবি মুখ মেলিব খোজোতেই যেনিবা ধন দাদাই চোলা এটা পিন্ধাই লগতে উলিয়াই লৈ গ'ল। মুনু দাদাৰ লগৰ ৰাণী, ফুণু, সোণ, মইনাহঁতো তিনিআলিত লগ লাগিলহি। বকুল তলৰ ফিল্ডলৈ আটাইসোপাই উখল-মাখলকৈ আগবাঢ়িল।

"মুনু দাদা কি খেল শিকাবা আগতে কোৱা না?" দীপ আৰু ৰুণুৱে মুনুক সুধিবলৈহে পালে, "বাটতে কিনো কিপ্‌কেপাই থাক। ব'লচোন ব'ল, দেখিবি নহয়, মুনুৱে কিমান খেল জানে; ইংৰাজী, বঙালী, মাদ্ৰাজী হৰেক ৰকমৰ খেল, সি খুৰাকৰ লগত কম দিন আছে নেকি!" বুলি সোণে কৈ সিহঁতৰ মুখ বন্ধ কৰি থ'লে।

ফিল্ডত থিয় হৈয়ে মুনুৱে ক'লে যে সপ্তাহত এদিনকৈহে খুৰাকৰ ওচৰত শিকা খেলবোৰ সি শিকাবলৈ আহিব পাৰিব। আন কেইদিনত আবেলি মুনুৰ হিন্দী স্কুল আছে। অৱশ্যে সেইদিনটোতে এটা পাৰে, দুটা পাৰে অসমীয়া, ইংৰাজী মজাৰ খেল যি আছে আৰু যিহকে

মনত পৰে শিকাই যাব। "সপ্তাহত এদিনকৈ হ'লেও নতুন খেল একোটা, কি মজা!" আটাইসোপাই এক কথাত সন্মত হৈ গ'ল।

মুনুৱে সেইদিনা সিহঁতক খেলটো এইদৰেই শিকাই দিলে—

দীপ, মাখন, ৰাজ, ৰুমী, ফুণু, ৰুণু, সোণ আদি যিমানবোৰ খেলুৱৈ সেইদিনা গোট খাইছিল আটাইসোপাকে ঘূৰণীয়াকৈ, বহলকৈ থিয় হ'বলৈ দিলে। মাজত ল'ৰা এটা থিয় হ'বলৈ ক'লে। অৰ্থাৎ লিডাৰ হৈ মাজত এটা ল'ৰা থাকিব লাগিব। মাজত থকা লিডাৰজনে তলত দিয়া শব্দবোৰ প্ৰথমতে কৈ প্ৰতিটো শব্দৰে অঙ্গী-ভঙ্গীবোৰ প্ৰথমে আটাইকে বুজাই দিব লাগে। পাচত সেই শব্দবোৰৰ ভিতৰৰ যেই কোনো এটা শব্দ মাজৰ ল'ৰাজনে চিঞৰি কোৱাৰ লগে লগেই ইবোৰে সেই শব্দ বুজোৱা অঙ্গী-ভঙ্গী কৰি দেখুৱাব লাগিব। মাজৰ ল'ৰাজনে মুখেৰে এটা কৈ হাতেৰে আন এটা একে সময়তে দেখুৱাই ইবোৰৰ ভুল কৰিবলৈ চাব লাগে।



উদাহৰণ স্বৰূপে — মাজৰ ল'ৰাজনে মুখেৰে ক'ব "আহা", কিন্তু হাতেৰে দেখুৱাব "দিয়া" (হাতপাতি)। বাকী ল'ৰাবোৰে তাত ভুল নকৰি তেতিয়া সোঁহাতেৰে কাৰোবাক মতাৰ দৰে দেখুৱাব লাগে। যেয়ে ভুল কৰিব সিয়ে খেলত মৰিব। শেষলৈকে যি থাকিব সিয়ে জিকিব। এনেবোৰ শব্দ এইটো খেলত ব্যৱহাৰ কৰিবলৈ ভাল—

| শব্দ | | অঙ্গী-ভঙ্গী |
| --- | --- | --- |
| ১। | হয় | (মূৰ দুপিওৱা) |
| ২। | নহয় | (মূৰ জোকৰা) |
| ৩। | ৰ'বা | (ইখন হাতৰ ঠাৰিত সিখন হাতেৰে ধৰা) |
| ৪। | তুমি | (আন এজনলৈ আঙুলিয়াই) |
| ৫। | মই | (নিজলৈ আঙুলিয়াই) |
| ৬। | আহাঁ | (হাত বাউল দি মতা) |
| ৭। | নেলাগে | (হাত লৰাই) |
| ৮। | হেণ্ডচেক্ | (ইখন হাত সিখন হাতেৰে ধৰি জোকাৰি) |
| ৯। | দিয়া | (হাত পাতি) |
| ১০। | শুনা | (কাণৰ ওচৰত মুখখন থৈ) |
| ১১। | চুপ | (ওঁঠত আঙুলি দি) |
| ১২। | সৌটো | (দূৰলৈ আঙুলিয়াই)। |

"অহাবাৰলৈ ইয়াতকৈ ধুনীয়া এটা খেল শিকিবৰ কাৰণে প্ৰত্যেকেই যেন বগা কাগজ এটুকুৰা আৰু কাঠ পেঞ্চিল এডাল লগত লৈ আহে", এই বুলি নতুন খেল শিকি আনন্দত উত্রাবল হৈ থকা আটাইমখাকে মুনুৰে চিঞৰি কৈ থ'লে।

॥ ২ ॥

সেইদিনা নতুন খেল শিকি ৰুণুহঁতৰ নটা লাগিল। আবেলি ভাত বা জলপান যেয়ে যি পালে নাকে-কাণে গুজি মুনু দাদাৰ ওচৰত গৈ আটাইসোপাই হাজিৰ হ'লগৈ। ইলুহঁতৰ ঘৰত ফুৰিবলৈ অহা ৰণজিত্ মঞ্জুহঁতো আহিছে আজি। গম পাই পিঁপিয়া আৰু এজাক এইকেইদিনতে গোট খাইছেই। বিৰাট দল। পুতুলে সৰু বায়েকৰ আগত নতুন খেলৰ কথা কৈ ফট্‌ফটাই আছিল। বায়েকে "বৰ বঙলুৱা খেলটো শিকি আহিলে, অসমীয়া খেল কেইটা জান অ" বুলি কৰিলে ঠাট্টা। "মুনু দাদাৰ আগত কৈ দিম" বুলি পুতুল কন্দনামুৱা হ'ল। মুনু দাদাই বহল, মুখখোলা, মজলীয়া টিন এটা খেলৰ কাৰণে বিচাৰি ইটো কোঠাৰ পৰা সিটো কোঠা কৰি আছিল। এনেতে ছেগ বুজি লেন্ চেলাই পুতুলে লাহেকৈ কথাটো মুনুদাক কৈ দিলেহি। "ৰ চোন ৰ। এটা এটাকৈ মই যি জানো শিকাম নহয় তহঁতক, ইমান তত্ নাই কেলেই, সময় থাকিলে আজিয়ে এটা শিকাম যাঃ।" মুনুৰ খং উঠিছে বুলি ভাবি পুতুলে একেজাপেই বাহিৰ পালেগৈ।

কাগজ, পেঞ্চিল আটাইবোৰে আনিছেনে নাই বুলি মুনুৱে সুধিলত সকলোৱে আনিছো বুলি ক'লে। মুনুৱে আটাইবোৰকে শাৰী পাতি লৈ প্ৰথমটোক এক, দ্বিতীয়টোক দুই, তৃতীয়টোক এক, চতুৰ্থটোক দুই এনেকৈ এক দুই, এক দুইকৈ আটাইকে নম্বৰ দি ল'লে তাৰ পাচত খেলটো এইদৰে শিকালে—

এক নম্বৰৰ যিমানবোৰ ল'ৰা-ছোৱালী আছে আটাইবোৰে নিজৰ নিজৰ কাগজ টুকুৰাত আনক নেদেখুৱাই যি কোনো ধৰণৰ এটা প্ৰশ্ন লিখিব। যেনে ঃ— এজনে হয়তো লিখিব "তুমি কলিকতালৈ গৈছানে?" আন এজনে লিখিব "মানুহ নমৰাকৈ থাকিব পাৰেনে?" আন এজনে হয়তো লিখিব পাৰে "বেলি পশ্চিমফালে ওলায়নে?" ইত্যাদি ধৰণৰ যি কোনো এটা প্ৰশ্ন লিখিলেই হ'ব।

ইতিমধ্যে, সেই একেসময়তে দুই নম্বৰৰ যিমানবোৰ খেলুৱৈ আছে সিহঁতে নিজৰ নিজৰ কাগজ টুকুৰাত আনে নেদেখাকৈ যি কোনো এটা উত্তৰ এনেয়ে লিখিব। যি কোনো ধৰণৰ উত্তৰ হ'লেই হ'ব। যেনে— "মই ভাত খালো"। "মই কাইলৈ টকী চাবলৈ যাম।" "ঈশ্বৰৰ ভৰি দুটা।" "পৃথিৱী ঘূৰণীয়া।" "মাছে সাঁতুৰিব জানে।" ইত্যাদি ধৰণৰ।

প্ৰত্যেকেই লিখি নিজৰ নিজৰ কাগজখন ভাঁজ কৰি থ'ব। খেলৰ মাজৰে দুজন উঠি আহি এটা মুখখোলা টিনৰ বা কাগজৰ বাকচত এক নম্বৰবোৰে লিখা কাগজবোৰ এজনে বেলেগে গোটাব, আৰু ইজনে তেনেকুৱা এটা বাকচতে দুই নম্বৰবোৰে লিখা কাগজবোৰ বেলেগে গোটাই আনি দুয়োটা বাকচ সকলোৰে মাজত থ'ব। তাৰ পিচত এক নম্বৰ বাকচৰ কাগজবোৰ এখিলা এখিলাকৈ মেলি এজনে তাত লিখা প্ৰশ্ন এটা ডাঙৰকৈ পঢ়িব, আৰু ইজনে তেতিয়া দুই নম্বৰ বাকচৰ পৰা এখিলা উত্তৰ লিখা কাগজ তুলি লৈ উত্তৰ এটা পঢ়িব। অৰ্থাৎ ইটোৰ পাচত সিটোকৈ এজনে প্ৰশ্নবোৰ পঢ়ি যাব আৰু লগে লগে তাৰ উত্তৰ হিচাপে ইজনে উত্তৰবোৰ পঢ়ি যাব ইটোৰ পাচত সিটোকৈ। প্ৰশ্নৰ লগত উত্তৰবোৰ কিম্ভূত কিমাকাৰ হৈ পৰিব।



অজয়, ৰাণী, সোণহঁতে খেলটো বৰ ভাল পালে। খেলটোত সিহঁতৰ ইমান হাঁহি উঠিল যে হাঁহি হাঁহি সিহঁতৰ পেট বিষাই গ'ল। সৰুকেইটাই খেলটো বৰকৈ বুজি নেপাই মেহেঙা-মেহেঙ কৰি আছিল। মুনুৱে তেতিয়া সৰু সৰু আটাইকেইটাকে বহুৱাই লৈ অইন এটা খেল শিকাই দিলে। আটায়ে শাৰী পাতি গোলকৈ বহি মাটিত দুয়োখন হাতৰ তলুৱা তলমুকৈ পেলাই ল'ব। তাৰ ভিতৰৰে এজনে মুখেৰে "উকুলী মুকুলী কুকুলী কাঁহী, আদৌ দৌ মহৰ ডাঁহী, আমপাতে চাম চেলায়, পদুম পাতে হুৰ্‌হুৰায়, কি কি চৰাই কি কি নাও, ইখন এৰি সিখন পাওঁ" বুলি গাই গাই এখন হাতেৰে সকলোৰে হাতবোৰ চুই যাব। যিখন হাত পাওঁতে গীতটো শেষ হ'ব সেইখন



হাতেই গেলিব। অৰ্থাৎ সেইখন হাত ইবোৰ হাতৰ মাজৰ পৰা আঁতৰাই আনিব লাগিব। আঁতৰাই আনি সেই হাতখন কাষলতিৰ তলত সুমুৱাই থ'ব লাগে। এইদৰে বাৰে বাৰে মাটিত পাতি থোৱা হাতবোৰ চুই চুই গীতটো গাই থাকোতে এখন এখনকৈ সকলোৰে হাত গেলি শেষ হ'ব, তেতিয়া প্ৰথমেই যাৰ হাত গেলিছিল তাকে আৰম্ভ কৰি আটাইকেটাকে এটাৰ পাচত এটাকৈ গীত গোৱাজনে এইদৰে সুধিব লাগে— "তোমাৰ হাত কোনে নিলে?"



হাত কাষলতিৰ তলত থোৱাজনে উত্তৰ দিব— "মেকুৰীয়ে।" প্ৰশ্ন— "মেকুৰী ক'লৈ গ'ল?" উত্তৰ— বাঁহ তললৈ। প্ৰশ্ন— বাঁহে কি দিলে? উত্তৰ— এচাৰি। প্ৰশ্ন— এচাৰি কাক দিলা? উত্তৰ— গৰখীয়াক। প্ৰশ্ন— গৰখীয়াই কি দিলে? উত্তৰ— গাখীৰ। প্ৰশ্ন— গাখীৰ কাক দিলা? উত্তৰ— ৰজাক। প্ৰশ্ন— ৰজাই কি দিলে? উত্তৰ — মেনা হাতী মেনা মহ দিলে। প্ৰশ্ন— মেনা হাতী মেনা মহে কি কি খায়? উত্তৰ— ডালিম চিৰিচিৰি খায়।



এইখিনি সুৰ ধৰি ধৰি সোধাৰ পাচত "চাওঁ হাতখন কিমান তপত হ'ল" এই বুলি চাই তপত হোৱা নাই যদি তপত কৰিবলৈ আকৌ "তোমাৰ হাত কোনে নিলে" বুলি সুধিব লাগে।

সৰু সৰু আটাইমখাই স্ফূৰ্তি পালে। মুনুৱে দেখুৱাই দিবলৈহে পালে খেলত সিহঁত লাগি গ'ল। গোসাঁই ঘৰত ডুডুমডুম্ ডবা-কাঁহ বাজিলত, সন্ধিয়া হ'লতহে, তাকো বৰদেউতাৰ গলখেকাৰি আলিত শুনিলতহে সেইদিনাৰ খেল যেনিবা সামৰণি পৰিল।

॥ ৩ ॥

"কণা মেঘে চকুকে নেমেলা হ'ল! কিহে পালে! আবেলিলৈও যদি ৰ'দ নিদিয়ে আমাৰ পিনে হ'ল আৰু!" ঢকা-ঢমকা বতৰটোৰ আগ-গুৰি চাই চাই ছবি, দীপ, ৰণিহঁতে মনৰ ভিতৰতে থোন্‌থোনাই আছিল। এই সপ্তাহতে যদি মুনু দাদাই "বতৰ বেয়া, ক'ত খেলিবি" বুলি খেল নিশিকায় আকৌ এসপ্তাহলৈ গ'ল। কেইটামানে ভাবি-চিন্তি উপায় নেপাই 'ৰ'দ দিওঁৰা প্ৰভু' বুলি দ'লনৈ ঘিউ-চাকি আগবঢ়ালে, কেইটামানে "ৰ'দালি এ ৰ'দ দে আঁৰি কাঠি জ্বালি দিম, চামৰ পীৰা পাৰি দিম, তাতে বহি বহি ৰ'দ দে" বুলি বাৰে বাৰে গালে। খটাসুৰ দুটামানে পিছল খোৱাৰ দৰে থেকেচ্ কৰে চোতালত পৰি ৰ'দ দিবলৈ বুলি বেৰত গা ঘঁহালে। এনেতে মুনু সেইফালেদি যক! সিহঁতৰ কাণ্ড-কাৰখানা দেখি মুনুৱে হাঁহি হাঁহি ক'লে যে, বৰষুণ দিলেও ভিতৰতে খেলিব পৰা খেল দেখাৰ আছে, আজি তাকে সিহঁতে খেলিব পাৰিব। আবেলিকৈ কাগজ পেঞ্চিল হাতে হাতে লৈ মুনুহঁতৰ ঘৰৰ আগফালৰ ডাঙৰ বাৰান্দাখনতে আটাইমখাকে গোট খাবলৈ কৈ মুনু গ'লগৈ। আৰু কোনে পায়? "য'ৰ পানী তলৈ যা, মোৰ চিলট শুকাই যা" বুলি গাই গাই চিলটৰ পানী শুকুৱাই থকা ৰুমী আৰু পঢ়াৰ মেজত বহি চিলটত 'কটাকটি' খেল খেলি থকা বন্তি, অৰুণহঁতৰ আগত একে উশাহে গৈ ছবিহঁতে ভাল খবৰটো দি থৈ আহিল গৈ।



ডাৱৰীয়া বতৰ। দুইমান বজাতেই টিলৌ-টিপৌ ভাইটি-ভন্‌টিহঁতকো লগত লৈ গোটেই দলটো হাজিৰ হলহি। অকমান অকমানবোৰে ইহঁতৰ খেলৰ মাজত সোমাই যাতে আমনি নকৰে সেই কাৰণে মুনুৱে লৰালৰিকৈ সৰু খেল এটা অকণ অকণবোৰক বেলেগে শিকাই দিলে।

প্ৰথমে ঘূৰণীয়া হৈ মাটিত বহিব লাগে। তাৰ পাচত ভুকু মাৰিবৰ কাৰণে হাতখন যেনেকৈ মুঠি মাৰে তেনেকৈ মুঠি মাৰি বুঢ়া আঙুলিটো ওপৰলৈ উলিয়াই থৈ এখন হাত এটাই মাটিত মাজতে পাতিব লাগে। সেই হাতৰ ওপৰত ইখন হাতো তেনেকৈ থ'ব লাগে। দেখিবলৈ এতিয়া অকমানি দল এটাৰ নিচিনা হ'ল। এতিয়া সেই দলটোৰ ওপৰত ইবোৰেও নিজৰ নিজৰ হাত মুঠি মাৰি মাৰি থৈ যাব লাগে। যিমানে বেছি ল'ৰা-ছোৱালী থাকিব সিমানে ওখ দল হ'ব। এতিয়া তাৰ মাজৰ এজনে সুধিব— "এইটো কাৰ দল?" ইবোৰে উত্তৰ দিব— "ৰজাৰ দল।"



প্ৰশ্ন— ভাঙিব পায়নে নেপায়?

উত্তৰ— নেপায়।

প্ৰশ্ন— কলীক মাতিম নে?

উত্তৰ— নেমাতিবা।

প্ৰশ্ন— বগীক মাতিম নে?

উত্তৰ— নেমাতিবা।



তাৰ পাচত গোটেইবোৰ একেলগে "কলী ঔচ, বগী ঔচ" বুলি কোৱাৰ পাচতেই ওপৰত যাৰ হাত আছিল সেই হাতখন আনি দলটোৰ মাজতে ভাঙি 'ঘেকেচ্' বুলি কৈ দিব, দলটো তেতিয়া ভাগি পৰিব। খেল শেষ। আকৌ নতুনকৈ খেলিবৰ হ'লে নতুনকৈ দল পাতি ল'ব লাগিব।

মজাৰ খেল পাই অকণমানবোৰ মহা স্ফূৰ্তিৰে খেলত লাগি গ'ল।

॥ ৪ ॥

মুনুৱে এইবাৰ ডাঙৰবোৰক বহুৱাই ল'লে শাৰী পাতি। সকলোকে হাতত কাগজ-পেঞ্চিল ল'বলৈ ক'লে। মুনুৱে দুপৰতে মনে মনে কাগজ এখিলাত শব্দ কিছুমানৰ আখৰবোৰ সান-মিহলি কৰি লিখি থৈছিল আৰু আচল শব্দবোৰো ওলট-পালট কৰি পেলোৱা শব্দবোৰৰ কাষে কাষে লিখি থৈছিল। যেনে—

| ওলট-পালট শব্দ | আচল শব্দ |
|---|---|
| ৰতভা | ভাৰত |
| ইলীটা | ইটালী |
| চিয়াৰু | ৰুচিয়া |
| মজিলয়াবে | বেলজিয়াম |
| নজস্থাৰা | ৰাজস্থান |
| চিইলা | ইলাচি, |
| | ইত্যাদি। |

মুনুৱে মাজতে থিয় হৈ ক'লে যে শব্দটো তেওঁ এবাৰহে উচ্চাৰণ কৰিব আৰু শব্দটো তেতিয়াই শুদ্ধকৈ প্ৰত্যেকেই নিজৰ কাগজত আনে নেদেখাকৈ লিখি যাব। কাগজ-পেঞ্চিল নোহোৱাকৈ যদি খেলা যায় তেতিয়া যেয়ে শুদ্ধকৈ আগতে ক'ব পাৰিব সেয়ে জিকিব। আৰু যদি কাগজত লিখা যাৰে সকলোতকৈ বেচি শব্দ শুদ্ধ হয় সিয়েই জিকিব। অৰ্থাৎ মুনুৱে 'ৰতভা' বুলি কোৱাৰ লগে লগেই যি টপ্ কৰে 'ভাৰত' বুলি লিখিব পাৰিব বা ক'ব পাৰিব। শব্দটো এবাৰহে লিডাৰজনে উচ্চাৰণ কৰাৰ নিয়ম। সেইদৰে সময়ো বেচি দিয়াৰ নিয়ম নাই। ঠিক মৌখিক সোধাৰ দৰে। মুনুৱে কথাটো আটাইকে ভালকৈ বুজাই দিলে।

খেল আৰম্ভ হ'ল। কোনোৱে শুদ্ধকৈ লিখিলে, কোনোৱে আকৌ তাতে ওলট-পালট লগালে, কোনোটোৱে আকৌ থত্‌মত্ খাই এটাও লিখিব নোৱাৰিলে। শুদ্ধ যাৰ হ'ল সিহঁতৰ স্ফূৰ্তি চায় কোনে?

এইটো খেল খেলিবৰ হ'লে যি লিডাৰজনে আগতে শব্দ কিছুমান ওপৰৰ দৰে ঠিক কৰি ল'ব লাগিব আৰু যিবোৰে উত্তৰটো লিখিব সিহঁতেও নিজৰ নিজৰ উত্তৰ লিখা কাগজ টুকুৰাত নিজৰ নাম লিখিহে লিডাৰজনৰ হাতত যে দিব লাগে সেইটো কথাও মুনুৱে ক'লে।

সৰু কেইটাই ইফালে "মুনু দাদ, মুনু দাদা, আৰু খেল শিকাই দিয়া না" বুলি মুনুক কুটুৰিবলৈ ধৰিলে। মুনুৱে সৰু-ডাঙৰ আটাইবোৰকে "ঐৰে আমাৰ তগৰ" খেলটো এইদৰে শিকাই দিলে—

দলটোৰ ভিতৰত এহাল ৰজা-ৰাণী হ'ব লাগে। ইবোৰে দুজন দুজনকৈ আঁতৰলৈ গৈ মনে মনে নাম পতাই আহিব লাগে। যেনে ফুল-পাত, ধন-সোণ, গোলাপ-পদুম, ইত্যাদি। এনেকৈ নাম পতাই ৰজা-ৰাণীৰ ওচৰলৈ আহি প্ৰতিযোৰেই ক'ব— "চিল্ চিল্ চিলা।" ৰজা-ৰাণীয়ে ক'ব— "বাগী চিল্ মিলা।" তেতিয়া এযোৰে সুধিব— "ফুল লাগে নে পাত লাগে?" ৰজাই যদি কয় ফুল লাগে আৰু ৰাণীয়ে যদি কয় পাত লাগে ফুল নাম লোৱাটো ৰজাৰ ফালে আৰু পাত নাম লোৱাটো ৰাণীৰ ফালে হ'ব। এইদৰে প্ৰতিযোৰে সুধি সুধি দুভাগ হৈ পৰিব। তেতিয়া ৰজাই ৰজাৰ দলটোৰ আৰু ৰাণীয়ে ৰাণীৰ দলটোৰ লিডাৰ হ'ব। দুটা দল তাৰ পাচত মুখামুখিকৈ মাটিত বহিব। মাজত যথেষ্ট ঠাই থাকিব লাগে। ৰজাই নিজৰ দলটোৰ প্ৰত্যেককে ইটো দলে নুশুনাকৈ মনে মনে তগৰ, পদুম, নাৰ্জ্জী, জবা, ইত্যাদি নাম দি ল'ব। ৰাণীয়েও তেনেকৈ ৰাণীৰ দলটোৰ প্ৰত্যেকৰে ওচৰলৈ গৈ কাণে কাণে বিলাহী, আলু, জাতিলাও, বন্ধাকবি যি মন যায় আনে নুশুনাকৈ প্ৰতিটোকে নাম দি ল'ব। তাৰ পাচত ৰজাই ৰাণীৰ দলটোৰ এটা ল'ৰাৰ পাচফালে থিয় হৈ তাৰ চকু মুদাই ধৰি ৰজাৰ দলৰ এটাক সুৰ ধৰি মাতিব "ঐৰে আমাৰ তগৰ" বা "ঐৰে আমাৰ পদুম"; তেতিয়া তগৰ আৰু পদুম নাম লোৱাটোৱে লাহেকৈ বহাৰ পৰা উঠি আহি চকু যাৰ মুদাই থোৱা হয় তেওঁৰ কপালত লাহেকৈ টোকৰ মাৰি গৈ আকৌ খিক্‌খিক্ কৰে হাঁহি থাকিব। তেতিয়া ৰজাই ল'ৰাটোৰ চকুৰপৰা আঁতৰাই তাক সুধিব— কোনে টুকুৰিয়াই গ'ল বুলি? যদি ল'ৰাটোৱে শুদ্ধ উত্তৰ কৈ দিব পাৰে তেতিয়া সি প্ৰমোচন পাব অৰ্থাৎ ইবোৰতকৈ জাপ মাৰি এহাত আগত বহিব। এইদৰে ৰজাই মতাৰ পাচত ৰাণীয়ে ৰজাৰ দলটোৰ এটাক চকু মুদাই সেইদৰে মাতিব, আকৌ ৰজাই এবাৰ মাতিব, আকৌ ৰাণীয়ে এবাৰ মাতিব। এইদৰে খেলি খেলি যাৰ দলটোৱেই আগতে প্ৰমোচন পাই শেষ হ'ব সেই দলটোৱেই জিকিব।

॥ ৫ ॥

ৰ'দালি বতৰ। সেই কাৰণে আটাইসোপা ল'ৰা-ছোৱালী বকুল তলৰ ফিল্ডতে গোট খালে। মুনুও ঠিক সময়তে ওলালহি। পিচে লেঠা লাগিল ঘুটুক ঘুটুককৈ মুনুৱে হেকঁটিয়াই থকাতহে। মুনুদাৰ হেকঁটি যাবলৈ আটাইবোৰে চিঞৰি চিঞৰি গালে— "হেকঁটি এ ভাত খালি কিহত, পাতত, হেকঁটি পুতিলো গাঁতত।" হেকঁটি পলাই ফাঁট মাৰিলে। মুনুদাই তেতিয়া সেইদিনাৰ খেলকেইটা এইদৰে শিকাই দিলে ঃ

প্ৰথমটো খেল হ'ল "খৰকৈ ভবা" খেল। দলটোৰ ভিতৰত এজন লিডাৰ এইটো খেলত লাগিব। দলটো ঘূৰণীয়াকৈ বা শাৰী পাতি থিয় হ'ব। নহ'লে বহি ল'বও পাৰে। লিডাৰজনে হঠাতে দলটোৰ ভিতৰৰ এজন ল'ৰালৈ চাই এটা শব্দ ক'ব, যেনে— নাৰিকল। সেই শব্দটো শুনি ল'ৰাজনে তৎক্ষণাৎ চাৰিটা শব্দ ক'ব লাগে। তিনিটা আখৰৰ হ'লে তিনিটা শব্দ, চাৰিটা আখৰৰ হ'লে চাৰিটা শব্দ, এনেকৈ। পিচে আৰু এটা কথা, যিকোনো শব্দ ক'লেও নহ'ব। লিডাৰজনে যিটো শব্দ ক'ব সেই শব্দটোত থকা আখৰকেইটাৰেহে ল'ৰাজনে শব্দ সাজিব লাগিব। ধৰা, নাৰিকল বুলি ক'লে নহয়, তেতিয়া ল'ৰাজনে তৎক্ষণাৎ ক'ব লাগিব নাচপতি, ৰঙালাও, কল, লিচু। কাৰণ নাৰিকল বুলি কওঁতে শব্দটোত ন, ৰ, ক, ল এই চাৰিটা আখৰ আছে নহয়! উদাহৰণ স্বৰূপে আৰু এইবোৰ শব্দ চোৱা ঃ

কঠাল বুলি ক'লে— কল, ঠাল, লোণ।

বগৰী বুলি ক'লে— বহঁত, গৰু, ৰঙা।

পাহাৰ বুলি ক'লে— পাপৰ, হিং, ৰথ।

আলুগুটি বুলি ক'লে— আম, লং, গুৰ, টিপচী ইত্যাদি।

লিডাৰজনে সময় দি দিব, যি খপ্ কৰে ক'ব পাৰে সেইয়ে জিকিব।

মুনুৱে শিকোৱা খেলটো ডাঙৰকেইটাই বৰ ভাল পালে। অকণ অকণকেইটাই বৰকৈ তত ধৰিব নোৱাৰিলে। মুনুদাই সিহঁতক ফিল্ডখনৰ সিটো দাঁতিলৈ মাতি নিলে আৰু "কপৌ কু কু" খেলটো শিকাই দিলে ঃ

ল'ৰা-ছোৱালীবোৰে হাত ধৰা-ধৰিকৈ ঘূৰণীয়া হৈ থিয় হ'ব লাগে। মেৰটো পিচে বহল হ'ব লাগে। তাৰে ভিতৰত যেই কোনো এজন আঁতৰলৈ গৈ কপৌ হৈ থিয় হ'ব আৰু চিঞৰি ক'ব— "কপৌ কু কু।" ইবোৰে তেতিয়া মেৰ পাতি থকাৰে পৰা চিঞৰি ক'ব "ধান খাহি মলখু।" কপৌটোৱে আকৌ ক'ব "বোকা আছে, পানী আছে কেনেকৈ যাম?" ইবোৰে চিঞৰি ক'ব "বাঁহ গছত কাপোৰ থৈ, বেঙেনা গছত ৰিহা থৈ দেও দি দি আহ।" কপৌটোৱে তেতিয়া এটা ভৰিৰে দেও দি দি আহি মেৰটোৰ ওচৰ পাবহি। ইবোৰে তেতিয়া কপৌটোক সুধিব ঃ "ক'ৰ পৰা আহিছ?" কপৌৱে ক'ব ঃ চুৱনি পাতৰ পৰা।" তেতিয়া ইবোৰে ক'ব ঃ "ছেই, ছেই!" কপৌটোৱে তেতিয়া দেও দি দি আগৰ ঠাইলৈ উভটি গৈ আগৰ দৰে "কপৌ কু কু" বুলি মাতিব। ইবোৰে আগৰ দৰে কৈ কৈ আকৌ মাতি আনিব আৰু সুধিব ঃ "ক'ৰ পৰা আহিছ?" কপৌটোৱে এইবাৰ ৰজাৰ ঘৰৰ পৰা আহিছোঁ বুলি ক'ব। তেতিয়া মেৰটোৰ ভিতৰত তাক সোমাবলৈ দিব। মেৰটোৰ ভিতৰত সোমাই কপৌটোৱে প্ৰতিটোৰে ওচৰলৈ গৈ গৈ কান্ধৰ ওচৰত বেজী সিয়াৰ দৰে দেখুৱাই ক'ব ঃ "বেজী সিওঁ সিওঁ।" ইবোৰে ক'ব ঃ "নিসিবা, নিসিবা।" আকৌ কপৌটোৱে হাল বোৱাৰ দৰে দেখুৱাই প্ৰত্যেকৰে ওচৰত ক'ব ঃ "হাল বাওঁ, বাওঁ।" ইবোৰে ক'ব ঃ "নেবাবা, নেবাবা।" তাৰ পাচত কপৌটোক মাজত লৈ গোটেইবোৰে ঘূৰি ঘূৰি গাই থাকিব— কপৌৱে লগাই দিব— "ইমান ইমান পানী (ইমান ইমান পানী বোলোতে কপৌৱে নিজৰ ভৰিৰ সৰু গাঁঠিটো দেখুৱাব)। ইবোৰে গাব "ঘৰ ঘৰ ৰাণী।।" কপৌৱে আকৌ গাব "ইমান ইমান বোকা" (এইবাৰ কপৌৱে নিজৰ আঁঠুটো দেখুৱাব) বাকীবোৰে গাব "চাহাব দাদা।" এইদৰে কপৌটোক মাজত লৈ ঘূৰি ঘূৰি গাই থাকোতে কপৌৱে



মেৰৰ মাজৰ পৰা ওলাই যাবলৈ চল চাই থাকিব আৰু একোবত ভুটুং কৰে ওলাই লৰ মাৰিব। মেৰটোৰ ল'ৰা-ছোৱালীবোৰে কপৌৰে যাতে ওলাই যাব নোৱাৰে তাৰ কাৰণে চকু দি থাকিব আৰু ইটোৰ সিটোৰ হাতৰ মুঠিবোৰ টানকৈ ধৰি থাকিব। কপৌৰে ছেগ চাই তলেদি সৰকি নহ'লে হাতৰ মুঠি সুবিধা পালে এৰুৱাই গুচি যাবলৈ চাব লাগে। যদি ওলাই যাওঁতেই ইবোৰে ধৰে সেইটো কপৌ মৰিব আৰু আন এটা কপৌ হৈ সেইটো খেল আকৌ খেলিব।

খেলোতে খেলোতে গধূলি হৈ গ'লগৈ। আকাশত জোন ওলাল। আটাইবোৰে জোনলৈ চাই চাই "জোনবাই এ, বেজী এটি দিয়া, বেজীনো কেলেই, মোনা সিবলৈ, মোনানো কেলৈ, ধন ভৰাবলৈ, ধননো কেলৈ, হাতী কিনিবলৈ, হাতীনো কেলৈ উঠি ফুৰিবলৈ, হাতীত উঠিলে কি হয়, ডাঙৰ মানুহ হয়, হাতীত উঠি পানীৰাম ঘৰলৈ যায়, আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়" বুলি কোঢ়াল কৰি গাই গাই নিজ নিজ ঘৰ পালেগৈ।

॥ ৬ ॥

"বগলী এ সবাহলৈ নগলি কিয়, গৈছিলো, গৈছিলো বাটত বৰষুণে পালে, চেংদৈৰ ঘৰতে সোমাব খুজিলো পখৰা কুকুৰে পালে; ছেই কুকুৰ ছেই, নাহিবি জপনা ডেই, বাঁহৰ, মুঢ়া, বগৰীৰ গুড়া, ক'ৰ পৰা আহিছ চকু চেলোৱা বুঢ়া"— এই বুলি ৰুমী, টুল, বিজু, মীনাহঁতে চিঞৰি চিঞৰি গাই বকুলতলৰ ফিল্ডত বগলী এটাৰ পাচে পাচে খেদি ফুৰিছিল। অকণি অকণি সোণমণি, পৰী, লুকীহঁতে চকু চেলোৱা বুঢ়াৰ নাম শুনি ভয়তে ভেঁ ভেঁ কৰে মুখেই মেলিলে। তেনেতেই মুনু পালেহি। সৰুকেইটাই কান্দি থকা দেখি সৰু-ডাঙৰ আটাইবোৰকে গোটাই মুনুৱে "দৌৰাদৌৰি" খেল এটা সেইদিনা টপ্‌কৰে এইদৰে শিকাই দিলে—



প্ৰথমেই ল'ৰা-ছোৱালীবোৰ দুভাগ হ'ব। তাৰ পাচত এটাৰ পাচত সিটো থিয় হৈ দুটা লাইন পাতিব। এদলত যদি আঠোটা থাকে, সিদলতো আঠোটা থাকিব, এদলত যদি দহোটা থাকে সিদলতো দহোটা ল'ৰা বা ছোৱালী থাকিব লাগিব। অৰ্থাৎ দুই দলৰ সংখ্যা সমান হ'ব লাগিব। দুটা দল পাতি ল'ৰা-ছোৱালীবোৰ থিয় হ'ল নহয়, এতিয়া লিডাৰজনে ষ্টাৰ্ট বুলি কোৱাৰ লগে লগেই দলটোৰ একেবাৰে শেহত যিজন ল'ৰা থিয় হৈ আছিল— তেওঁ নিজৰ দলৰ প্ৰতিটো ল'ৰাৰ ফাঁকে ফাঁকে সৰকি একেবাৰে নিজৰ দলৰ আগত থিয় হ'বহি। অৰ্থাৎ এটা দলত ধৰা যেনিবা বাৰটা ল'ৰা আছে। বাৰ নম্বৰজনে লিডাৰৰ হুইছেলৰ লগে লগে নিজৰ দলৰ এঘাৰ নম্বৰ ল'ৰা, দহ নম্বৰ ল'ৰা, ন নম্বৰ ল'ৰা (ইত্যাদি)ৰ ফাঁকে ফাঁকে সৰকি একেবাৰে এক নম্বৰ ল'ৰাজনকো পাচত থৈ আগত থিয় হ'বহি। বাৰ নম্বৰৰ ল'ৰাটোৱে তেনেকৈ দৌৰি

গৈ আগত থিয় হোৱাৰ লগে লগেই এঘাৰ নম্বৰটোৱে তেনেকৈ দৌৰিবলৈ আৰম্ভ কৰিব আৰু বাৰ নম্বৰৰ ল'ৰাটোক পাচত থৈ আগত থিয় হ'বগৈ। তাৰ পাচত দহ নম্বৰৰটোৱে, তাৰ পাচত



ন

নম্বৰৰটোৱে, তাৰ পাচত আঠ নম্বৰৰটোৱে, এনেকৈ গৈ গৈ শেষত এক নম্বৰ যিটো ল'ৰা আছিল সি গৈ আকৌ এক নম্বৰ হ'বগৈ। দুইটা লাইনেই খেলটো একেদৰে একে সময়তে আৰম্ভ কৰিব। যিটো লাইনৰ আগতেই শেষ হয় খেলটো সেই লাইনটোৱেই জিকিব।

নিজৰ দলটো জিকাবলৈ পাৰেমানে দৌৰি দৌৰি সিহঁতে খেলটো খেলাত লাগি গ'ল। খেলটোত হাঁহি উঠিলে খুব। হাঁহি হাঁহি দৌৰি দৌৰি খেলটো খেলি সিহঁতৰ ভাগৰ লাগি গ'ল। সিহঁতক মুনুদাই তেতিয়া একে ঠাইতে বৈ লৰচৰ নকৰাকৈয়ে খেলিব পৰা অথচ হাঁহি উঠা মজাৰ খেল এটা কি শিকালে শুনাচোন।

"লাওপুলি লৰাই ৰুলো", "নহ'লে ৰঙত লৰি লৰত ৰলো" নাইবা "লৰাই লাওপুলি ৰুলে" এই তিনিটাৰ ভিতৰত যেই কোনো এটা কথা প্ৰতিটো ল'ৰা-ছোৱালীক মুনুৱে খৰকৈ মাতিবলৈ দিলে। ইবোৰতকৈ যেয়ে খৰকৈ আৰু শুদ্ধকৈ মাতিব পাৰিব সিয়ে জিকিব। যিহে কাণ্ড হ'ল তেতিয়া! খৰকৈ মাতিবলৈ যাওঁতে কিম্ভুত-কিমাকাৰ হৈ শব্দকেইটা কি যে হয়! মাতি চোৱাচোন বাৰু তোমালোকেও। কোনে পাৰিছা বাৰু?

॥ ৭ ॥

বকুলতলৰ ফিল্ডত সপ্তাহত একোবাৰকৈ ল'ৰা-ছোৱালীবোৰ সদায় গোট খাইছে— "মুনু দাদাহে নাই"। মুনু খুৰাকৰ ঘৰলৈ ফুৰিবলৈ গৈ আজি ইমান দিন হ'ল আহিয়ে পোৱাহি নাই। ৰাণাই অহুকাণে পহুকাণে শুনি আহি পিচে আজি বতৰা দিছেহি হে মুনু দাদা আজি ওলাবহি পাৰে। মুনু নাহে মানে ছোৱালী মখাই গোট খাই হেতালি খেলাকে থিৰ কৰি আলিবাটৰ পৰা শিলগুটি বিচাৰি আনিবলৈ গ'ল। শিলগুটি বুটলি থাকোতে ইলুহঁতৰ দলটোৱে সৰু হেতালি "ফুল ফুল ফুলটি, একটি লবৰ দলটি, তেলটি, জোনাম, জোনামাটি......" খেলিম বুলি যমুনাহঁতৰ দলটোক ক'লে। সিহঁতে আকৌ "পঞ্চে পাক্কা, মুখে ধাক্কা, ছয়ে ৰেখা, সাতে সাতচল্লিচা, আছে মানাঘাটা, নএ নবঘোঁৰা, দহে ফুলজোৰা, এঘাৰই একটি, বাৰই জাপটি, তেৰই তেচিকটা, চৈধ্যই ৰূপৰ বটা, পোন্ধৰই পানখিলি, ষোল্লই জাপিতলী, সোতৰই সোতৰইঞ্চি, ওঠৰই



পাচিকাম্ভি, উনৈচে একটি, কুৰিয়ে জাপটি, পাৰটি"— এই বৰ হেতালিটোৱে খেলিব হেনো। তাৰে ভিতৰত কেজনীমানে আক' মিহি মিহি শিলগুটি লৈ মাটিত গোটেইগাল ছাটি মাৰি মেলি দি কড়ি খেলাৰ দৰে "গুটিখেল" খেলিবলৈহে ওলাল। গোটেইখন কোঢ়াল লাগিল। "যোৱাহে নেমাতিবা।" "ইস্ যোৱাহে হেতালি খেলিম বুলি আমি আগতেই কৈছো", "যোৱা, তোমালোকৰ লগত আমি নেখেলিলেহে পাৰিছোঁ— এইখন কৰি কৰি সিহঁতৰ মাজত দন এখন লাগিবৰে উপক্ৰম হ'ল। এনেতে যেনিবা হাত দুখন মেলি লৈ চকু দুটা মুদি ঘূৰি ঘূৰি "কাণিমুণি

বাই, মোৰ গাত দোষ নাই; কাণিমুণি বাই, মোৰ গাত দোষ নাই" বুলি গাই গাই মুনু আহি সিহঁতৰ মাজত সোমাই দিলেহি। উঠিল গোটেইবোৰৰ হাঁহি। দনে পলাই পত্ৰং দিলে।

মুনুৱে গোটেইখিনি ল'ৰা-ছোৱালীৰ বহলকৈ এটা মেৰ কৰিলে, ঘূৰণীয়কৈ। তাৰ পিচত ক'লে যে যি কোনো এটা দীঘল কথা যেনে— "মই ভাত খাই উঠি কাপোৰ পিন্ধি দোকানলৈ গৈ দুটা পুতলা, তিনিটা টফী কিনি পুতুলক ঘৰলৈ আহি লৈ গৈ মাহীৰ ঘৰত গৈ চাহ খাম"— মেৰটোৰ ভিতৰৰ এটা ল'ৰাই কাষৰৰ ল'ৰাটোৰ কাণত ফুচ্‌ফুচাই ক'ব। কথাটো এবাৰহে ক'ব পাৰিব। যিটো ল'ৰাই শুনিলে সি সেইটো কথাকে ওচৰৰটোক ক'ব তেনেকৈ। ইটোৱে আকৌ তাৰ ওচৰৰটোক। এইদৰে কথাটো গোটেই মেৰটো ঘূৰি আহি আকৌ প্ৰথমে কোৱা ল'ৰাটোৰ বা ছোৱালীজনীৰ কাষ পাবহি। তেতিয়া সেই প্ৰথমে কোৱা ল'ৰাটোৱে প্ৰথমে কথাটো কওঁতে কি আছিল সেইটোও কৈ দিব আৰু পাচত গৈ গৈ কিম্ভূত কিমাকাৰ হ'লগৈ সেইষাৰ কথা সকলোৱে শুনাকৈ চিঞৰি কৈ দিব। মুখ বাগৰোতে বাগৰোতে কথাটো পাচত কিযে হয়গৈ শুনিলে হাঁহি হাঁহি মৰিব লাগে।

ডাঙৰবোৰে এইটো খেলত লাগি থাকোতেই 'মুনুদা'ই সৰু সৰুকেইটাক কৰবী ফুলজোপাৰ তললৈ মাতি নি "হ'ল বাগী হ'ল, ঘাটতে ৰল" খেলটো শিকালে এইদৰে ঃ

কাঠৰ ছলি বা পইচা এটাৰে চিট্-পট্ কৰি যেই কোনো এটা দলটোৰ ৰজা হৈ ল'ব লাগে। ৰজাটোৱে খুটা বা গছৰ ডাল এটাত ধৰি আঁতৰত থিয় হৈ থাকিব লাগে। ইবোৰ ল'ৰা-'ছোৱালী ৰজাৰ কেউকাষে আঁতৰে আঁতৰে থাকিব। ৰজাই "হল বাগী হ'ল, ঘাটতে ৰল" বুলি গাই গাই গছডাল বা খুটাটোৰ পৰা হাত এৰুৱাই ল'ৰা-ছোৱালীবোৰৰ ফাললৈ আহিব লাগে। ইবোৰে সেইটো চলতে ৰজাক যদি চুই দিব পাৰে ৰজা মৰিব, কিন্তু ৰজাই যদি দৌৰি গৈ গছজোপা বা খুটিটো চুই দিয়েগৈ তেতিয়া ৰজা নমৰে। ৰজাই খুটিটোৰ হাত এৰুৱাই আঁতৰি আহোঁতে ইবোৰে খুটিটো চুবলৈ চল চাই থাকিব লাগে। যেয়ে চুব পাৰে সি জিকিব আৰু খেলটোৰ পৰা আঁতৰি যাব। ৰজাক যদি মাৰিব পাৰে খেলটো আকৌ নতুনকৈ হ'ব আৰু যদি জী থাকে তেন্তে ল'ৰা-ছোৱালীবোৰ জিকি এটা, এটাকৈ শেষ হ'লেহে খেলটো শেষ হ'ব।

অহাবাৰলৈ নতুন খেল আৰু শিকাম বুলি কৈ মুনু সেইদিনা লৰালৰিকৈ গ'লগৈ। নহ'লে ভিনদেউৰ লগত টকী চাবলৈ মুনুৰ বেলি হৈ যাব।

॥ ৮ ॥

সেইদিনাৰ খেলটো শিকিবলৈ তিনি বজাৰে পৰা ল'ৰা-ছোৱালীবোৰ গোট খালে। "মুনুদাদাই বা এইকোবত কি শিকায়" সিহঁতে গুণাগথা কৰি আছিল। মুনু আহিছেনে নাই পদূলিলৈ চাই চাই আটাইজাকে উচ্‌পিচাই আছিল। কেইটামানে জেপৰ পৰা মাৰ্ব্বলগুটি উলিয়াই গাঁতত পেলাবলৈ যুঁজি যুঁজি ইফালৰ পৰা সিফাললৈ চুচঁৰি ফুৰিছিল। তৰ্-চেঙেলী পুতুমণিয়ে লিচু গছৰ ডালত উঠি থকাৰে পৰা চিঞৰি দিলে ঃ "সৌৱা মুনুদা আহিল।" আটাইবোৰে পদূলিলৈ চালে। ক'তা? পুতুমণিয়ে খিক্-খিক্ কৰে হাঁহি দিলে গাই ঃ "সেইপিনে চালা, ঘুৰ্ম্মুটি খালা, কচুপাতত থুৱাই দিলো, মৌ বুলি খালা।' গোটেইমখাই লাজ পালে। তপন আৰু অৰূপৰ পুতুমণিৰ ওপৰত খং উঠিবই খুজিছিল। পিছে যেনিবা মুনু সিমানতে পালেহি আৰু সেইদিনা "গোলাচুৰ" বুলি খেল এটা আটাইখিনিকে এইদৰে শিকাই দিলে ঃ

'গোলাচুৰ' খেলটো দুইধৰণে খেলিব পাৰি। এটাক 'বৰগোলা' আৰু ইটোক 'সৰুগোলা' বোলে। 'বৰগোলাচুৰ' খেলটোত ফুটবলৰ গ'লপোষ্টৰ দৰে ফিল্ডখনৰ দুমূৰে দুটা মাটিত ঘূৰণীয়া চিন দিব লাগে। ঘূৰণীয়া চিন্‌টো অলপ বহলকৈ দিব লাগে যাতে কেবাটাও ল'ৰা-ছোৱালী চিনটোৰ ভিতৰত জুমপাতি থিয় হ'ব পাৰে। চিন্ দুটা দুফালে দি লৈ, ৰজাৰাণী দুজন হৈ খেলুৱৈ ল'ৰা-ছোৱালীবোৰ সমানে দুভাগ কৰি ল'ব লাগে। তাৰ পাচত চিট্‌পট্ কৰি ঠিক কৰি ল'ব লাগে, কোনটো দল গোলাৰ ভিতৰত থাকিব আৰু কোনটো দল গোলাৰ বাহিৰত থাকিব। যিটো দল গোলাৰ ভিতৰত থকা ঠিক হ'ল সেইটো দল নিজৰ ৰজা বা ৰাণীজনীৰে সৈতে এমূৰৰ গোলা এটাৰ ভিতৰত সোমাব। বাকী দলটোৱে গোলাৰ চিনটোৰ বাহিৰত কেউপিনে পহৰা দি থাকিব। গোলাৰ ভিতৰত থকা ৰাণীজনীয়ে বা ৰজাই সদায় চেষ্টা কৰিব লাগে ফিল্ডখনৰ ইটো মূৰত থকা গোলাটোলৈ কেনেকৈ যাব পাৰে। যেতিয়াই সুৰঙা পায় তেতিয়াই ছেগ বুজি দৌৰ মাৰিব লাগে। কিন্তু বিপক্ষৰ ল'ৰাই যদি ৰাণীক নিজৰ গোলাৰ পৰা ওলাই আহোঁতেই চুই দিয়ে তেতিয়া ৰাণী মৰিব। সিটো গোলা পোৱালৈকে তেওঁক বিপক্ষৰ কোনোৱে নোচোৱাকৈ যাব লাগিব। যদি আধা বাটতে কোনোবাই চুই দিওঁ দিওঁ হয় তেতিয়া ৰাণীয়ে নিজৰ গোলালৈ দৌৰ মাৰি উভটি আহিব পাৰে। গোলাৰ ভিতৰ সোমালেই ৰাণী নিৰাপদ।

তেওঁক বিপক্ষৰ দলে তাত একো কৰিব নোৱাৰে। ৰাণীয়ে নিজৰ গোলাৰ ভিতৰতে থাকোতে, ৰাণীৰ দলৰ বাকীবোৰে গোলাৰ বাহিৰলৈ আহি, বিপক্ষৰ মানুহক চুবলৈ খেদি আহিব লাগে। যদি বিপক্ষৰ মানুহক চুই দি আকৌ নিজৰ গোলাৰ ভিতৰলৈ দৌৰ মাৰিব পাৰে তেতিয়া বিপক্ষৰ মানুহ মৰিব। আচলতে ৰাণীৰ দলটোৱে যিমান পাৰে ইটো দলৰ ল'ৰা-ছোৱালীবোৰক খেদি খেদি আঁতৰাই ৰাণীক পলাবৰ বাট সুচল কৰি দিব লাগে। ইটো দলেও সিয়ান হৈ ঠাইতে বাগী দি দি ঘূৰি ঘূৰি, ৰাণী পলায় নেকি চকু দি থাকিব লাগে। চুবলৈ খেদি আহোঁতে ৰাণীৰ দলৰ কাৰোবাক অকলে পালে ইটো দলৰ কোনোবাই হেচা মাৰি ধৰি দূৰলৈ টানি নিব লাগে। যদি ৰাণীৰ দলৰ ল'ৰাটোৱে ইটো দলৰ ল'ৰাৰ হাতত বন্দী হৈ থাকোতে উশাহ সলায় তেতিয়াই সি মৰিব। মুঠতে ৰাণীৰ দলে ইদলক দৌৰ মাৰি গৈ চুই চুই মাৰিবলৈ চাব লাগে। বিপক্ষৰ সংখ্যা কম হ'লেহে ৰাণীয়ে সিটো গোলাত গৈ সোমাবলৈ সুবিধা হ'ব। যেতিয়াই ৰাণীয়ে কোনেও নোচোৱাকৈ, প্ৰাণটাকি দৌৰি গৈ সিটো গোলাত সোমাব পাৰিব তেতিয়াই খেলটোৰ জিত হৈ যাব— ৰাণীৰ দল জিকিব তেতিয়া; আৰু যদিহে ৰাণীৰ দলৰ সকলোকে ইটো দলে ধৰি ধৰি শেষ কৰে নাইবা ৰাণীক ইটো গোলালৈ যাওঁতে বাটতে চুই মাৰিব পাৰে তেতিয়া বিপক্ষৰ দলটো জিকি যাব।



খেলটো মজাৰ খেল। খেলি থাকিলে এৰিবৰ মন নেযায়। সোনকালে খেলটো শেষো নহয়। এজাকমান ল'ৰা-ছোৱালীয়ে একেলগে খেলিব পাৰে মুনুৱে শিকোৱা এই নতুন খেলটো শিকি ল'ৰা-ছোৱালী গোটেইজাকেই বৰ স্ফূৰ্তি পালে আৰু সেইদিনা "বৰ গোলাচুৰ" খেলতেই গধূলি হ'লগৈ।

॥ ৮ ॥

'সৰু গোলাচুৰ' খেলটো শিকাবলৈ আহি মুনুৰ আজি প্ৰথমেই অইন এটা খেলহে শিকাবৰ মন গ'ল। খুৰাকে শিকোৱাৰ পৰা মুনুৰ পেটত এই নতুন খেলটোৱে পুঠি মাছে খল্ খলোৱাদি খল্খলাই ফুৰিছে। ক'বলৈ সুৰুঙা বিচাৰি মুনুৱে গোটেইজাককে বহুৱাই খেলটোনো কি কৈ দিলে এনেকৈ ঃ

ধৰা, যেনিবা কাৰোবাৰ ঘৰত বিয়া হৈছে বা পূজা পাতিছে। নহ'লে যেনিবা কাৰোবাৰ জন্মতিথিকে পাতিছে। ল'ৰা-ছোৱালী এজাকমান তোমালোকৰ দৰে তাত গোট খাবই নহয় জানো? লাইটৰ পোহৰ, মানুহৰ উদুলী-মুদুলী দেখি ঘৰলৈ যাবৰো মন নেযায়। লৰি-ঢাপৰি স্ফূৰ্তি কৰিলেও ডাঙৰে "কিনো উৎপাতখন কৰি থাকইঁক" বুলি ক'ব! ৰ'বা সেইখিনি সময়ৰ কাৰণে এটা ধুনীয়া খেল আছেঁ। কৰিব লাগে কি, এজনে আটাইখিনি ল'ৰা-ছোৱালী মাতি নি এটা কোঠাত বহিবলৈ ক'ব লাগে। ওচৰৰ কোঠাটোত খেলটোৰ লিডাৰজন অকলে থাকিব লাগে। সিটো কোঠাৰ পৰা লিডাৰজনৰ কাষলৈ এজনৰ শেষ হ'লে এজনকৈ ল'ৰা যাব লাগে। লিডাৰজনে অকলশৰীয়া কোঠাটোত ল'ৰাজনক সুধিব— "তুমি কি চাব খোজা? কুকুৰ, মেকুৰী, হাতী, বাঘ, ভূত, পিশাচ যিহকে চাব খোজা তাকেই দেখুৱাই দিম।" ল'ৰাজনে কিবা এটা চাওঁ বুলি ক'লেই লিডাৰজনে লাহেকৈ পাছফালে হাতত লুকুৱাই থোৱা আইনাখন আনি ল'ৰাজনৰ মুখৰ আগতে ধৰি দিব লাগে। কি হ'ব বাৰু তেতিয়া কোৱাচোন? হাতী, ভূত বা কুকুৰ দেখা ল'ৰাজন লিডাৰজনৰ লগতে থাকিব, নহ'লে ইবোৰক গৈ খেলটোৰ কথা কৈ দিবগৈ নহয়! অৰ্থাৎ খেলটোৰ বিষয়ে ইবোৰক আগতে গম দিব নেলাগে। এনেকৈ এজন এজনকৈ আহি খেলটো খেলোতে খেলোতে লিডাৰজনৰ কোঠাটোত যেতিয়া ল'ৰা-ছোৱালীবোৰ ভৰি পৰিব, তেতিয়া লিডাৰজনে এজোজনক এটা এটাকৈ প্ৰশ্ন সুধিব যেনে ঃ

১। আগৰ তেওঁলোক বহি থকা কোঠাটোত খিৰিকি কেইখন আছে?

২। দুৱাৰ কেইখন? আৰু দুৱাৰ কোনমুৱা? মানে পূবমুৱা নে, পশ্চিমমুৱা নে, উত্তৰমুৱা নে, দক্ষিণমুৱা?

৩। কোঠাটোত বস্তু আৰু কি কি আছে?

৪। বস্তুবোৰৰ ৰং কি কি?

এইদৰে লিডাৰজনে যিমান প্ৰশ্ন ওলায় গাইপতি সুধি যাব লাগে। যেয়েই ভুল নোহোৱাকৈ উত্তৰ দিব পাৰিব সেয়ে জিকিব।

টুটু, ৰুণু, ৰুমী, মণি, ভাইটি, সোণ গোটেইবোৰে ভালকৈ খেলটো শুনি ল'লে। সিহঁতে প্ৰত্যেকেই খেলটো কেতিয়া খেলিবলৈ ভাল হ'ব ভাবি ইটো সিটোৰ লগত ফুচ্‌ফুচ্ ফাচ্‌ফাচ্‌কৈ কথা পাতিলে। কেইটামানে পেহীতিহঁতৰ ঘৰৰ লক্ষ্মী পূজাৰ দিনাই খেলটো খেলিব বুলি ভাবিলে। ৰাণীহঁতে বাইদেউৰ বিয়াৰ আগৰ দিনা অধিবাসৰ ৰাতি খেলটো খেলিবলৈ মনে মনে পাঙিলে। সিহঁতৰ মনবোৰ বৰ স্ফূৰ্তি লাগিল।



'সৰু গোলাচুৰ' খেলটো মুনুৱে শিকাই দিলে আৰু সেইদিনা খেলটো শিকি এইদৰে খেলিলে ঃ

সৰু গোলাচুৰ খেল বৰ গোলাচুৰ খেলৰ নিচিনাই। অলপ ইফাল-সিফাল খালি। বৰ গোলাচুৰ



খেলৰ দৰেই ইয়াতো দুফালে দুটা গোলা পাতিব লাগে আৰু চিট্‌পট্ কৰি ৰজা-ৰাণীৰ দুটা দলৰ ভিতৰত এটা দল গোলা এটাৰ ভিতৰত সোমাব লাগে। ইটো দল গোলাৰ বাহিৰত থাকি ৰজা যাতে সিটো গোলালৈ পলাব নোৱাৰে তাৰ কাৰণে পহৰা দিব লাগে। ৰজাৰ দলটোৱে কৰিব লাগে কি, ৰজাৰ হাতত এটাই ধৰি, ইটোৰ

হাতত আকৌ সিটোৱে ধৰি এনেকৈ দীঘলকৈ লাইন পাতিব লাগে। তাৰ পাচত গোলাৰ বাহিৰলৈ ওলাই সিটো দলৰ ল'ৰা যাকে ওচৰত পায় তাকে হাতেৰে চুবলৈ চাব লাগে। ৰজাই যদি গোলাৰ আঁচটো পাৰ হয় আৰু ঠিক সেই মুহূৰ্তত যদি বিপক্ষৰ দলটোৱে ৰজাৰ দলটোক চুই দিব পাৰে ৰজাৰ দলৰ গোটেইজাক তেতিয়া মৰিব ৰজাৰে সৈতে। সেই কাৰণে ৰজাই সদায় আঁচটোৰ ভিতৰত ভৰি দুটা ৰাখিব লাগে; দলটোৰ বাকীবোৰ বাহিৰলৈ ওলাব লাগে। কিন্তু তেতিয়াও ইটোৰ হাতত সিটোৱে টানকৈ মুঠি মাৰি ধৰি থাকিব লাগে। পিচে, বেঙা মেলি চুবলৈ যাওঁতে কেনেবাকৈ এটামানৰ যদি হাত এৰাই আহে তেতিয়া সেইটো ছেগ চাই তৎক্ষণাৎ ইটো দলৰ ল'ৰাই সেই ল'ৰাটোক চুই মাৰিব লাগে। সেইদৰে ৰজাৰ দলে ইটো দলৰ ল'ৰা যিমান চুই চুই মাৰিব পাৰিব ৰজা পলাবলৈ সিমান সুবিধা হ'ব। 'বৰ গোলাচুৰ' খেলতকৈ ইয়াত বেচি সময় লাগে। ইটো দলৰ ল'ৰাও বেগেতে নমৰে। তথাপি ছেগ বুজি যদি ৰজা পলাই গৈ সিটো গোলা পাবগৈ পাৰে তেতিয়া ৰজাৰ দল জিকিব, যদি ইজাকে ৰজা পলাওঁতেই ৰজাক চুব পাৰে তেতিয়া ইদল জিকিব।

অহাবাৰকৈ "ইৰ্‌কিচি মিৰ্‌কিচি বাঁহৰ শলা" খেলিবলৈ অকণ, অকণবোৰক মুনু দাদাই সোনকালে আহিবলৈ ক'লে। ডাঙৰবোৰক তেতিয়াহে অইন খেল শিকাবলৈ সময় হ'ব।

## ॥ ১০ ॥

বতৰটো বৰ ভাল নহয়। ওন্দোলোৱা। দুপৰীয়া দিয়া বৰষুণেৰে বকুলতলৰ ফিল্ডখন পেৰেক্ পাৰাক্ হৈ আছে। এনেকুৱা বতৰত খেলিবলৈ যাবলৈ ঘৰত ক'ত দিব? সেইকাৰণে ওচৰৰে গোঁসানী সজা চাবলৈ যাওঁ বুলি ঘৰত কৈ ফুনু, লাটুহঁত ওলাই আহিল। বৰষুণ মাজে মাজে এটোপ দুটোপ কিন্‌কিনাইছে। ইফালে ৰ'দালিৰ মাকেও ৰঙাচুলি মেলি ভুমুক-ভামাক্ কৰিছে। পুতুলহঁতৰ ঘৰৰ পিৰালিত কেইটামানে "ৰ'দে বৰষুণে খৰা শিয়ালৰ বিয়া, ঘনচিৰিকাই তামোল কাটিছে আমাকো এখন দিয়া" বুলি কুক্-ভা খেলা বতৰটোলৈ চাই চাই গাইছিল। ফুণুহঁতে চকুৰ টিপতে সিহঁতকো মাতি লগতে ল'লে। বকুলতলৰ ফিল্ডত গৈ দেখে সোণকণ, ৰানুহঁতৰ পিনৰ কেবাটাও আগতে আহিলেই। 'মুনুদা' আহি নোপোৱাত সিহঁতে ইটোৱে সিটোক জোকোৱা-জুকুই কৰি আছিল। মা'জনীয়ে সোণক জোকাইছে তাৰ গেৰেলা পেটটোলৈ দেখুৱাই ঃ "পেহী ঐ পেহা, আমলখী কেঁহা, টেকেলীপেটা গোবিন্দাই জাল বাওঁগৈ আহা।" সোণো কম ভকত নহয়। গোটেইবোৰৰ আগত তাক জোকোৱাত তাৰ খং উঠি গৈছিল। সিও দিলে গাই চিএৰি চিএৰি ঃ "ধিন্‌টৌ তৰা, তাধিন্‌টৌ তৰা খাৰীনাকী ছোৱালী পেটুৱা দৰা।" মা'জনীক খাৰীনাকী বুলিলে বৰ বেয়া পায়। "ৰ, মাক লগাই দিওঁগৈ" বুলি ফোঁ ফোঁ কৰে গুচিয়ে যাব খুজিছিল কান্দো কান্দো হৈ। মুনুদাদাই আহি পাই সিমানতে দেখে কথা বিষম। "নাচ বগলী নাচ, ঘাটৰ চেলেকনা মাছ, তয়ো বগী ময়ো বগী একেখন বিলৰে মাছ" বুলি গাই গাই তাইৰ আগত ককাল ভাঙি ভাঙি থিয় দিলেগৈ। মুনুদাদা মতা ল'ৰাটোৱে নিজক বগী বুলি কোৱাত আটাইসোপাৰে খুক্ খুক্কৈ হাঁহি উঠি গ'ল। মা'জনীৰো।

ফিল্ডখন শুকালে অহাবাৰলৈ পঞ্জাবীখেল এটা শিকাম বুলি মুনুৱে ক'লে। ডাৱৰীয়া বতৰত দৌৰিবলগীয়া নোহোৱাকৈ বহি বহি খেলিব পৰা "ইৰ্ কিচি, মিৰ্‌কিচি" খেলটো শিকাবলৈ মুনু লাগি গ'ল। ডাঙৰ বকুলজোপাৰ ঠিক তলতে বৰষুণত নিতিতা ঠাই টুকুৰাত আটাইখিনি বহিল। হাতত বাঁহৰ শলা এডাল লৈ হাতেৰে শলাডাল মোহাৰি মোহাৰি মুনুৱে মাজতে সোমাই গালে— "ইৰ্‌কিচি মিৰ্‌কিচি বাঁহৰ শলা, মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা, বুঢ়াৰ জী বুঢ়ী ঐ—" ইসোপাই তেতিয়া ক'ব— "কি ঐ"। তেতিয়া মুনুৱে ক'ব— "ৰজাৰ জীয়েকে গা

ধুৰ্বলৈ যাওঁতে পহু পোৱালী এটা পালে, তাকে খাবলৈ জালী চাই কোমোৰা এটি লাগে।" তেতিয়া ইবোৰে ক'ব লাগিব— "ই, কোমোৰাৰ গুটি পচাইছোহে।" তেতিয়া মুনুৱে আকৌ গোটেইটো মূৰৰ পৰা গাব। এইবাৰ ইবোৰে ক'ব— "ই পুলি গজিছেহে।" এইদৰে বাৰে বাৰে মাজৰ ল'ৰাটোৱে গীতটো মূৰৰ পৰা গাই গাই কোমোৰা খুজিব, বাকীবোৰে তাৰ উত্তৰ এবাৰ এবাৰকৈ দি যাব; পুলিত পানী দিছোহে, পুলিটো লৰাই ৰুইছোহে, পুলিটো বগাবলৈ জেং দিছোহে, জেংত কোমোৰা বগাইছেহে, কোমোৰা গছত চালত বা হেন্দালিত বগাইছেহে; কোমোৰা ফুল ফুলিছেহে; কোমোৰা কলি লাগিছেহে এইদৰে কৈ কৈ যিমান দীঘলকৈ পাৰে বাকীবোৰে কৈ থাকিব লাগে আৰু ইটোৱেও বাৰে বাৰে খুজি থাকিব লাগে। যদি কওঁতে কওঁতে ভাগৰ লাগি মাজৰটোৱে নোকোৱা হয় সি মৰিব। যদি ইবোৰে কোমোৰাৰ কথা কৈ যাওঁতে অগা-পিচা কৰি ভুল কৰে তেতিয়া বাকীবোৰ মৰিব। যদি কোনেও ভুল নকৰে বা বৈ নেযায় তেতিয়া জালি কোমোৰাটো হৈ যাব আৰু খেলত দুইদল জিকিব।

সৰুবোৰে খেলটো পাই খেলিবলৈকে লাগি গ'ল। বৰষুণ দিয়া ফিল্ডখনত অইন খেল শিকাবলৈ দিগ্‌দাৰ হোৱাত 'মুনুদা'ই সেইদিনা ইখিনি ল'ৰা-ছোৱালীক সাঁথৰকে সুধিলে ইটোৰ পাচত সিটোকৈ—

"ডেকাত কুঁজা, বুঢ়াত পোন, তাক নেখাই আছে কোন?" (ঢেকীয়া)

"ৰঙাকৈ বামুণটি খোজ কাঢ়ে খৰ, দিখৌমুখত দেখি আহিছো দিচাংমুখত ঘৰ।" (আমৰলি পৰুৱা)

"বামুণটি চুটি-মুটি পেটটো ক'লা, মুখত চুমা খালে কান্দে হুৱাহুৱা।" (হোঁকা)

"মাক জুটুলি-পুটুলী, পুতেক চোকা টেকেলা" (জলকীয়া) ইত্যাদি।

কিছুমানে উত্তৰ দিব পাৰিলে। কিছুমানে নোৱাৰি সেমেনা সেমেনি কৰিলে। গধূলিও হ'লহি আৰু। সেইদিনালৈ মুনুদাদাই হুইছেল মাৰি খেল শেষ বুলি কৈ দিলে, আৰু অহাবাৰলৈ পঞ্জাৱী খেল শিকিবলৈ সিহঁতক মাতিলে।

॥ ১১ ॥

"পঞ্জাৰী খেল কোনে শিকিব?" চিঞৰি চিঞৰি মুনুদাদা পালেহি। ইটোৰ হাতৰ ঠাৰিত সিটোৱে ধৰি ল'ৰা-ছোৱালীবোৰে "দোলা পতা" খেলটো খেলি আছিল। তিতি আৰু বাতুলৰ দোলাখনত ৰুমী আছিল, সোণ আৰু পুতুলৰখনত পুলক। মুনুদাদাৰ মাত শুনি দোলাবোৰ ভাঙি-চিঙি ৰুমী আৰু পুলকক তাতে থেকেচ্ কৰে পেলাই সিহঁতে আলিবাটলৈ 'মুনুদা'ৰ কাষলৈ



লৰ ধৰিলে। মুনু বহুত দিনৰ মূৰত খুৰাকৰ ঘৰৰ পৰা আহিছে। বকুলতলৰ ফিল্ডখন আকৌ গৰম হৈ উঠিল।

মুনুৱে ল'ৰা-ছোৱালীবোৰক ঘূৰণীয়াকৈ মাটিত বহুৱালে। ডাঙৰ মেৰ এটা হ'ল। লিডাৰে গোটেইবোৰকে চকু মুদি থাকিবলৈ ক'লে। যেতিয়া গোটেইবোৰে চকু মুদিলে তেতিয়া লিডাৰজনে মেৰটোৰ চাৰিওপিনে বাহিৰ ফালে ঘূৰি ঘূৰি পঞ্জাবী গীত এটা গাই গ'ল—

"কক্ লাচি পাটি জুম্মাৰাত আইয়ে, জোড়া কোই দেখে আদি শ্যামত আইয়ে।"

গীতটো ঘূৰাই ঘূৰাই গাই থাকিব লাগে আৰু তাৰ মাজতে চল চাই কাৰোবাৰ পিচপিনে কাপোৰৰ ঢোপ এটা বা ৰুমাল এখন মনে মনে থৈ লিডাৰজনে গাই গাই আকৌ ঘূৰি থাকিব লাগে। যাৰ পাচফালে ঢোপটো থ'ব তেওঁ যদি লিডাৰজনে মেৰটোত একপাক ঘূৰাৰ পাচতো গম নেপায় তেতিয়া তেওঁ মৰিব। ধৰা যেনিবা, আজিৰ খেলত জুৰি লিডাৰ। জুৰিয়ে ঘূৰি ঘূৰি এপাকত মীনাৰ পিচপিনে মনে মনে ঢোপটো থৈ গ'ল। একপাক ঘূৰি আহি জুৰি আকৌ মীনাৰ ওচৰ পালেহি! মীনাই কিন্তু তাইৰ পিচপিনে মাটিত যে ঢোপটো পৰি আছে গমেই পোৱা নাই। মীনা তেতিয়া খেলত মৰিব। জুৰিয়ে তেতিয়া মীনাৰ পিঠিত ঢকা এটা মাৰি দি আগলৈ তাইক বহুৱাই দি আকৌ তেতিয়া ঘূৰিব। লিডাৰজনে ঢোপত থৈ যোৱাৰ লগে লগে যদি যাৰ পিচপিনে থয় তেওঁ গম পায়, তেওঁ তেতিয়া ততালিকে কৰিব লাগে কি ঢোপটো হাতত লৈ উঠি লিডাৰজনক চুবলৈ খেদি যাব লাগে। লিডাৰজনে দৌৰি গৈ যদি ইজন উঠি অহা খালি ঠাই টুকুৰাত বহিবগৈ পাৰে তেতিয়া নমৰে, কিন্তু দৌৰি গৈ বহাৰ আগতে যদি ইজনে চুই দিব পাৰে লিডাৰ তেতিয়া মৰি যাব। তেওঁ তেতিয়া গৈ মীনাৰ দৰে মেৰটোৰ মাজত বহি থাকিব লাগিব। লিডাৰেও সেই কাৰণে ইবোৰক মাৰিবলৈ খুব চেষ্টা কৰিব লাগে। আৰু মাটিত বহি থকাবোৰেও লিডাৰক মাৰিবলৈ বা ধৰা পেলাবলৈ চেষ্টা কৰিব লাগে। লিডাৰজনে নিজে জিকিবৰ কাৰণে কৰিব লাগে কি, ঢোপটো মনে মনে শব্দ নোহোৱাকৈ আনে গম নোপোৱাকৈ কাৰোবাৰ পিচপিনে থ'বলৈ চাব লাগে আৰু চকুৰ পচাৰতে মেৰটো ঘূৰি ঢোপ থোৱা ঠাইখিনি পাবহি লাগে। ইবোৰেও সেইদৰেই কাণ উনাই থাকিব লাগে। ঢোপটো থোৱাৰ গম পালেই তৎক্ষণাৎ তুলি ল'ব লাগে। পিচে সেই বুলি আকৌ ঘূৰি ঘূৰি পাচলৈ জুমি চাই থকাৰ নিয়ম নাই।

খেলটো শিকোৱাৰ পাচত পঞ্জাবী গীতটোৰ মানেও মুনুদাদাই কৈ দিলে। গীতটোৰ অৰ্থ হ'ল ঃ "শুকুৰবাৰৰ ৰাতি পালেহি, যেয়ে ঘূৰি চাব সেয়ে এতিয়াই খেলত মৰিব।"

পঞ্জাবী খেলটো আটাইবোৰে খেলাৰ পাচত মুনুৱে লাহেকৈ জেপৰ পৰা এখন ছবি উলিয়াই সকলোৰে আগত দাঙি ধৰিলে। এইটোও এটা মজাৰ খেল। আগৰটোৰ নেজ নহয় আকৌ দেই। এইটো এটা বেলেগ খেল।

লিডাৰজনে যেই কোনো এখন ছবি বাকীবোৰৰ আগত দাঙি ধৰিব লাগে। মানুহ, গৰু, গছ, বন আদি সৰহকৈ থকা দৃশ্যৰ ছবি হ'লে ভাল। অলপ সময় দেখুৱাই লিডাৰজনে ছবিখন সামৰি থ'ব লাগে আৰু তেতিয়া বাকীবোৰক প্ৰশ্ন কৰিব লাগে ঃ ছবিখনত কি, কি আছে, ৰং কি কি দিছে, মহ, গৰু বা ছাগলী কেইটা আছে ইত্যাদি যিমান প্ৰশ্ন হ'ব পাৰে সুধিব লাগে। যেয়ে ভুল নোহোৱাকৈ বা বেচি শুদ্ধ হোৱাকৈ উত্তৰ দিব পাৰিব সেয়ে খেলত জিকিব। ছবি যদি হাতত নেথাকে তেতিয়া লিডাৰজনে অন্য এক ধৰণে খেলটো খেলাব পাৰে। ল'ৰা-ছোৱালীজাকৰ মাজত এটাক চকু হঠাৎ মুদাই ধৰি সুধিব লাগে লগৰ কোনোবা দুটামানৰ কথা। অৰ্থাৎ সেই দুটা ল'ৰাই কি, কি পিন্ধি আহিছে, কি ৰঙৰ চোলা-পেন্ট পিন্ধি আহিছে, জোতা পিন্ধিছে নে নাই, কঁকালত পেটী মাৰিছে নে নাই ইত্যাদি কথা। এইটোও যাৰে সৰহকৈ শুদ্ধ হ'ব সেয়ে জিকিব।

খেলটো শুনিবলৈ পালেহে ইটোৱে সিটোৰ চকু মুদোৱাত লাগি গ'ল। "ই নহয়, নহয়," "ইস্ হয়" শব্দেৰে খেল পথাৰখন কোঢ়াল হৈ উঠিল। জাৰকালিৰ গধূলিটোৱেও আইতাৰ লগত জুহালৰ গুৰিত বহিবলৈ সোনকালে আকাশৰ পৰা নামি আহিল। মুনুৱে হুইছেল মাৰি দিলে সেই দিনালৈ খেল সিমানতে শেষ হ'ল।

॥ ১২ ॥

মাটিত আঁক পাৰি লৈ কেইজনীমানে 'দাৰিয়া' খেলি আছিল। অঞ্জলী, ৰাণী আৰু ইলুৱে পেন্‌পেনাই থকা সৰু সৰু ভাইটি-ভন্টিকেইটাক খেলাই আছিল ঃ "তাই বাই, লোণে মাছে সানি-পুটকি খায়; এটেপা তেওঁ খক, এটেপা সৌ ভাইটিয়ে খক, এটেপা এয়া এওঁ খক, এয়া গৰখীয়ালৈ থক।"

(আঙুলিকেটাক) তই যা পানী লৈ, তই যা খৰি লৈ, তই যা মাছলৈ, আমাৰ বুঢ়া (বুঢ়া আঙুলি) ঘৰৰখীয়া থক, গৰখীয়া আহিছে দুৱাৰ মেল। গৰখীয়াৰ ভাগ কোনে খালে? তই খালিনে? নাই। তই খালিনে? নাই। বুঢ়াই খালে। ধৰ বুঢ়াক মাৰো কিল, কিয় খালে দৈ, সৰ, বৰ ঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়, ঢাকোন পেলাই পঁইতা খায়, ভাকুট-কুট্"। কেইটামানে বাগী দি চোৱা-চুই খেলি আছিল। পুতলী, আৰতিহঁতে নাৰিকলৰ কোটোৰা গোটাই ফিল্ডৰ এচুকে ধূলি-বালি আৰু পাতেৰে ভাত-আঞ্জা ৰান্ধিছিল আৰু কাইলৈ স্কুল ছুটিৰ পাচত কইনা-দৰাৰ বিয়াখন কাৰ ঘৰত পতা হ'ব আলচ কৰিছিল। ভাত খাবলৈ আঁহত পাতৰ কাঁহী পাৰোতেই পিচে মুনু ওলালহি। ভাত-আঞ্জা কাৰ উজুটিত কৰ্ফাল খাই ক'ত পৰিলগৈ তাৰ পাত্তা নাই। মুনুক গোটেইখিনিয়ে বেঢ়ি ল'লেহি।

"নতুন ধৰণৰ খেল, মজাৰ খেল। মাটিত চবে শাৰী পাতি বহা।" মুনুৰ কথা মতে ইশাৰীৰ পাচত সিশাৰীকৈ সকলোৱে বহিলত মুনুৱে ৰাতুলক মাতি আনি সকলোৰে সমুখত থিয় হ'বলৈ কৈ ক'লে ঃ "ধৰা যেনিবা, তুমি আজি স্কুলৰ পৰা বৰ ভাগৰে-জোগৰে চাৰি বজাত ঘৰলৈ উভটিছা, এনেতে বাটত হঠাতে এখন এশটকীয়া নোট পৰি থকা দেখিলা। তুমি তেতিয়া কি কৰিবা বাৰু দেখুওৱা।" ৰাতুলে তৎক্ষণাৎ মুখখন বৰ ভাগৰ লগাৰ দৰে কৰি ফিল্ডখনৰ এমূৰত গৈ থিয় দিলে আৰু স্কুলৰ পৰা ইফালে সিফালে চাই অহাৰ দৰে সমুখলৈ আহিবলৈ ধৰিলে। হঠাৎ এশটকীয়া নোট এখন বাটত পৰি থকা দেখিলে চকু-মুখৰ ভংগী যেনেকুৱা হয় সাইলাখ তেনেকুৱা কৰিলে। ৰাতুলে ভালকৈ কৰা দেখি গোটেইবোৰে হাত তালি দিলে। মাখনে লাহেকৈ উঠি ক'লে ঃ "মুনুদা, মই দেখুৱাও, ইয়াতকৈ ভালকৈ পাৰিম।" মাখনে ৰাতুলে দেখুওৱাখিনিতো ভালকৈ দেখুৱালেই আৰু কৰিলে কি, নোটখন তুলিবলৈ এবাৰ হাতখন মেলিলে, হঠাৎ ইফালে-

সিফালে চাই হাতখন কোঁচাই আনিলে, অলপ পৰ বৈ আকৌ চাৰিওফালে ভয়ে ভয়ে লৰালৰিকৈ চাই তৎক্ষণাৎ নোটখন মাটিৰ পৰা তুলি অনা যেন দেখুৱাই মুখখন গহীন কৰি, সি ঘৰৰ ফাললৈ লাহে লাহে যোৱা দেখুৱালে, তাকে দেখি গোটেইবোৰৰে হাঁহিত পেটৰ নাড়ী ছিঙো ছিঙো হ'ল। মাখন বহাৰ পাচত অইন এটাক সেইদৰে মুনুৱে দেখুৱাবলৈ ক'লে ঃ "ধৰা যেনিবা, তুমি ৰাতি ক'ৰবাৰ অকলশৰীয়া ঘৰ এটাত থাকিবলগীয়া হ'ল। সেইটো ঘৰত ৰাতি শুই থাকোঁতে



অকলে অকলে ভূত অহা যেন পালা। তুমি তেতিয়া কেনেকুৱা কৰিবা দেখুওৱা।" ল'ৰাজনে মাটিতে শুই থকা দেখুৱাৰে পৰা চক্ খাই ভূত দেখি ভয় খোৱা দেখুওৱালৈকে গোটেইখিনি দেখুৱাব লাগিব। ইজনৰ পিচত সিজনকৈ দেখুৱাব। যাৰ ভাল হয় দেখুওৱা তেওঁৱে জিকিব। এইদৰে যি কোনো কথাকে দেখুৱাবলৈ লিডাৰজনে ল'ৰাক ক'ব পাৰে। লিডাৰে অৱশ্যে ঘৰতে

ভাবি আহিব লাগে কি কৰিবলৈ ক'ব। তলত দিয়া কথাবোৰ এইটো খেলত বেয়া নহয় ঃ



১। বাঘে চোঁচা মাৰি অহা দেখিলে কেনেকুৱা কৰিবা?

২। সপোনত যেনিবা বৰ ভাল বস্তু খোৱা দেখিছা তেতিয়া চকু-মুখৰ ভংগী কেনেকুৱা হ'ব?

৩। কোনোবাই যেনিবা তোমাক কিবা এটা বস্তু খাবলৈ দিছে, তোমাৰ খাবৰ মন অকণো নাই আৰু তুমি বস্তুটো খাবলৈ বেয়াও পোৱা। কিন্তু তোমাক নেৰে। তুমি বস্তুটো খাবই লাগিব। তুমি তেতিয়া কেনেকুৱা কৰি কৰি খাবা? ইত্যাদি।

## ॥ ১৩ ॥

এইটো খেল আকৌ পঢ়াশালীত ব্লেক-বৰ্ডত খেলিবলৈহে বাৰু। ব্লেক-বৰ্ড নহ'লে আঠা লগাই জোৰা দি কাগজ এখিলা পিচ্‌বৰ্ড অৰ্থাৎ ডাঠ-কাগজ এখনৰ ওপৰত লগাই ল'ব লাগে আৰু খেল-পথাৰখনৰ এমূৰে সেইখন এঠাইত ওখকৈ আওঁজাই ল'ব লাগে, ঠিক এইখনিৰ নিচিনাকৈ— কাঠ পেঞ্চিল এসোপাৰে সৈতে মুনুদাদাই লগত এইখন তেনেকৈ লৈয়ে আহিছিল।



ফিল্ডখনৰ এমূৰৰ কৰবী গছজোপাত সেইখন আওঁজাই থৈ মুনুদাই ল'ৰা-ছোৱালীবোৰক দুভাগ হ'বলৈ ক'লে। দুভাগ হলত দুশাৰীকৈ, ইজনৰ পাচত সিজনকৈ থিয় কৰাই দিলে। "এতিয়া কৰিব লাগিব কি, দুয়োশাৰীয়ে ঠিক একে সময়তে খেলটো আৰম্ভ কৰিব লাগিব। খেলটো হ'ল বৰ্ডখনত বা কাগজখিলাত আখৰ লিখা। লিডাৰজনে 'ষ্টাৰ্ট' বুলি কোৱাৰ লগে লগে দুয়োশাৰীৰ প্ৰথম দুয়োজন দৌৰি গৈ যেই কোনো এটা কথা লিখিব লাগে, কথা নহয় শব্দ। ধৰা এজনে লিখিলে মই; এজনে লিখিলে তুমি। তাতকৈ বেচি আৰু লিখিব নালাগে। অ' ৰ'বা ক'বলৈ পাহৰিছো, কাগজ বা বৰ্ডখনৰ সোঁমাজতে দীঘলীয়াকৈ এমূৰৰ পৰা সিমূৰলৈ পোন আঁক এডাল আগতে পাৰি ল'ব লাগিব। আঁকডালৰ এফালে এজনে আৰু ইফালে আনজনে লিখিব। লিখা হ'ল সেই দুজন খেলৰ পৰা আঁতৰি যাব। তাৰ ঠিক

পাচতেই, পাচৰ দুজন দুয়োশাৰীৰ পৰা দৌৰি গৈ সেই শব্দকেইটাৰ তলে তলে একোটাকৈ শব্দ লিখিব আগৰ দুজনৰ দৰে। 'মই' লিখাজনৰ দলটোৰখিনিয়ে 'মই' শব্দটোৰ তলে তলে একোটা শব্দ লিখি যাব, আৰু তেনেকৈ 'তুমি' লিখাজনৰ দলটোৰবোৰে 'তুমি'ৰ তলে তলে লিখিব, কাৰো ৰ'বলৈ বা ভাবিবলৈ সময় থাকিব নোৱাৰে। যি দলৰে আগতে শেষ হয় আৰু লিখা কথাখিনি অৰ্থ থকা আৰু ভাল হয় সেই দলটোৱেই জিকিব। কোনোটো দলৰ কথাখিনি যদি শেষত "মই আজি টকী চাম আৰু ঘৰলৈ গৈ মাৰ ওচৰত ভাত খাম" এনেকুৱা অৰ্থ থকা হয় তেতিয়া ভাল হ'ব। যদি কাৰোবাৰ "তুমি কলিকতা পৰহি এৰোপ্লেন আৰু কিন্তু চাদৰ মাছ" হয় তেতিয়া সেইটো দলে খেলত হাৰি হাঁহিব লাগিব। আৰু এটা কথা, এটা দলৰ এটা বাক্যহে হ'ব পাৰিব। মই যাম, তুমি কৰা, ভাত খোৱা এনেকৈ চুটি চুটিকৈ বা খৰা খৰাকৈ বহুত বাক্য কৰাৰ নিয়ম নাই। সেই কাৰণে আৰু তথাপি, কিন্তু, যদি, আদি শব্দ মাজত লগাই এটা বাক্য দীঘলকৈ কৰিব লাগে।" এখিনি কথা কৈ খেলটো বুজাই দি মুনুদাদাই এক হুইছেল মাৰি খেলটো 'ষ্টাৰ্ট' কৰি দিলে। দুপ্‌দুপ্‌কৈ ল'ৰা-ছোৱালীবোৰ দৌৰি গৈ গৈ খকামকাকৈ একোটা শব্দ বৰ্ডত লিখিলেগৈ। তিনি মিনিটমানৰ ভিতৰতে লিখা হৈ গ'ল। পখীহঁতৰ দলটোৰ জুৰিহঁতৰ দলটোতকৈ অকণমান আগতেই শেষ হ'ল। "আমাৰ আগতে হ'ল" বুলি সিহঁতে জুৰিহঁতৰ দলক জোকাই জোকাই হাত চাপৰি বজাই নাচিবলৈ ধৰিলে। পিচে কি হ'ব! মুনুদাদাই গৈ যেতিয়া কাগজখনত কাৰ বাক্যটো ভাল হৈছে চালেগৈ, পখীহঁতৰ বাক্যটো কেনেকুৱা হৈছিল জানা?

| **পখীহঁতৰ দল** | **জুৰিহঁতৰ দল** |
|---|---|
| তুমি | মই |
| আহিবা | বল |
| যদি | খেলি |
| কিন্তু | ভাল |
| নগ'লে | পাওঁ |
| তেতিয়া | আৰু |
| চিনেমা | দৌৰিব |
| পাচত | পাৰো |

জুৰিহঁতৰ বাক্যটো যে ভাল হ'ল দেখা-শুনা কথা। 'বাৰু ৰ'বা, এইবাৰ কোন জিকে চোৱা। আমি আকৌ খেলিম।' সিহঁতে আকৌ খেলাত লাগিল।

আখৰ লিখিব নজনা সৰুবোৰে মুনুদাদাই ইবোৰক খেল শিকাই থকাৰ সুৰুঙাতে পানী শুকাই থকা বৰখাল এটাত জপ্‌জপ্ কৰে নামিছিলেগৈ। সিহঁতক ধৰি আনি মুনুদাদাই "বুঢ়াই কচু ৰোৱা" খেলটো শিকাই দিলে। মিন্টুক ফিল্ডখনৰ এমূৰত বহুৱাই দি মুনুদাদাই ইকেইটাক ক'লে ঃ এওঁ যেনিবা কচুগুটি ৰোৱা বুঢ়া। মাটিত ছলি এডোখৰেৰে মিন্টুৱে মানে বুঢ়াই কচুগুটি ৰোৱাৰ দৰে খুচৰি থাকিব। ইখিনিয়ে তেতিয়া বুঢ়াৰ ওচৰলৈ আহি বুঢ়াক সুধিব লাগে ঃ কি কৰিছা বুঢ়া? বুঢ়াই ক'ব, কচুগুটি ৰুইছো। তেতিয়া ইবোৰে ক'ব ঃ ই, তাতে গেলা-গৰু পোতা আছে। বুঢ়াই যেতিয়া সিহঁতক ধৰিবলৈ চোঁচা মাৰি খেদি আহিব, তেতিয়া ইবোৰে দৌৰি গৈ পলাব লাগে। আকৌ বুঢ়া গৈ নিজৰ ঠাইত বহি মাটি খুচৰি থাকিব যেতিয়া, ইবোৰে ওলাই আহি আকৌ বুঢ়াৰ ওচৰলৈ গৈ জোকাব লাগে। বুঢ়াই খেদা মাৰি যদি কাৰোবাক চুব পাৰে সি মৰিব।

জাৰকালি। আন্ধাৰ হ'লেই সোনকালে। মুনুদাদাৰ হুইছেল বাজিল। 'অহাবাৰলৈ আৰু এটা নতুন খেল দেই মুনুদা' বুলি কেইটামানে মুনুক চিঞৰি চিঞৰি ক'লে।

॥ ১৪ ॥

স্কুলৰ পৰীক্ষা শেষ। চিন্তা শেষ। বৰষুণৰ ভাবনা নাই। কোনে পায় আৰু! খিল্‌খিলনি, দুপ্‌দুপনি কল্‌ কলনিৰে বকুলতলৰ ফিল্ড একদম গৰম! স্ফূৰ্তিত কেইটামানে খৰবাগৰকে মাৰিছে, কেইটামানে ভেকুলী-জাপ, কেইটামানে গছৰ ডালত বগাইছে। মুনুদাদাক অহাবাৰলৈ কিবা এটা কৰি চক্‌ খুৱাবৰ কাৰণে কি কৰিলে ভাল হ'ব ঃ ইয়াকে ভাবি কেইটামান ল'ৰা-ছোৱালীয়ে ফুচ্‌ফাচ্‌কৈ কথা পাতিছে। "শালিকী ৰটৌ টৌ", বুলি শালিকী এজনীৰ পাচে পাচে খেদি সৰু সৰু দুটামানে পন্‌পনাই ফুৰিছে। কেইটামানে চোলাৰ হাত কোঁচাই একদম্‌ "বক্সিঙ"ৰ প্ৰেক্টিচত লাগি গৈছে। অলপতে 'স্পৰ্টছ' এখন পাতিব লাগিব— মুনুদাদাই কৈছিল।



হাতত কেইটামান খালি 'স্ন'ৰ সৰু বটল লৈ মুনু পালেহি। ল'ৰা-ছোৱালী গোটেইবোৰে একো খেল আৰম্ভ নকৰি 'মুনুদা'লৈকে বাট চাই আছিল। সিহঁতে জুম পাতিলেহি। মুনুৱে গোটেইখিনি ল'ৰা-ছোৱালীক শাৰী পাটি মাটিত বহিবলৈ ক'লে— ঘূৰণীয়াকৈ নহয়, ইলাইনৰ পাচত সিলাইনকৈ। শাৰীয়ে পতি ৯টাকৈ ৪টা লাইন হ'ল। ইয়াতকৈ বেচি বা কম ল'ৰা-ছোৱালী

থাকিলে বেচি বা কম লাইনো হ'ব পাৰে। শাৰী পাতি চৰে বহাৰ পাচত প্ৰতি লাইনৰ প্ৰথমজনৰ হাতত একোটাকৈ মুনুৱে সেই লগত লৈ অনা খালি 'স্ন'ৰ বটল দিলে। তাৰ মানে চাৰিটা লাইন হৈছিল নহয়, চাৰিটা স্ন'ৰ বটল দিলে— প্ৰতি লাইনত এটাকৈ। এতিয়া খেল আৰম্ভ হ'ল বুলি লিডাৰে সুহুৰি মাৰি দিয়াৰ লগে লগে প্ৰত্যেক লাইনৰ প্ৰথমজনে নিজৰ লাইনৰ দ্বিতীয়জনৰ হাতত, দ্বিতীয়জনে তৃতীয়জনৰ হাতত, তৃতীয়জনে চতুৰ্থজনৰ হাতত এনেকৈ নিজৰ লাইনৰ ভিতৰতে বটলটো ইজনৰ হাতৰ পৰা সিজনৰ হাতলৈ দিব লাগে। প্ৰথমজনৰ পৰা নিজৰ লাইনৰ শেহৰ জনলৈকে এইদৰে বটলটো বাৰে বাৰে অহা যোৱা কৰি থাকিব। নিজৰ লাইন এৰি অইন লাইনলৈ যাব নেলাগে। লিডাৰজনে থিয় হৈ চাই থাকিব আৰু যেতিয়াই মন যায়, যি কোনো মুহূৰ্ততে, সুহুৰি মাৰি বা মুখেৰেই শব্দ কৰি খেলটো চলি থাকোতেই ৰখাই দিব। খেলটো ৰখোৱা সুহুৰি মৰাৰ লগে লগে, কোনেও কাৰো হাতলৈ আৰু দিব নোৱাৰে। সেই কাৰণে খেলটো চলি থাকোতে খুব খৰকৈ ইজনৰ হাতৰ পৰা সিজনৰ হাতলৈ বস্তুটো দিব লাগে। খেলটো চলি থাকোতে যদি টিলিঙা এটা কুটলুং কুটলুং কৰে বজাই থকা যায় খেলটো খেলোতে বৰ ভাল লাগে, একেবাৰে গা উঠি যায়। ৰ'বৰ সময়ত টিলিঙাটো বন্ধ কৰি দিলেই হৈ গ'ল। টিলিঙাৰ বাহিৰে গ্ৰামফোনো বজাব পাৰি। পিচে খেল পথাৰলৈ গ্ৰামফোন আনিবলৈ ঘৰত কোনে দিব? মুনুৱে খেলটো সিহঁতক বুজাই দিলে আৰু নিজে লিডাৰ হৈ খেলটো খেলিবলৈ লাগি গ'ল। ঘৰৰ গোঁসাই ঘৰত থকা ঘণ্টাটো মুনুৱে মা'ক খুজি বটল লৈ অনা মোনাটোতে সুমুৱাই আনিছিল।

নতুন খেলটো শিকি উঠি আটাইজাকে দৌৰা-দৌৰি খেল কিবা এটা খেলিবলৈ মন কৰিলে। ইমান দিনে পঢ়া মেজৰ ওচৰত বহি কুচিমুচি থকা হাত-ভৰিবোৰ কুট্‌কুটাই আছে। “মাগুৰ কি মাগুৰ জালি, ঘোঁৰাৰ আগত দিলো পানী, ঘোঁৰাই বোলে নেখাওঁ পানী, দৌৰাম কাতিৰাম, দলনিতে লাগি যাম, দলে কেৰেকেৰাই গুটি ঐ মালী, বান্দৰ পোৱালী, বান্দৰতে লেটিপেটি, তোৰ মাৰ কেনেজনী মোক পাবে গালি, হাতত তৰোৱাল লৈ খেদে বনমালী, মালী, মালী, মালী....” বুলি গাই গাই 'কিট্‌কিট্' বা 'হৈ গুদু' খেলটো খেলিবলৈ মুনুৱে আটাইখিনিকে শিকাই দিলে। মাজতে ডাঙৰ আঁক এডাল পাৰি লৈ, দুদল হৈ ল'ৰাবোৰে এইটো খেল আৰু ফিল্ডখনৰ সিফাললৈ মাটিত আঁক পাৰি ছোৱালীবোৰে কাঠৰ ছলি দলিয়াই এটা ভৰিৰে “মাদ্ৰাজী খেল” জপিয়াই খেলিবলৈ লাগি গ'ল। একেবাৰে গধূলি হোৱালৈকে।

॥ ১৫ ॥

নতুন কিতাপত লগাবলৈ ছবি থকা জিল এখন খোজাৰ ছলেৰে পঢ়াৰ পৰা উঠি গৈ বুলে মুনুদাক ৰাতিপুৱাই সুধি আহিছিলগৈ— আজি আবেলিকৈ মুনুদাই কেইটা নতুন খেল শিকাব। ফুলনিত কাম কৰি থকা মুনুৱে তাকে ভাবিছিল, ভাল খেল আৰু কি কি আছে! "ৰ, ৰ ভাবো মই" বুলি মুনুদাই চকুকেইটা মস্ত মস্তকৈ মেলি ভাবিলে আৰু ক'লে ঃ শুন এটা কথা, কি কথা? বেং কথা। কি বেং? পাত বেং। কি পাত? চাহপাত, কি চাহ ..... তাৰ মানে তহঁত সোনকালে আহিবি। বুলে কেইটা বজাত মাতিছে ধৰিব নোৱাৰি আকৌ সুধিলে ঃ "মুনুদা কেতিয়া?" "নাকত ধৰি খেপিয়া" মুনুদাৰ কথাত আৰু নোৱাৰি। বুলে সেমেনা-সেমেনি কৰ দেখি মুনুদাই এইবাৰ "আচ্ছা আঙুলিত ধৰ" বুলি আঙুলিটো জোকাৰি, জোকাৰি বুলক ধৰিবলৈ ক'লে। আঙুলিত ধৰিব পাৰিলে নিশ্চয় খেল এটা, নহ'লে খেল নাই। এইটোনো কি কথা! জপিয়াই, জপিয়াই বুলে আঙুলি ধৰিবলৈ ইমান চেষ্টা কৰিলে— এই ধৰোঁ, এই ধৰোঁ, নাই। এই ধৰোঁ, এই ধৰোঁ, যাঃ বুঢ়া আঙুলি। বুলে কান্দো কান্দো হ'ল। নাই আজি আৰু খেল নহ'বগৈ। গৈ গৈ মুনুৰ বেয়া লাগিল। এইবাৰ, এইবাৰ? বাঃ দুটা। মুনুদাৰ দুটা আঙুলি ধৰিবলৈ পাই মুনুদা দুটা, মুনুদা দুটাকৈ, বুলে চিঞৰি চিঞৰি ৰঙতে নাচি, নাচি ঘৰ পালেগৈ।

"গৰম কালি আহিলেই আকাশত মেঘৰ মেজিক আৰম্ভ হ'ব। ভাল দৰ্শক পালে মেঘে কাটিং দেখুৱাবলৈ আৰম্ভ কৰিছেই লাহে লাহে। বকুল গছজোপাৰ পাচফালে লুকাই থকা ডাৱৰখিনি বাৰু দেখিবলৈ কিহৰ নিচিনা হৈছে? একে উশাহেই কোনে ক'ব পাৰে?" মুনুদাই এইটো খেলেই আজি প্ৰথমে আৰম্ভ কৰি দিলে। টপ্‌কৰে যেয়ে আগতে ভাল উত্তৰ দিব পাৰিব সেয়ে জিকিব। কিছুমানে ক'লে হাতীটোৰ নিচিনা, কিছুমানে ক'লে নহয়, ইফালৰখিনি ঠিক কুঁজা বুঢ়াৰ নিচিনা, কিছুমানে ক'লে ঃ মুখ মেলি থকা গৰুজনীৰ দৰে। দুটানে এটা ক'লে, নহয় নহয়, মাছটোৰ নিচিনাহে। গোটেইখন হুলস্থূল লাগিল। সিহঁতে কোঢ়াল কৰি থাকোতেই মুনুদাই এইবাৰ মাৰ যাব খোজা বেলিটোৰ কথা সুধিলে ঃ কিহৰ নিচিনা হৈছে বলি। একাঁহী ৰঙা সেন্দুৰ, ৰঙা চুলিৰ বুঢ়ী এজনী, এইদৰে যেয়ে যি পালে উত্তৰ দিলে। সেইদৰে কোনোবাই

পিন্ধা কামিজৰ ৰংটো কেনেকুৱা, সৰু সৰু গছবোৰ কিহৰ নিচিনা, নকৈ পাত মেলা সৰু নাহৰ জোপা কিহৰ দৰে দেখিবলৈ, শালিকীজনী দুটা ভৰি জপাই জাপ মাৰি মাৰি খোজ কঢ়া মানুহৰ নিচিনা নেকি, এনেকুৱা অজস্র প্রশ্ন লিডাৰে সুধিব পাৰে। যেয়ে ক'ব পাৰে সাউৎ কৰে, জিত।

এইবাৰ এটা লৰা-ঢাপৰা খেল। খেলটোৰ নাম "কৰ্দ্দে খেল।" আইতাৰ তাঁতশালৰ সৰু সৰু খুটিকেইটামান মুনুৱে লগত লৈ আহিছিল। পিচে ল'ৰা-ছোৱালী বেচি হোৱাত সেইকেইটা খুটিয়ে নাটে। ৰাণা আৰু আৰতিয়ে নিজৰ নিজৰ ঘৰলৈ দৌৰ মাৰি গৈ আৰতিয়ে মাকক খুজি আৰু ৰাণাই মা পাকঘৰত থকাৰ ছলতে মনে মনে তাঁতৰ খুটি আনি মুনুৰ আগত একে উশাহে দিলেহি। মুনুৱে খুটি লেখি চালে ১৬টা হ'ল। ল'ৰা-ছোৱালী ১৭টাই তেতিয়া হ'লে খেলিব পাৰিব। অৰ্থাৎ খেলুৱৈতকৈ ১টা খুটি কম হ'ব লাগে। মুনুৱে খুটিবোৰ এতিয়া লগৰ বেগটোত ভৰাই অনা খুন্দনা মাৰিডালেৰে ফিল্ডখনত ৬ হাত মান দূৰে দূৰে চাৰিচুকীয়াকৈ পুতি দিলে। ল'ৰা-ছোৱালী ১৭টাৰ ভিতৰত ১৬টাই খুটি ১৬টাত ধৰি ৰৈ থাকিব। ইজন মাজত হ'ব। মাজত থকাজনে চকটোত ঘূৰি ঘূৰি প্ৰতিজন ল'ৰাৰে ওচৰত "কৰ্দ্দে দিয়া, কৰ্দ্দে দিয়া" এই বুলি কৰ্দ্দে খুজি ফুৰিব আৰু সেই ছেগতে ইবোৰে ঘাই সলাবলৈ আৰম্ভ কৰিব লাগে। অৰ্থাৎ ইটো খুটিৰ পৰা সিটো খুটিলৈ যাব, সিটো খুটিৰ পৰা সিটো খুটিলৈ যাব— এইদৰে ল'ৰাবোৰে চাৰিওপিনে ঘূৰিবলৈ আৰম্ভ কৰিব। ল'ৰাবোৰে এইদৰে চাৰিওপিনে ঘূৰি থাকোঁতে মাজত থকাজনে ছেগ বুজি খালি খুটি এটা ধৰি পেলাব লাগে। তেতিয়া যিটো ল'ৰাই খুটি ধৰিব নোৱাৰিলে তেওঁ মাজত পৰিব। যিমান পৰলৈ মন যায় খেলটো খেলিব পাৰি আৰু খেলোঁতেও খুব স্ফূৰ্তি লাগে। মুনুদাই খেলটো শিকাই দিবলৈহে পালে, খেল আৰম্ভ হৈয়ে গ'ল। পুতুল কেইবাবাৰো মাজত পৰিল। তাক চবে জোকাই জোকাই হাঁহিলে।



॥ ১৬ ॥

স্পৰ্টছখন পাতিম বুলি কৈ থৈ গৈ মুনুদা যে নহা হ'ল আৰু— ল'ৰা-ছোৱালীবোৰে থোন্‌থোনাই আছিল। সদায় আবেলি মুনুৱে শিকোৱা খেলবোৰকে যদিও সিহঁতে খেলিছিল বকুলতলৰ ফিল্ডখন হ'লে মন মাৰি থকা ছোৱালী এজনীৰ দৰেহে হৈছিল। ল'ৰা-ছোৱালীবোৰে হাঁহিলে ফিল্ডখনে খিল্‌খিলাই হাঁহে। সৰু সৰু গছ-বনবোৰে ৰঙতে ইজনীয়ে-সিজনীৰ গাত ঠেলিয়াঠেলি কৰাৰ দৰে কৰি ৰহইচ্ কৰে। সৰু সৰু ধুনীয়া ফুলবোৰেও আনকি মূৰ দুপিয়াই হাঁহি হাঁহি ল'ৰা-ছোৱালীবোৰৰ লগত খেলিবলৈ যাব খোজে। অকণ, অকণ, পাম্প দিয়া পুতলাৰ নিচিনা স্ফূৰ্তিত নাচি থকা লগৰীয়াবোৰ দেখিলে শালিকী, টুনটুনি, ঘনচিৰিকা, বগলীয়ে দেও দি দি আৰু বগী পুচিজনী, লোদোৰা-পোদৰ ছাগলী পোৱালীকেইটাই নাচি-বাগি উলহ-মালহকৈ সিহঁতৰ কাষ পায়হি। আন নেলাগে গম পালে বতাহ জাকেই য'ৰে কাম ত'তে এৰি, অকণমানি অকণমানি ফুলৰ সুৰভিহঁতক হাতত ধৰি দৌৰাই আনি একে উশাহে ল'ৰা-ছোৱালীবোৰৰ লগ লয়হি আৰু কোনেও নেদেখাকৈ মনে মনে গৈ কোনোবা এজনীৰ চুলিৰ ফিটা খুলি চুলিবোৰ উৰাই নিয়ে। কাৰোবাৰ কপালত আলফুলকৈ পিৰ্‌পিৰাই দিয়ে। কাৰোবাৰ চোলাটো পাচফালে টানি লৈ যাব খোজে। শীতল লাগি যোৱাকৈ মৰম কৰি দিয়ে। নহ'লে কৰে কি কাণৰ, কাষত একো কথা নোকোৱাকৈ এনেয়ে ফুচ্‌ফুচ্‌কৈ কথা কৈ, ধেমালি কৰাৰ দৰে সিহঁতৰ যাৰে পায় তাৰে কাণৰ ওচৰত মুখখন গুজি বতাহে জিৰ্ জিৰ্ জিৰ্ জিৰ্ জিৰ্‌কৈ এসোপামান কথা কৈ মাৰে লৰ। কি কাণ্ড চোৱাচোন! খালি জিৰ্ জিৰ্ জিৰ্ জিৰ্ জিৰ্। বতাহে পঢ়াশালিত নপঢ়িলেই ছাগে! ৰুণু-মিনুহঁতৰ ৰঙিয়াল বন্ধু বতাহৰ কথাত হাঁহিয়ে উঠে। পঢ়াশালিত বাইদেউ বাহিৰলৈ যোৱাৰ সুৰুঙাত ইখন বেঞ্চৰ ছোৱালী সিখন বেঞ্চৰ ছোৱালীৰ ওচৰলৈ উঠি গৈ 'দোৱানত' কথা কয়; পিচে বতাহৰ দৰে অৰ্থ নোহোৱাকৈ নহয়, এনেকৈ—

ক্লাছৰ কেপ্টেনক যেনিবা বাহিৰলৈ যাওঁ বুলি ছোৱালীজনীয়ে ক'ব লাগে, তেতিয়া এনেকৈ দোৱানত খৰকৈ ক'ব ঃ কাচ কেপ্টেন বাচ বাহিৰলৈ যাচ যাওঁ দেচ দেই। কেপ্টেনে তেতিয়া ক'ব— কোচ নচ অৰ্থাৎ কোন। তেতিয়া ইজনীয়ে ক'ব ঃ বীচীনাচাপাচানিচি হাচাজচৰীচীকাচা। অৰ্থাৎ বীণাপাণি হাজৰিকা। কথা খৰকৈ ক'লে যেয়ে সেয়ে এনেয়ে বুলিব নোৱাৰে। তাতে

যদি এনেকৈ প্ৰতিটো আখৰতে কা বা চ বা আন আখৰ লগাই লগাই দোৱান কৰা হয় তেতিয়াতো মজাৰ হৈ পৰে। খেলিবলৈ বৰ ভাল এনেকৈ। কোনোবাই নতুন নতুন ধৰণে উলিয়াইও ল'ব পাৰে— প্ৰতিটো আখৰৰ আগতে কু লগাই বা ফুলে লগাই। কোনোবা এজনীয়ে সুধিব ঃ কুতে কুওঁ কুৰ কুনা কুম কুকি? অৰ্থাৎ তেওঁৰ নাম কি? ইজনীয়ে ক'ব ঃ ফুলে লি ফুলে লি ফুলে শ ফুলে ই ফুলে কী ফুলে য়া অৰ্থাৎ লিলি শইকীয়া।



খেলি স্ফূৰ্তি লগা এই খেলটো ৰুণুৰ হঠাতে মনত পৰি গ'ল আৰু সেইদিনা তাকে খেলিবলৈ সিহঁতে আৰম্ভ কৰিলে। সৰু সৰুবোৰৰ কেইটামানে ইটোৱে সিটোৰ পিঠিত ঘোঁৰা উঠি আছিল। কেইটামানে চকা খেলি আছিল। দুটা নে এটাই তামোলৰ ঢকুৰাত উঠি গাড়ী চলাইছিল। কেইজনীমানে হাত মেলি মেলি ঘূৰি পাকঘূৰণি খাইছিল।



মুনু ঘপ্‌কৰে ওলালহি। হঠাতে মুনুদাদাক ইমান দিনৰ মূৰত পাই সিহঁতে হাঁহিবই নে কান্দিবই, মুনুক খঙেই কৰিবনে অভিমানত নেমাতিবই ঠিকেই কৰিব নোৱাৰি মুনুদাদাৰ গাত চবে সাৱটি ধৰিলেহি। খুৰাকৰ অসুখৰ কাৰণে তেজপুৰৰ পৰা আহিব নোৱাৰিছিল যদিও মুনুৱো সিহঁতলৈ বৰ মনত পৰি আছিল। হাতত লৈ অহা এসোপামান কাড় মুনুৱে সকলোৱে হাতত দিলে। মুখবোৰ সিহঁতৰ উজ্জ্বল হৈ পৰিছিল, মুখত যেন আখৈহে ফুটিলে— ইমানদিনে কেলেই অহা নাছিলা, মুনুদা, কি খেল শিকাবা মুনুদা কৈ সিহঁতে মুনুক মৰমৰ জুলুম আৰম্ভ কৰি দিলে।

"ইজনৰ পাচত সিজনকৈ শাৰী পাতি সকলোৱে থিয় হোৱা হাতত কাড় লৈ লৈ। সৌ গছজোপাৰ সেইখিনিতে সেয়া যে কেৰোণে খাইছে সেইখিনিতে ঠিক পৰাকৈ নহ'লে বাৰু ৰ'বা, মই কাগজ এখনকে লগাই দিওঁ" এই বুলি মুনুৱে মাজত ফুটা থকা আঠা লগা কাগজ এখন গছজোপাৰ গাত মাৰি সেই ফুটাটোত ঠিক পৰাকৈ সকলোকে কাড় মাৰিবলৈ ক'লে। যেয়ে দূৰৰ পৰা পোনকৈ একেবাৰতে মাৰি কাগজৰ বিন্ধাটোত ঠিক পৰাকৈ কাড়ডাল লগাব



পাৰে সেয়ে জিকিব। ইচ্ ইচ্ নহ'ল অকণমানতে গ'ল, আৰু এবাৰ মাৰিলে পাৰিম, মুখেৰে কৈ কৈ সিহঁতে উৎসাহেৰে খেলিবলৈ লাগি গ'ল। মুনুৱে মিচিক্ মিচিক্ কৰে হাঁহি সিহঁতক আঁতৰৰ পৰা উৎসাহ দি থাকিল। নোৱাৰাবোৰে আহি লাইনৰ পাচত আকৌ থিয় হ'লহি। গধূলিটোও আহি কোনোবা টলকত সকলোতকৈ পাচফালে থিয় দি আছিলহি। ল'ৰাবোৰে পাচফালে আহি থিয় দিওঁতে দিওঁতে গধূলিটো লাইনৰ আগত ওলাই পৰিল। গধূলিটোৱে গছজোপাৰ লগত অকলে খেলিবলৈ মন কৰা যেন দেখি ৰাতিটোৰ কাৰণে গছৰ লগত গধূলিক থৈ মুনুদাদাৰ লগত কথা পাতি পাতি ল'ৰা-ছোৱালীবোৰ ঘৰলৈ উভটিল।

## ॥ ১৭ ॥

আজি স্পৰ্টছ। পৰহি শুকুৰবাৰেই 'মুনুদা'ই সকলোকে খবৰ দি থৈছে। অলপদিন পাচতহে কিন্তু স্পৰ্টছখন পতাৰ মন আছিল। পিচে নোৱাৰি। মুনুক খুৰাকে তেজপুৰলৈ আকৌ মাতিছে। যাবগৈ। কেতিয়াকৈ বা আকৌ আহিব পাৰে!!

বকুলতলৰ পদূলি উদুলী-মুদুলী। পুৱাৰে পৰা। আগদিনা পঢ়িব লাগে বুলি বেলি দুপৰলৈকে শুই থকা, ৰুমী, লাটুহঁতৰ আজি কোব চায় কোনে? পোহৰ হ'লনে নাই বুলি মূৰ তুলি তুলি ৰাতি এদখৰ থকাৰে পৰা দুৱাৰ খিৰিকিৰ ফাঁকেদি কতবাৰ যে চালে! কিজানি বেলি হৈ যায়! খেল-ধেমালি সাত বজাৰ পৰা আৰম্ভ হ'বই নহয়! মইনাৰ আক' উঠোতেই বেলি হৈ গ'ল! ৰ'দ ভালকৈয়ে ওলাল। জিতুহঁতেতো তাৰ সৈতে একেলগে যোৱাৰ কথা আছিল! 'সিহঁত কিজানি গ'লেই', তাকে ভাবি চোলাটো ওলোটাকৈয়ে গাত সুমুৱাই সি মাৰিলে দৌৰ খেললৈ। "হেৰ, বেলি নহয়, জলপান খাই যা" বুলি মাকে মাতিলেহে মাতিলে। ক'ত শুনে?

ইফালে 'মুনুদা'ৰো গাত তৎ নাই। প্ৰতিযোগিতা এখন পাতিলে ইটো সিটোকৈ কিমানবোৰ যে বস্তু লাগে! চান্দা তুলি প্ৰাইজ কিনা, ফিল্ডত আঁক দিবলৈ চূণৰ গুড়ি যোগাৰ কৰা, কত যে কি কাম! তাতে দেউতা, বৰ দেউতা, স্কুলৰ চাৰ, বিজন দাদা, ৰমেনদাহঁতকো খেল চাবলৈ মাতিছে। 'মুনুদা'ই নিজৰ লগৰ জীতেন, কানাই, তুলসী আদিকো লগত লৈছে খেলত সহায় কৰিবলৈ। পুৱাতে ওচৰৰ স্কুলৰ বেঞ্চ-চকী আনি মানুহ বহিবলৈ সজোৱা হ'ল। এপাকত 'মুনুদা'ই গৈ ঘৰৰ গ্ৰামফোনটোও লৈ আহিলগৈ। লগতে হুইছেলটোও। বচ্। চব্ থিক হৈ গ'ল। চাৰিওপিনে ল'ৰা-ছোৱালীৰ উখল-মাখল, গ্ৰামফোনৰ গীত। বকুলতলৰ ফিল্ড গৰম হৈ পৰিল।

ফিল্ডৰ এমূৰত যেয়ে যি পায় আখৰা কৰিবলৈ লাগিছে ঃ কোনোবাই দৌৰ, কোনোবাই জৰীখেল, কোনোবাই বেজীত সূতা সুমুওৱা। ফিল্ড আৰু আলিৰ মাজৰ খালটোৰ ওপৰেদি জপিয়াই কুটুৱে দীঘল জাপৰ আখৰা কৰিছিল। গ'ল এবাৰ ভৰি পিছলি। ঠেপেং। খালৰ পানীত পেন্ট তেনেই তিতিল। চবে দিলে হাঁহি। আকৌ ঘৰলৈ যাব লগা হ'ল।

জীতেনদাদাই মাটিৰ টেকেলি কিছুমান বজাৰৰ পৰা পোৱালেহি। 'চকুমুদি টেকেলি ভঙা' আৰু 'মূৰত টেকেলি লৈ দৌৰ' খেলত লাগিব। বিপুলদাই প্ৰাইজত লেবেল্ মাৰিছে। মূৰত

টেকেলি ল'বৰ বাবে গাইপতি একোখন গামোচা ৰাণী, ইলুহঁতে আকৌ দৌৰি দৌৰি ঘৰলৈ গৈ আনিলেগৈ। 'টনা-টনি' খেলৰ বাবে পঘা? পুতুমণিয়ে ৰত্নমামাৰ ঘৰৰ গোহালীৰ পঘাডালকে মনে মনে জেওবাইদি পাৰ কৰি দিলে।

সাত বাজিল। খেল আৰম্ভ হ'ল। প্ৰথমে 'দৌৰ প্ৰতিযোগিতা'। কানাইদা আৰু সুনীলদাই ৰচি ধৰিব। মুনুদাই হুইছেল মাৰিব। প্ৰথমে ডাঙৰবোৰে দৌৰিব। পাচত সৰুবোৰে। আঁচৰ ওচৰতে চবে শাৰী পাতি থিয় হ'ল। "ওৱান, টু.........ই, নহ'ল, নহ'ল। ফুনু, কাৰ্তিকে আগতেই দৌৰ মাৰিলে। আকৌ, এইবাৰ ঠিককৈ। ৰেডি?" ওৱান, টু, থ্ৰি। দৌৰ আৰম্ভ হ'ল। অৰূপ প্ৰথম হ'ল। অনিল দ্বিতীয়, কাৰ্তিক তৃতীয়। কিছুমানৰ যে যি হ'ল। প্ৰদীপ যে অলপ গৈয়েই হামখুৰি খাই পৰিল। বৰ লাজ পালে বেচেৰাই।

"এইবাৰ ছোৱালীৰ চকুমুদি টেকেলী ভঙা খেল"— মুখত হৰ্ণ দি মুনুদাই চিঞৰি ক'লে। কানাইদাই টেকেলী পাতি দিলে। মুনুদাই এজনী এজনীকৈ নাম মাতি গ'ল। কেইজনীমানে আকৌ চকু বন্ধাৰ আগতে, এনেয়ে যোৱাৰ চলেৰে গৈ, টেকেলিৰ ওচৰলৈকে কেইখোজ হয় মনে মনে হিচাব কৰি আহিলে। খেল আৰম্ভ হ'ল। চকুত কাপোৰ বান্ধি হাতত টাঙোন লৈ এজনী এজনীকৈ টেকেলি ভাঙিবলৈ গ'ল। পিচে কাৰোবাৰ টাঙোনৰ কোব পৰিল মাটিত। কোনোজনীয়ে কাৰোবাৰ মূৰতে মাৰিব খুজিলে। কোনোবাজনীয়ে আকৌ ওলোটা ফালেহে টেকেলি বিচাৰি গ'ল। কি কৰা, কৰা! আৰতিয়ে কিন্তু ঠিক ভাঙিলে।

তাৰ পাচত আৰম্ভ হ'ল সৰু সৰুবোৰৰ "কুকুৰা যুঁজ"। এখন হাতেৰে এটা ভৰি পিছপালে ডাঙি ধৰি, ইখন হাত কান্ধত থৈ, এঠেঙীয়া কুকুৰাৰ দৰে আটাইবোৰ হ'ল। তাৰ পাচত লাগিল যুঁজ। দুপিয়াই, দুপিয়াই ইটোৱে সিটোৰ গাত মাৰিলে খুন্দা। কোনোটোৱে খুন্দা খাই লুটি খাই পৰিল। কোনোটোৱে ভুলতে ভৰি এৰি দিলে। শেষলৈকে নমৰাকৈ থাকিল মাত্ৰ ৰাণা।

ইয়াৰ পাচত বেজীত সূতা সুমুওৱা, চামুচত কণী লৈ দৌৰা, ল'ৰাৰ ওখ জাপ আদি এটাৰ পিচত এটাকৈ হ'বলৈ ধৰিলে। জৰী লৈ জপিওৱা দৌৰত কিমানৰ যে ভৰিত জোতা-পুটি লাগিল! যমুনাৰ মাখিছাল এৰা গ'ল ভৰিৰ। তথাপি নেকান্দিলে। খেল যেতিয়া হ'বই এইবোৰ।

এনেতে এঘাৰ বাজিলেই। আগবেলাৰ খেল শেষ। এতিয়া জিৰণি।

দুইবজাৰ পৰা পাচবেলাৰ খেল আকৌ আৰম্ভ হ'ল। এইবেলা দীঘল জাপ, মূৰত টেকেলি লৈ দৌৰ, ৰচিটনা আদি খেলাবোৰ হ'ল। ৰচিটনা খেলত বিজয়হঁতৰ দল জিকিল। মূৰত টেকেলি লৈ দৌৰত কেইজনীৰ যে খোজ দিওঁতেই টেকেলিবোৰ ধপ্ ধপ্‌কৈ খহি পৰিল। বীণা, মিনুৱে যে এখোজকে যাব নোৱাৰিলে। চবে হাঁহি দিলে সিহঁতক।

এইদৰে এটা, এটাকৈ দিনটোৰ খেল শেষ হ'ল। কেৱল বাকী "ভেশছ্ন প্রতিযোগিতা"। আৰে! খেলৰ ঘোষণা কৰিবলৈ মুনুদা দেখোন নায়। কি বিপদ! ক'লৈ গ'ল? সুনীলদাই উপায় নেপাই নিজেই ঘোষণা কৰিলে ঃ "এতিয়া ভেশছ্ন প্রতিযোগিতা আৰম্ভ হ'ব।" উকি! এইজনী ক'ৰ বুঢ়ী? ল'ৰা-ছোৱালীবোৰৰ ভীৰ ঠেলি ঠেলি আলৰ বুঢ়ী এজনীয়ে লাখুটি লৈ সোমাই আহিছে দেখোন! বুঢ়ীয়ে ফিল্ডৰ মাজত ঘূৰি ঘূৰি বুঢ়াক বিচাৰিবলৈ ধৰিলে। বুঢ়ীয়ে অজয়হঁতক সুধিলে বুঢ়াক সিহঁতে দেখিছিলে নেকি? কোনেও ধৰিবই নোৱাৰিলে মুনুদাই কোন টলকত গৈ বুঢ়ী সাজি আহিল। কুঁজাকুজকৈ সাইলাখ বুঢ়ীজনী আৰু। মাতটোও যে কৰিছে!!



দেউতাৰ চচ্মা চকুত লগাই, চুৰীয়া-পাঞ্জাবী পিন্ধি হাতত চেকনী লৈ ফুনু ওলালহি। যিহে চকুৰ পাক! ঠিক যেনিবা 'চাৰ'হে! চানাচুৰৰ ঠোলা হাতত লৈ 'চানাচুৰ গৰম' গাই গাই ওলালহি ৰাতুল। কপালত ফোঁট, ৰেঘা লৈ, ডিঙিত লগুণ আঁৰি, হাতত ঘণ্টা লৈ, মুখত চিয়াঁহীৰ মোচ আঁকি ৰঞ্জিত হ'ল 'বামুণ'। মৰাপাটৰ দাড়ি লগাই মুৰুলী হৈছিল 'বাবাজী'। ফিল্ডলৈ আহোঁতেই বেচেৰাৰ পিচে দাড়ি সুলকি থাকিল। মীনাই 'কণা মাগনী' হৈ ভিক্ষা খুজি ফুৰিলে। অঞ্জলী 'জাকৈয়া ছোৱালী' হৈ জাকৈখন ফিল্ডৰ মাটিতে চবিয়াই মাছ মুঠিয়ে মুঠিয়ে ধৰিলে। স্ফূর্তিত গোটেইখন কোঢ়াল লাগিল।

ভেশছুনত মুনুদাই প্ৰথম হৈছিল। পিচে মুনুদাই সিহঁতক আনন্দ দিবলৈহে বুঢ়ী সাজিছিল। সেই কাৰণে 'মাষ্টৰ' হোৱা ফুনু হ'ল প্ৰথম। 'কণা মাগনী' হোৱা মীনা দ্বিতীয় আৰু 'চানাচুৰৱালা' ৰাতুল হ'ল তৃতীয়। ভেশছুন প্ৰতিযোগিতা শেষ হ'ল। স্পৰ্টছো শেষ। বঁটা-বিতৰণী কৰিলে ৰাতুলহঁতৰ স্কুলৰ চাৰে, লগতে সকলোকে খেলৰ বাবে প্ৰশংসাও কৰিলে।



'মুনুদা'ই সেই সভাতে অহা দেওবাৰলৈ গড়গাঁৱত পিক্‌নিক্ খোৱাৰ ঠিক কৰিলে। তাৰ পাচতে আৰু 'মুনুদা' তেজপুৰলৈ যাবগৈ।

— অন্ত —

# য'তে বুদ্ধি ত'তে জয়

উজ্জয়িনীৰ ৰজা বিক্ৰমাদিত্যৰ নাম নজনা মানুহ নায়েই। তেওঁ বৰ পৰাক্ৰমী আৰু বিদ্যোৎসাহী ৰজা আছিল। তেওঁৰ ৰাজসভাত থকা নজন অতি জ্ঞানী পণ্ডিত 'নৱৰত্ন' নামেৰে প্ৰখ্যাত আছিল। 'নৱৰত্ন'ৰ উপৰিও তেওঁৰ সভাত থকা বুদ্ধিমান বিষয়াসকলৰ ভিতৰত মূলদেৱ নামৰ এজন অতি চতুৰ বিষয়াৰ নাম উল্লেখ কৰিবলগীয়া। তেওঁৰ তীক্ষ্ণবুদ্ধিৰ কথা গোটেই দেশতে বিয়পি পৰিছিল আৰু বুদ্ধিৰ কাৰণেই ৰজা বিক্ৰমাদিত্যয়ো তেওঁক বিশেষ আদৰ কৰিছিল।

মূলদেৱৰ বুদ্ধিৰ প্ৰশংসা নিজ দেশৰ সকলো মানুহে কৰে যদিও আন দেশতনো তেওঁৰ বুদ্ধিৰ প্ৰশংসা কৰে নে নকৰে বা আন দেশত তেওঁৰ সমান বুদ্ধিমান লোক আছে নে নাই এই কথা জানিবৰ কাৰণে মূলদেৱৰ অন্তৰত এটা বহুদিনীয়া হেঁপাহ আছিল। এনেতে তেওঁ এদিন শুনিলে যে উজ্জয়িনীৰ পূবফালে থকা 'পাটলিপুত্ৰ' নামৰ নগৰখনৰ মানুহবোৰ বৰ বুধিয়ক। কথাটো শুনাৰেপৰা পাটলিপুত্ৰ নগৰলৈ গৈ তাৰ মানুহবোৰক বুদ্ধিত জুখি চাবলৈ মূলদেৱৰ মন উচ্‌পিচাবলৈ ধৰিলে। লগৰ লগৰীয়াসকলক কথাই কথাই এদিন মূলদেৱে যেতিয়া এই বিষয়ে ক'লে, তেওঁবিলাকেও উদগনি দি লগতে উলহ-মালহকৈ যাবলৈ ওলাল।

বন্ধু-বান্ধৱৰে সৈতে ৰংমনে যাত্ৰা কৰি মূলদেৱ গৈ পাটলিপুত্ৰ পালেগৈ। বিতোপন নগৰখনৰ শোভা চাই চাই গৈ থাকোতে পদুমেৰে সুশোভিত এটা ধুনীয়া পুখুৰী দেখি তেওঁলোক থমকি ৰ'ল। পুখুৰীটোৰ পাৰ এটাত বহি কাপোৰ ধুই থকা বুঢ়ী এগৰাকী দেখি মূলদেৱে সুধিলে, "আই, এইফালে শুনকচোন। আমি দূৰণিৰপৰা অহা মানুহ। ইয়াত অতিথিৰ কাৰণে ঠাই ক'ত কওকচোন!"

বুঢ়ীগৰাকীয়ে প্ৰশ্নটোত থকা সামান্য আসোঁৱাহ এটা তৎক্ষণাতে লক্ষ্য কৰি টপৰাই উত্তৰ দিলে, "ইয়াত মাছ আৰু কাছ আদিহে থাকে বোপাই! পুখুৰীৰ পানীত চৰে হাঁহ আৰু পদুমৰ ওপৰত পৰে মৌ-মাখি। ইয়াত পথিক নাইবা অতিথিৰ কাৰণেতো ঠাই নাই।" সাধাৰণ বুঢ়ী এগৰাকীয়েও এনে উপস্থিত বুদ্ধিৰে উত্তৰ দিব জনা দেখি মূলদেৱ আৰু লগৰীয়াসকলে লাজতে তলমূৰ কৰিলে আৰু আন প্ৰশ্ন কৰি লাজ পোৱাতকৈ মনে মনে আঁতৰাই ভাল বুলি তেওঁবিলাকে নগৰৰপিনে আগুৱাবলৈ ধৰিলে।

নগৰৰ ঘাই বাটেৰে তেওঁবিলাক গৈ আছে, গৈ আছে; এনেতে দেখিলে এঘৰ মানুহৰ সমুখৰ পিৰালিত বহি সৰু ল'ৰা এটাই হাতত পায়সেৰে ভৰপূৰ বাটি এটা লৈ কান্দি আছে। হাতত সুগন্ধি পায়সৰ বাটি, ইপিনে কান্দোন— কি বিসংগতি কথা! মূলদেৱৰ লগৰীয়া শশী নামৰ মানুহজনে ৰ'ব নোৱাৰি ল'ৰাটোক কৈয়ে পেলালে, "বোপাই হেৰ, কান্দিছ কেলেই কচোন! পায়স হাতত লৈ কন্দা অভং ল'ৰা মই তোকহে দেখিছো।" অপৰিচিত বাটৰুৱাজনৰ কথা শুনি সৰু ল'ৰাটোৱে চকুপানী মোহাৰি হাঁহি উত্তৰ দিলে, "অভং মই নহয়; আপোনালোকহে। আপোনালোক চাগৈ গাঁৱৰ। সেই কাৰণেই মই কন্দাৰ কাৰণ বুজা নাই। কান্দিলে আকৌ মৰম কৰিব, আকৌ পায়স দিব! ইফালে তপত পায়সখিনিও চেঁচা হ'ব। তপত পায়স খাবলৈ বেয়া— পায়স চেঁচা হ'লেহে জুতি উঠে, আপোনালোকে চাগৈ নেজানেই!"

সৰু ল'ৰাটোৰ মুখতেই এনে তীখৰ কথা! মূলদেৱ আৰু লগৰীয়াসকলে আকৌ এবাৰ লাজ পালে। সেমেনা সেমেনিকৈ তেওঁবিলাকে আকৌ বাট ল'লে। গৈ গৈ আকৌ এঠাইত কিছুমান ছোৱালীয়ে গছত উঠি আম পাৰি খাই থকা দেখি তেওঁবিলাক অবাক হ'ল। ছোৱালীনো ক'ৰবাত গছত উঠেনে! যি নহওঁক, মূলদেৱে গছত উঠি থকা ছোৱালী এজনীক ক'লে, "আইদেউ, আমাৰো ভোক লাগিছে। আম কেইটামান আমাকো দিয়া যদি নথৈ আনন্দ পাম।" ছোৱালীজনীয়ে সুধিলে, "আপোনালাকে চেঁচা আম খাব নে তপত আম খাব?" মূলদেৱে থতমত খালে, এইটো আকৌ কি কথা? আমৰনো চেঁচা তপত থাকেনে? যি হওক, যি নহওক তপত আমকে খোজো বুলি ছোৱালীজনীক ক'লে, "তপত আমকে দিয়া বাৰু এতিয়া, পিছত চেঁচা খাম।" মূলদেৱৰ উত্তৰ পাই ছোৱালীজনীয়ে আমকেইটামান পাৰি ধূলিত পৰাকৈ ওপৰৰপৰা দলিয়াই দিলে। মূলদেৱ আৰু লগৰীয়াবোৰে আমবোৰ বুটলি মুখেৰে ফুৱাই ফুৱাই ধূলিবোৰ গুচাই আম খাব খোজাত ছোৱালী আটাইজাকে গিৰ্জনি মাৰি হাঁহি ক'লে, "আম দিলো তপতকৈ, খালে চেঁচাকৈ, এইবাৰ বাৰু ফুৱাই খাব নলগা চেঁচা আমকে দিওঁ, লওক।" মূলদেৱে হাতপাতি আম ল'লে যদিও লাজতে তেওঁৰ মৰি যোৱা যেন লাগিল। এই লাজৰ প্ৰতিশোধ এদিন ল'মেই ল'ম বুলি মনতে প্ৰতিজ্ঞা কৰি লগৰীয়াবোৰক ক'লে, "এই আম পাৰি দিয়া ছোৱালীজনী য'ৰেই নহওক, যাৰেই নহওক, মই বিয়া কৰাম। মোৰ বুদ্ধিৰ খ্যাতি নহ'লে তেনেই যাব আৰু মান সন্মানো নহ'ব।" বন্ধুবোৰেও মূলদেৱৰ প্ৰতিজ্ঞাত উদগনি দিলে আৰু যি পাৰে সহায় কৰি দিবলৈ ওলাল। প্ৰথমেই তেওঁবিলাকে ছোৱালীজনীৰ ঘৰটো বিচাৰি উলিয়াবলৈ থিৰ কৰিলে। আৰু সেইমতেই ছদ্মবেশ ধৰি, আক-তাক সুধি সুধি ছোৱালীজনীৰ ঘৰ ওলালগৈ।

ছোৱালীজনীৰ দেউতাকৰ নাম হৈছে যজ্ঞস্বামী। কেইজনমান অচিনাকি মানুহক নিজৰ ঘৰৰ দুৱাৰমুখত দেখি যজ্ঞস্বামীয়ে ক'ৰপৰা আহিছে, কি সকামত আহিছে সকলো সুধিলত এওঁবিলাকে উত্তৰ দিলে যে তেওঁবিলাক মায়াপুৰীৰপৰা আহিছে আৰু এই দেশত শাস্ত্র অধ্যয়ন কৰাৰ কথা তেওঁবিলাকে ভাবিছে। যজ্ঞস্বামীয়ে মানুহকেইজনৰ বিদ্যাশক্তিৰ প্ৰতি থকা আগ্রহ দেখি অতি আনন্দিত হৈ তেওঁৰ ঘৰতে সুন্দৰকৈ থাকি শাস্ত্র-অধ্যয়ন কৰিবলৈ অনুৰোধ জনালে। যজ্ঞস্বামীয়ে অনুৰোধ জনোৱাত মূলদেৱে ভিতৰি ভাল পালে যদিও মুখেৰে সেই ভাব প্ৰকাশ নকৰি ক'লে যে যজ্ঞস্বামীয়ে যদি মূলদেৱে ভৱিষ্যতে কৰিব বিচৰা অনুৰোধ এটা ৰাখিম বুলি প্ৰতিশ্ৰুতি দিয়ে তেহে তেওঁবিলাক তাত থাকিবলৈ সন্মত হ'ব। যজ্ঞস্বামীয়ে আনন্দেৰে সন্মতি জনাই ক'লে, "আপোনাসকল গুণী মানুহ আহি মোৰ ঘৰত পদধূলা দিছে, এয়া মোৰ পৰম সৌভাগ্য। আপোনালোকক ভৱিষ্যতে যদি কিবা সহায় কৰিব পাৰো, আপোনালোকে বিচৰা কিবা দিব পাৰো সেয়া মোৰ পৰম আনন্দৰ কথা হ'ব।" যজ্ঞস্বামীৰ উত্তৰত এওঁবিলাকে পৰম সন্তোষ পালে আৰু নিজৰ ঘৰৰ দৰে যজ্ঞস্বামীৰ ঘৰতে থাকিবলৈ ল'লে।

এমাহ দুমাহকৈ চাৰি-পাঁচ মাহ পাৰ হোৱাৰ পিছত মূলদেৱে যজ্ঞস্বামীক জনালে যে তেওঁবিলাকৰ বিদায়ৰ সময় আহিল। বিদায়ৰ সময়ত খুজিম বুলি মূলদেৱে পূৰ্বতে কৈ থোৱা কথাটো যজ্ঞস্বামীয়ে মনত পেলাই দিয়াত মূলদেৱৰ বন্ধু এজনে লাহেকৈ ক'লে, "চাওক ডাঙৰীয়া, আমাৰ গুৰু মূলদেৱ বুলি হয়তো আপুনি নাজানে। গুৰুৰ হৈ ময়ে আপোনাক অনুৰোধ কৰিছো আপোনাৰ ছোৱালীটি যাতে গুৰুক অৰ্পণ কৰে। আমাৰ গুৰু অবিবাহিত আৰু আপোনাৰ কন্যাও আমাৰ গুৰুপত্নী হ'ব যোগ্য, আমাক আন বস্তু একো নালাগে।

যজ্ঞস্বামীয়ে মূলদেৱৰ আৰু বন্ধুসকলৰ সকলো উদ্দেশ্য বুজি পালে। অসন্তোষ কৰিবলৈ অৱশ্যে একো নাই। কাৰণ মূলদেৱ ৰূপে-গুণে জোঁৱাই হ'বৰ সম্পূৰ্ণ উপযুক্ত। আনন্দ মনেৰেই যজ্ঞস্বামীয়ে মূলদেৱৰ লগত নিজৰ কন্যাৰ উলহ-মালহকৈ বিয়া পাতি দিলে।

বিয়া হৈ যোৱাৰ কেইদিনমানৰ পিছত এদিন মূলদেৱে তেওঁৰ পত্নীক আগৰ কথা সোঁৱৰাই হাঁহি হাঁহি ক'লে, "চেঁচা আৰু তপত আমৰ কথা মনত আছে নে নাই পিছে?" "গাঁৱলীয়া মানুহে নগৰীয়া মানুহৰ ওচৰত ঠগ খোৱা কথানো পাহৰিব পাৰিনে?" তপৰাই পত্নীয়ে ক'লে।

"ঠিক আছে। নগৰীয়া মানুহ গাঁৱলীয়াৰ ওচৰত পৰাজয় হয় নে নহয় দেখুৱাম ৰ'বা। মই কাইলৈকে ইয়াৰপৰা যামগৈ। তেতিয়া কি কৰা চাম।" মূলদেৱে এইবুলি পত্নীক ভয় খুৱালত সেও নামানি পত্নীয়েও ক'লে, "তুমি চাই থাকিবা, তোমাৰ ল'ৰাৰ হতুৱায়ে তোমাক ধৰাই আনিম। তেতিয়া নহাকৈ থাকিব পাৰিবা নে নোৱাৰা ময়ো চাম।" কথা কটা-কটি কৰি ৰাতি

শুই থকাৰ পিছত মূলদেৱে নিজৰ হাতৰ আঙঠিটো মনে মনে পত্নীৰ আঙুলিত পিন্ধাই দি ৰাতিয়েই অতি সন্তৰ্পণে, কোনেও গম নোপোৱাকৈ ঘৰৰপৰা ওলাই গ'ল।

পিছদিনা পুৱা, মূলদেৱে নিজৰ কথা ৰাখি সঁচাকৈয়ে ঘৰৰপৰা ওলাই গ'ল বুলি জানি পত্নীয়েও নিজ প্ৰতিজ্ঞা ৰক্ষা কৰাৰ উপায় ভাবি চিন্তাত বুৰ গ'ল। নিজৰ স্বামীৰ সম্পূৰ্ণ পৰিচয়, আচল ঘৰৰ ঠিকনা আদি একো নজনাৰ কাৰণে তেওঁৰ নিজকে মাজ সাগৰত পৰা যেন লাগিল। বেজাৰ মনেৰে গালত হাত থৈ এইবোৰ কথাকে ভাবি থাকোতে হঠাতে আঙুলিৰ আঙঠিটোলৈ তেওঁৰ চকু গ'ল। আঙঠিটো দেখো স্বামীৰ আঙঠি! তাতে নাম এটাও লিখা আছেচোন! ভালকৈ চোৱাত দেখিলে আঙঠিটোত 'মূলদেৱ' বুলি লিখা আছে। পত্নীৰ মনত আশাৰ বিজুলী সঞ্চাৰ হ'ল। উজ্জয়িনীৰ বিখ্যাত মূলদেৱেই এই মূলদেৱ নিশ্চয় হ'ব। পণ্ডিত মূলদেৱক বিচাৰি উলিয়াবলৈয়ো টান নহ'ব। নিৰাশাৰ ডাৱৰৰ মাজতো আশাৰ জিলিঙনি পত্নীয়ে দেখা পালে। সকলো কথা পিতৃক কোৱাটোও উচিত বুলি ভাবি যজ্ঞস্বামীক গৈ তেওঁৰ কন্যাই আটাইবোৰ কথা বিৱৰি ক'লে। দুখত আৰু চিন্তাত জই পৰি যোৱা কন্যাক পিতৃ-মাতৃয়ে সান্ত্বনা দি নিজৰ লগতে ৰাখিলে।

এনেকৈয়ে কেইবামাহো পাৰ হ'ল। তাৰ পিছত পিতৃৰ ঘৰতে মূলদেৱৰ পত্নীৰ এটা ল'ৰা উপজিল। ল'ৰা এটি হোৱাত আটায়ে বৰ আনন্দ পালে। এবছৰ দুবছৰকৈ ল'ৰাটিৰ বাৰ বছৰ হ'ল। ল'ৰাটি দেখাই-শুনাই যেনে ধুনীয়া, সকলো বিষয়তে তেনেকৈ পাৰ্গতো। লগৰ ল'ৰাৰ লগত ল'ৰাটিয়ে এদিন খেলি থাকোতে কিবা কথা এটাত কাজিয়া লাগিল। খং উঠাত সমনীয়া ল'ৰা এটাক ল'ৰাটিয়ে মাৰিবলৈ খেদি গ'ল। সমনীয়া ল'ৰাটোৱে ইতিকিং কৰি ক'লে, "যি ল'ৰাই বাপেকৰ নাম নেজানে সি আকৌ আমাক মাৰিবলৈ আহে! তোৰ লগত আজিৰপৰা আমি নেখেলিলেহে পাৰিছোঁ! যা, যা, আমাৰ লগ ল'বলৈ তই নাহিবি।" ল'ৰাবোৰৰ ঠাট্টাৰে ভৰা কথা শুনি ল'ৰাটিয়ে বৰ বেজাৰ পালে আৰু খঙে-দুখে আহি মাকৰ আগত সকলো কথা কৈ দিলেহি। লগতে দেউতাকৰ পৰিচয়ো ল'ৰাটিয়ে মাকৰপৰা জানিব খুজিলে। ল'ৰাটিক এনেকৈ লগৰ ল'ৰাবোৰে তুচ্ছ জ্ঞান কৰাত মাকৰ অন্তৰতো আঘাত লাগিল। চকুপানী টুকি মাকে ক'লে, "বোপাই, তোমাৰ দেউতাৰা উজ্জীয়িনীৰ ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ এজন ডাঙৰ পণ্ডিত। তেওঁৰ নাম মূলদেৱ। তেওঁৰ লগত এদিন সৰু কথা এটাতে তৰ্ক-বিতৰ্ক হোৱাত তেওঁৰ মোৰ ওপৰত খং উঠিল আৰু সেই ৰাতিয়েই ঘৰ এৰিলে। তেওঁ যেতিয়া উজ্জিয়নীৰ মানুহ, তেওঁ কিজানি নিজৰ ঠাইলৈকে গ'লগৈ।" মাকৰ দুখৰ কথা শুনি ল'ৰাটিৰ আৰু বেজাৰ লাগিল। মাকক সান্ত্বনা দি ল'ৰাটিয়ে ক'লে, "আই, তুমি আৰু দুখ নকৰিবা। দেউতাক মই বিচাৰি উলিয়াই

তোমাৰ ওচৰলৈ লৈ আহিমেই। তুমি কোঁৱাচোন, তেওঁ দেখিবলৈ কেনেকুৱা?" মাকে দেউতাকৰ চেহেৰাৰ হুবহু বিৱৰণ ল'ৰাটিক দিলে। ল'ৰাটিয়েও পলম নকৰি দেউতাকক বিচাৰি যাবলৈ মাকৰপৰা অনুমতি ল'লে।

ল'ৰাটি গৈ গৈ উজ্জয়িনী পালেগৈ। উজ্জয়িনী নগৰত ঘূৰি ফুৰোতে এদিন বাটৰ কাষত মানুহৰ জুম এটা ল'ৰাটিয়ে দেখি ওচৰ চাপি গৈ জুপি চাই দেখিলে, মানুহ এজাকে জুৱা খেলি আছে। ভাগ্যৰ এনে জোৰ, সেই জুৱা খেলোৱাসকলৰ ভিতৰতে মূলদেৱো আছিল। মাকে কোৱা বৰ্ণনাৰ লগত হুবহু মিল দেখি ল'ৰাটি আগবাঢ়ি গ'ল আৰু মূলদেৱৰ লগত খেলিবলৈ বহিল। কি আচৰিত কথা! সৰু ল'ৰাটিৰ হাততে মূলদেৱ হাৰিবলৈ ধৰিলে আৰু লগৰ বাকী জুৱাৰীবোৰো পৰাস্ত হ'ল। ল'ৰাটিয়ে খেলত জিকি পোৱা অজস্ৰ টকা-কড়ি দুখীয়া মানুহবোৰৰ মাজত বিলাই সেই ঠাইৰপৰা আঁতৰি যোৱা দেখি আটাইবোৰে তবধ মানিলে। খেলাত সৰু ল'ৰা এটিৰ হাতত হাৰি মূলদেৱৰ সেইদিনা বৰ দুখ লাগিল। দুখে-ভাগৰে সেইদিনা আৰু ঘৰলৈ নগৈ দোকান এখনৰ বাৰাণ্ডাত থকা খাট এখনৰ ওপৰতে ৰাতিটো তেওঁ শুই থাকিল। ল'ৰাটিয়ে ৰাতি সেই ঠাইলৈ আহি মূলদেৱক তেনেকৈ বাৰাণ্ডাত শুই থকা দেখি লাহেকৈ খাটখনৰ ওপৰৰপৰা দাঙি মূলদেৱক মাটিতে কাপোৰ এখনৰ ওপৰত শুৱাই থৈ খাটখন লৈ গুচি গ'ল। পিছদিনা পুৱা মূলদেৱে সাৰ পাই দেখে যে মাটিতহে শুই আছে, খাটখন নাই। কোনে তেওঁক এনেকৈ শুৱালে, খাটখন কোনে নিলে এইবোৰকে ভাবি-চিন্তি তেওঁ বজাৰৰপিনে ওলাই গ'ল। বজাৰত ইফালে-সিফালে চাওঁতে চকুত পৰিল যে আগদিনা তেওঁক জুৱাত হৰুওৱা ল'ৰাটিয়ে খাটখন বেচিবলৈ লৈ আহিছে। ল'ৰাটিৰ কাষ চাপি খাটখনৰ দাম সোধাত ল'ৰাটিয়ে ক'লে, "খাটখন মই টকাত নেবেচো, ডাঙৰীয়া! আপুনি যদি খাটখন কিনিব খোজে, তেনে মোক নোহোৱা নোপোজা কাহিনী এটা কৈ শুনাব লাগিব। তেহে খাটখন আপুনি পাব।" মূলদেৱে ক'লে, "মই তোমাৰ কথাত সন্মত হৈছো। পিছে এটা চৰ্ততহে। তুমি মোৰ কথা শুনি তাৰ উত্তৰ যদি দিব পাৰা তেতিয়াহে মই ৰাজী, উত্তৰ দিব নোৱাৰিলে তুমি খাটখন মোক বিনামূল্যে দিব লাগিব।" ল'ৰাটিও মূলদেৱৰ কথাত সন্মত হ'ল। তেতিয়া মূলদেৱে এটা সাঁথৰৰ কাহিনী ক'লে, "এখন দেশত এবাৰ বৰ আকাল হৈছিল। খাবলৈ নেপাই মানুহবোৰৰ অৱস্থা পানীত হাঁহ নচৰা হৈছিল। দেশত যেন জুইহে জ্বলিছিল। ৰজাই উপাই নেপাই তেতিয়া সাপৰ ৰথৰ পানীৰে গাহৰিৰ প্ৰিয় বস্তুৰ পিঠিৰ ওপৰত শস্য উৎপাদন কৰি ৰাইজক আকালৰপৰা ৰক্ষা কৰিলে। কাহিনীটোৰ অৰ্থ তুমি এতিয়া মোক ভাঙি ক'ব লাগে।" মূলদেৱৰ সাঁথৰটো শুনি ল'ৰাটিৰ হাঁহিহে উঠিল। "এইটো দেখোন তেনেই সহজ সাঁথৰ। সাপৰ ৰথ মানে হ'ল মেঘ।

গাহৰিৰ প্ৰিয় বস্তু মানে হ'ল মাটি। অৰ্থাৎ বৰাহে মাটিৰ ওপৰত বৰষুণৰ পানীৰ সহায়ত শস্য কৰিলে। হয় নে নহয়? এইটোনো কি নোহোৱা-নোপোজা কথা।" ল'ৰাটিৰ কথা শুনি মূলদেৱে তললৈ মূৰ কৰিলে। এইবাৰ ল'ৰাটিয়ে ক'লে, "মই কওঁ বাৰু সাঁথৰ এটা— আপুনি উত্তৰ দিয়ক। যদি উত্তৰ দিব পাৰে খাটখন আপোনাৰ হ'ব, যদি নোৱাৰে তেনেহ'লে আপুনি মোৰ পিছে পিছে যাব লাগিব।" মূলদেৱ মান্তি হ'ল। ল'ৰাজনে সুধিলে,

"পুৰণি কালত ল'ৰা এটিয়ে
আচৰিত কাণ্ড কৰিছিল
এখন ভৰিৰে স্বৰ্গ জিনি
ইখনেৰে মৰ্ত্য ঢাকিছিল
কোন বাৰু তেওঁ কি বাৰু নাম
কওকচোন ডাঙৰীয়া
সাঁথৰ যদিহেভাঙিব নোৱাৰে
হওক মোৰ লগৰীয়া।

মলদেৱে সাঁথৰৰ উত্তৰ দিব নোৱাৰি সাঁথৰটোকে মিছা বুলি ক'লে। ল'ৰাটিয়ে তেতিয়া হাঁহি হাঁহি ক'লে, "ডাঙৰীয়া বোধকৰো বিষ্ণুৰ বামন অৱতাৰৰ কথা নেজানে। বামন অৱতাৰ ধৰোতে বিষ্ণুৱে এখন ভৰিৰে স্বৰ্গ, এখন ভৰিৰে মৰ্ত্য ঢাকি তৃতীয়খন ভৰি পাতালত থোৱা নাছিলজানো? বলিছলনৰ কথা আপুনি জানো নেজানে?"

মূলদেৱে এইবাৰো বৰ লাজ পালে আৰু পূৰ্বৰ বন্দবস্তমতে ল'ৰাটিৰ লগত যাবলগা হ'ল। মূলদেৱক পাটলিপুত্ৰলৈ লৈ গ'ল আৰু একেবাৰে নি ককাদেউতাক যজ্ঞস্বামীৰ ঘৰ পোৱালেগৈ। দেউতাকক বাহিৰতে বহুৱাই ল'ৰাটিয়ে দৌৰি গৈ মাকক সকলো খবৰ দিলেগৈ। মাকে ওলাই আহি মূলদেৱক দেখি হাঁহি মাৰি সুধিলে, "এতিয়া কেনে?" মূলদেৱে সকলো বুজি পালে, আৰু ইমান দিনৰ মূৰত পত্নী, শহুৰ-শাহু আৰু নিজপুত্ৰক পাই পৰম আনন্দিত হ'ল। শাহু-শহুৰেকে ভালকৈ মূলদেৱক খুৱাই-বুৱাই, কেইদিনমান ৰাখি, এইবাৰ পত্নী-পুত্ৰসহ উজ্জয়িনীলৈ পঠিয়াই দিলে।

এদল মূৰ্খৰ কথা

# মূৰ্খ আৰু চামৰাৰ বাকচ

এখন দেশত এজন সদাগৰ আছিল। সদাগৰজনে উট এটাৰ পিঠিত তেওঁৰ বেহা-বেপাৰৰ বস্তু বোজাই দি অ'ৰপৰা ত'লৈ গৈছিল। বিৰাট বিৰাট টালি-টোপোলাৰ হেঁচাত উটটোৱে কষ্ট পোৱা দেখি সদাগৰজনৰ বৰ বেয়া লাগিল। সেইদেখি আধাবাটতে উটটো ৰখাই তেওঁ লগুৱাকেইটাক ক'লে, "মই আৰু এটা উট বিচাৰিবলৈ যাওঁ, পালেই কিনি লৈ আহিম; তহঁত ইয়াতে থাক। উটটোক চকু দিবি। আৰু চাবি, বৰষুণ আহিলে বৰষুণৰ পানী যাতে চামৰাৰ বাকচকেইটাত নপৰে। বাকচকেইটাত কাপোৰ ভৰি আছে।" এই বুলি লগুৱাকেইটাক দিহা দি সিহঁতৰ তত্ত্বাৱধানত উটটো আৰু বয় বস্তুবোৰ এৰি সদাগৰজন আৰু এটা উট কিনিবৰ মনেৰে গ'লগৈ।

সদাগৰজন যোৱাৰ দুদিনমান পিছত বতৰটো সঁচাকৈয়ে এদিন ডাওৰীয়া হ'ল আৰু চাওঁতে চাওঁতেই বতাহ-বৰষুণ ওন্দোলাই আহিল। বৰষুণ দিবলৈ ধৰা দেখি লগুৱাকেইটাই চিয়ঁৰ-বাখৰ লগালে, ইটোৱে সিটোক ক'লে, "হেৰৌ, কি কৰ এতিয়া? হয়নে কি কৰ? গৰাকীয়ে কি কৈ গৈছিল? বৰষুণত চামৰাৰ বাকচ যাতে নিতিতে তাৰ ব্যৱস্থা কৰিবলৈ কৈছিল নহয়? কি কৰা যায়? এটা কাম আমি নকৰো কেলেই? বাকচৰ ভিতৰৰ কাপোৰখিনি উলিয়াই তাৰে বাকচবোৰৰ ওপৰৰ চামৰাবোৰ ঢাকি দিলেই হয় দেখোন অ! হয়, হয় এইটোৱেই ভাল উপায়।" এইবুলি লগুৱাকেইটাই বাকচকেইটা ভাঙি তাৰপৰা দামী দামী ধুনীয়া কাপোৰবোৰ উলিয়াই তাৰে বাকচৰ ওপৰৰ চামৰাবোৰ ঢাকি দি পৰম নিশ্চিন্ত হ'ল। সদাগৰে বেচিবলৈ অনা সকলো মূল্যবান কাপোৰ বৰষুণ আৰু বোকাত যে নষ্ট হ'ব এইকথা মূৰ্খ লগুৱাকেইটাৰ মগজে ভাবি নেপালে।

উট কিনি ঘূৰি আহি সদাগৰে মূৰে কপালে হাত দিলে। মূল্যবান অতখিনি কাপোৰ এনেকৈ নষ্ট হোৱাত খঙে-দুখে সদাগৰে লগুৱাকেইটালৈ চাই ক'লে, "গৰুহঁত তহঁতে কি কাৰণে বাকচ খুলি কাপোৰবোৰ উলিয়াই এনেকৈ বৰষুণত তিয়াই নষ্ট কৰিলি?" সিহঁতে ক'লে, "আমাৰ কি দোষ; যেনেকৈ আপুনি কৈ গৈছে তেনেকৈ কৰিছোঁ। বাকচৰ চামৰা বৰষুণত তিতিব নেলাগে বুলি কৈছিল দেখোন! সেই কাৰণেহে কাপোৰ মেৰিয়াই দিছিলো! এতিয়া আকৌ ওলোটাই আমাকহে খং কৰিছে!" "তহঁতৰ নিচিনা বুৰ্বক পৃথিৱীত আৰু নহওক বুজিছ? ভিতৰৰ কাপোৰখিনিৰ কাৰণেহে যে চামৰাৰ বাকচকেইটা বৰষুণত তিয়াবলৈ মানা কৰিছিলো সেই কথাটোও তহঁতৰ মূৰে ঢুকি নেপালে!" সদাগৰে এইদৰে গুজৰি-গুমৰি ঘৰলৈ উভতি গ'ল

আৰু মূৰ্খ লগুৱাকেইটাক ভালদৰে জৰিমনা কৰিলে।

মূৰ্খই কথা বুজোতে সদায় ওলোটা-ওভোতাকৈ বুজে; নিজৰ আৰু লগতে আনৰ অনিষ্ট কৰে আৰু এনেকৈয়ে অদ্ভুত উত্তৰ দি হাঁহিয়াতৰ পাত্ৰ হয়।

এতিয়া আন এজন মূৰ্খৰ কথা শুনা ঃ

## মূৰ্খ আৰু পিঠা

এখন দেশত এজন মানুহৰ বৰ ভোক লগাত আৰু ঘৰতো একো ৰন্ধা বস্তু নথকাত বজাৰলৈ গ'ল আৰু মুদ্ৰা এটা দি পিঠা আঠখন কিনিলে। ঘৰলৈ আহি তেওঁ এখন এখনকৈ ছখন পিঠা খোৱাতো ভোক নুগুচাত সপ্তম পিঠাখন খোৱাত তেওঁৰ ভোক গুচিল। মানুহজনে তেতিয়া নিজকে গালি পাৰিলে আৰু ওচৰচুবুৰীয়াকো চিয়ঁৰি ক'লে, "চোৱাঁচোন মই এনে ভুল কাম কৰিব পাওঁনে! সপ্তম পিঠাখন্ প্ৰথমতে খোৱা হ'লেইতো মোৰ ভোক গুচে! তাকে নকৰি মই এখন এখনকৈ সাতখন পিঠা খাব লাগেনে? সপ্তম পিঠাখন প্ৰথমেই খাই আগৰ ছখন পিঠা মই সাঁচি থ'ব লাগিছিল।" মানুহজনৰ কথা শুনি ওচৰচুবুৰীয়াই ফিচিঙা-ফিচিঙি কৰি মুখৰ কাপোৰ দি হাঁহিবলৈ ধৰিলে। ইজনে সিজনক ক'লে, "চোৱাঁচোন মূৰ্খটোৰ কথা! সাতোখন পিঠা খালতহে যে তাৰ ভোক গুচিল সেই সামান্য কথাটোকে সি বুজা নাই।"

নিজৰ অজ্ঞতা প্ৰকাশ কৰি মূৰ্খই সদায় আনক হাঁহিবলৈ সুযোগ দিয়ে।

## লগুৱা আৰু দুৱাৰ

এজন সদাগৰৰ এখন দোকান আছিল। এদিন দুপৰীয়া ঘৰলৈ ভাত খাবলৈ যাবৰ পৰত নতুনকৈ কামত সোমোৱা লগুৱা এটাক ক'লে, "দুৱাৰখন খোলা আছে, ভালকৈ চকু দি থাকিবি। মই ঘৰৰপৰা সাউতকৈ আহোঁ গৈ।" সদাগৰে এইবুলি কৈ ঘৰলৈ গ'ল। সেই সময়তে দোকানৰপৰা কিছু দূৰত বহুৱা এটাই চং দেখুৱাই আছিল। লগুৱাটোৱে ভাবিলে, দুৱাৰখনত চকু দিবলৈহে কৈছে, দুৱাৰখন পিঠিত বান্ধি লৈ গ'লেই হয়চোন। একে সময়তে দুৱাৰখন চাই থকাও হ'ব, বহুৱাটোৰ ভাও চোৱাও হ'ব। এইদৰে ভাবি লগুৱাটোৱে দোকানৰ দুৱাৰখন ভাঙি নিজৰ পিঠিত বান্ধি লৈ বহুৱাৰ ভাও চাবলৈ গ'ল। দোকানখন বয়-বস্তুৰে সৈতে অকলে পৰি থাকিল।

মূৰ্খ লগুৱাটোৰ পিঠিত দুৱাৰ বন্ধা কাণ্ড দেখি আটায়ে হাঁহিলে। সদাগৰেও ভালকৈ এজাউৰি দিলে। ভাগ্যে দোকানখনত একো চুৰি নহ'ল।

মূৰ্খবোৰে কথাবোৰ ওপৰে ওপৰে বুজে, ভালকৈ টলকি চাব নেজানে আৰু এনেকৈয়ে নিজেও লটি-ঘটি হয়, আনকো লটি-ঘটি কৰে।

## মূৰ্খৰ পুৰস্কাৰ

এসময়ত এখন দেশত এজন ধনী মানুহ আছিল। বৰ ধুনীয়াকৈ গান গাব জনা মানুহ এজনৰ গান শুনি তেওঁ এদিন বৰ আনন্দ পালে আৰু লগে লগে তেওঁৰ ধনভঁৰালীক মাতি আনি ক'লে, "এওঁ এজন বৰ ভাল গায়ক। তেওঁৰ গীতত মই মুগ্ধ হৈছো। তেওঁক দুহেজাৰ মুদ্ৰা পুৰস্কাৰৰূপে মোৰ ধন ভঁৰালৰপৰা দিয়াগৈ।" ধনভঁৰালীয়ে 'ভাল বাৰু' বুলি শলাগি ওলাই যোৱাত গায়কজনো পিছে পিছে গ'ল আৰু পুৰস্কাৰটি আনন্দমনেৰে বিচাৰিলে। ধনভঁৰালীয়ে গিৰিহঁতৰ স্বভাৱৰ কথা জানে আৰু সেই কাৰণেই "পুৰস্কাৰ দিব নোৱাৰো" বুলি গায়কজনক একে আষাৰেই কৈ বিদায় দিলে।

গায়কজনে আচৰিত হৈ পুনৰ ধনী মানুহজনৰ কাষ পালেহি আৰু ধনভঁৰালীয়ে পুৰস্কাৰ দিব নোখোজাৰ কথা কৈ দিলেহি। ধনী মানুহজনে কেটেৰাই ক'লে, "তুমিনো মোক কি দিছাহে? মই যে তোমাক পুৰস্কাৰ দিব লাগে! তুমি মোৰ কাণৰ কাষত গীত গাই, বীণা বজাই শুনাই খন্তেকৰ কাৰণেহে আনন্দ দিলা। ময়ো তেনেকৈ পুৰস্কাৰ দিম বুলি তোমাক শুনাই, তোমাক খন্তেকীয়া সন্তোষ দিলো।" মূৰ্খ মানুহজনৰ কথা শুনি গায়কজনৰ হাঁহিহে উঠিল। "মূৰ্খ মানুহে সংগীতৰ কি মূল্য দিব!" এই বুলি ভাবি পুৰস্কাৰৰ আশা ত্যাগ কৰি তেওঁ ঘৰলৈ গ'লগৈ।

এই কৃপণ মূৰ্খজনৰ কথা শুনিলে শিলেও নাহাঁহিবনে বাৰু?

## মূৰ্খ শিষ্য আৰু গুৰু

এজন গুৰুৰ দুজন ছাত্ৰ আছিল। ছাত্ৰ দুজন এনেকুৱা যে দুয়ো দুয়োকে চকু পাৰি দেখিব নোৱাৰে। ৰাতি হ'লে গুৰুৰ ভৰি দুয়োজন ছাত্ৰই ধুৱাই দিয়াৰ নিয়ম আছিল। ছাত্ৰ দুজনৰ মাজত দ্বন্দ্ব নেলাগিবৰ কাৰণে গুৰুৱে তেওঁৰ সোঁ ভৰি এজন ছাত্ৰই আৰু তেওঁৰ বাওঁ ভৰি আনজন ছাত্ৰই সদায় ধুৱাই দিয়া নিয়ম কৰি দিছিল। গুৰুৰ সোঁ ভৰি ধুৱাই দিয়া ছাত্ৰজন

কিবা কামত এদিন দূৰৰ গাঁৱলৈ যাব লগা হ'ল আৰু ৰাতিও তাতে থাকিব লগা হোৱাত গুৰুৱে ইজন ছাত্ৰ ক'লে, "মোৰ সোঁ ভৰিটো তুমিয়েই আজি ধুৱাই দিবা।" ছাত্ৰজনে ক'লে, "গুৰুদেৱ, সেইটো ভৰি মোৰ শত্ৰুৰ ভাগৰ ভৰি; মই নুধুৱাওঁ।" ছাত্ৰই গুৰুৰ কথা শুনিব লাগে বুলি গুৰুৱে পুনৰ আদেশ দিয়াত ছাত্ৰজনে ভৰি ধুৱাবলৈ ৰাজী হ'ল। পিছে ভৰি ধুৱাই থাকোতেই, ইটো ছাত্ৰৰ আখেজতে গুৰুৰ সোঁ ভৰিখন দুয়োহাতে ধৰি এনে জোৰেৰে চেপি দিলে যে গুৰুৰ ভৰি সোঁ মাজতে ভাগি থাকিল। যন্ত্ৰণাত গুৰুৱে চিয়ঁৰ মৰা শুনি বাকীবোৰ ছাত্ৰ লৰি আহি মূৰ্খ ছাত্ৰটোক ভালকৈ এপিটন দিলে। গুৰুৱে সকলো দোষ ক্ষমা কৰি ছাত্ৰজনক ৰক্ষা নকৰা হ'লে সেইদিনা সেইপিনে তেওঁৰ আধ্যাই পৰিলহেঁতেন।

পিছদিনা ইজন ছাত্ৰ গাঁৱৰপৰা ঘূৰি আহি সকলো শুনিলে। সোঁ মাজতে দুটুকুৰা হোৱা গুৰুৰ ভৰিখন দেখি ছাত্ৰজনে খঙত একোনাই হৈ মনতে ঠিক কৰিলে— "ৰ' আজি মই ইয়াৰ হোৰ তুলিম। সি মোৰ ভাগৰ ভৰি ভাঙিছে যেতিয়া ময়ো তাৰ ভাগৰ ভৰি ভাঙিহে এৰিম।" এইবুলি গুৰুৰ বাওঁ ভৰিখন দুয়োহাতে এনে টানকৈ ধৰি চেপা মাৰিলে যে এইখন ভৰিৰো হাড় ভাগি দুটুকুৰা হ'ল। গুৰুৱে বিষত তত নেপাই কন্দা শুনি আকৌ বাকীবোৰ ছাত্ৰ লৰি আহি এই ছাত্ৰকো ভালকৈ পিটন দিলে। গুৰুৱে মূৰ্খ ছাত্ৰ দুয়োটাকে ক্ষমা কৰি বিদায় দিলে।

ছাত্ৰৰ গুৰু শুশ্ৰূষাৰ এনে নোহোৱা নোপজা কাহিনী যেয়ে শুনিলে সেয়ে "এনে জধামূৰ্খও ক'ৰবাত থাকেনে?" বুলি বাগৰি বাগৰি হাঁহিলে। গুৰুৰ ভগা ভৰিৰ হাড় জোৰা লাগিল; কিন্তু মূৰ্খ ছাত্ৰৰ কথা কোনেও পাহৰিব নোৱাৰিলে। মূৰ্খৰ সংগ সদায় বিপদজনক।

## মূৰ্খৰ যাত্ৰা

এবাৰ এজন মূৰ্খই এখন গাঁৱৰপৰা আন এখন গাঁৱলৈ যাওঁতে বাট ভুল কৰিলে। কেনি যাব লাগে বাটটো ঠিক কৰিব নোৱাৰি অন্য এজন মানুহক সুধিলে, "ককাই, সেই গাঁওখনলৈ কোনপিনে যায়?" গাঁৱৰ মানুহজনে ক'লে, "সেই নদীখনৰ পাৰত থকা ডাঙৰ গছজোপাৰ আগত যিটো বাট আছে সেই বাটেদি গ'লেই পাবা।"

নদীৰ পাৰ পাই মূৰ্খজনে ভাবিলে, বাটটো গছৰ আগতহে আছে, এতিয়া গছজোপাত উঠি যোৱাহে কথা! এইবুলি তেওঁ গছত উঠি গৈ গৈ একেবাৰে গছৰ আগ পালেগৈ। মানুহজনৰ ভৰ সহিব নোৱাৰি গছৰ আগটো দোঁ খাই পৰিল আৰু মানুহজনে ডালে-পাতে ধৰি কথমপি ওলমি থাকিল।

এনেকৈ কিছুপৰ যোৱাৰ পিছত সেইফালেদি হাতীত উঠি হাতীৰ মাউট এজন যোৱা দেখিবলৈ পালে। হাতীমাউতক দেখি মূৰ্খ মানুহজনে কাতৰ কৰি মাতিলে, "ককাই ঔ, মোক বচোৱা। যেনেতেনে মোক গছৰ আগৰপৰা নমাই দিয়া।" হাতীমাউতৰ মানুহটোৰ অৱস্থা দেখি বেয়া লাগিল আৰু তেওঁক নমাই আনিবলৈ বুলি হাতীটোৰ ওপৰত উঠি থিয় হ'ল আৰু ওলমি থকা মানুহজনৰ ভৰি দুটাত দুয়ো হাতেৰে ধৰিলে। ইতিমধ্যেই হাতীটো আঁতৰি গ'ল। ফলত হাতীমাউতে মূৰ্খ মানুহজনৰ ভৰিত ধৰি আৰু মূৰ্খ মানুহজনে গছৰ ডালত ধৰি ওলমি থাকিল। এনেকুৱা এটা অৱস্থা হ'ল যে তেওঁবিলাকে কি কৰিব, কেনেকৈ মাটিলৈ নামি যাব তাৰ একো উপায় নোপোৱা হ'ল। ভাবি-চিন্তি মূৰ্খই হাতীমাউতক ক'লে, "ককাই, এটা কাম কৰা; তুমি যদি কিবা গীত পদ জানা, চিয়ঁৰি চিয়ঁৰি এটা গোৱা। তোমাৰ গীত শুনিলে গঞা ৰাইজ কাষ চাপি আহিব আৰু আমাক এই বিপদৰপৰা উদ্ধাৰ কৰিবহি। নহ'লে আমি সৰি পৰিম আৰু নৈৰ সোঁতে আমাক উটুৱাই নিব।" সেই কথা শুনি হাতীমাউতে গঞা ৰাইজে শুনাকৈ ডাঙৰকৈ এটি গীত গালে। গীতটো শুনি মূৰ্খমানুহজন ইমান মুগ্ধ হ'ল যে হাতীমাউতক তেতিয়াই শলাগিবৰ তেওঁৰ মন গ'ল আৰু উলাহতে "বাঃ বাঃ" বুলি দুয়োহাতেৰে চাপৰি বজাই দিলে। বজাওঁতে গছৰপৰা হাত এৰাই গ'ল আৰু হুৰুস্ কৰি দুয়োজন নৈত সৰি পৰি একেবাৰে পানীৰ তল পালেগৈ আৰু তাতে মৃত্যু হ'ল।

মূৰ্খই এনেকৈয়ে নিজৰ আৰু আনৰ বিপদ মাতি আনে।

## মূৰ্খ আৰু কপাহ

এসময়তে এজন মূৰ্খই কপাহৰ বেপাৰ কৰি ধন ঘটিম বুলি ভাবিলে। সেই ভাবি তেওঁ কপাহৰ খেতি কৰিলে আৰু কপাহ হ'লত সেইবিলাক বস্তাত ভৰাই হাটত বেচিবলৈ গ'ল। পিছে তেওঁৰ কপাহবোৰ ভালকৈ বাকলি আৰু গুটি নুগুচোৱা কাৰণে লেতেৰা কপাহ বুলি কোনেও কিনিব নুখুজিলে। মনৰ দুখত তেওঁ বাটেদি গৈ থাকোতে এজন সোণাৰিয়ে অপৰিষ্কাৰ সোণ জুইত গলাই পৰিষ্কাৰ কৰি থকা দেখিবলৈ পালে। তেওঁ ভাবিলে, "অ' এইটোৱেই উপায়! লেতেৰা বস্তু জুইত দিলেই পৰিষ্কাৰ হয়। মোৰ লেতেৰা কপাহবোৰ দেখোন এই বুদ্ধিৰেই চাফা কৰিব পাৰি।" এইবুলি বৰ লৰালৰিকৈ জুই একুৰা জ্বলাই তাত কপাহখিনি পেলাই দিলে। গোটেইবোৰ কপাহত ভম্ ভম্ কৰে জুই জ্বলিল আৰু নিমিষতে কপাহখিনি পুৰি ছাই হৈ গ'ল। মূৰ্খৰ কাণ্ড দেখি সকলোৱে হাঁহিলে।

নিজৰ সম্পত্তি বুদ্ধিহীনতাৰ কাৰণেই মূৰ্খই নষ্ট কৰে।

# মূৰ্খ আৰু হেৰাই পোৱা টকা

এবাৰ এজন সদাগৰ বাটেদি ঘোঁৰা চেকুৰাই যাওঁতে তেওঁৰ জেপৰপৰা ধনৰ মোনাটো কেনেবাকৈ সৰি পৰিল। মোনাটোত বহুত ধন আছিল। তেনেতে সেইফালেদি যোৱা এজন মূৰ্খই মোনাটো দেখি বুটলি ল'লে আৰু মেলি চাই দেখিলে, তাত বহুত ধন আছে। মূৰ্খজন আনন্দতে উৰুলিকৃত হ'ল আৰু মাজবাটতেই বহি ধনখিনি উলিয়াই লেখিবলৈ ধৰিলে। বহু দূৰ যোৱাৰ পিছত সদাগৰে গাম পালে যে তেওঁৰ ধনৰ মোনা বাটতে ক'ৰবাত পৰি আহিল। ততাতৈয়াকৈ সদাগৰে ঘোঁৰা চেকুৰাই যোৱা বাটেদিয়ে আকৌ ঘূৰিল আৰু বাটে বাটে ধনৰ মোনাটো বিচাৰি আহি মূৰ্খ মানুহজনক ধন লেখি থকা দেখিবলৈ পালে। মোনাটো দেখিয়েই সদাগৰে চিনি পালে আৰু ধনখিনি তেওঁৰপৰা কাঢ়ি লৈ গুচি গ'ল।

সেইকাৰণে এষাৰ কথা আছে বোলে, মূৰ্খই যেতিয়াই পায় তেতিয়াই হেৰুৱায়। মূৰ্খ মানুহজনে ধনখিনি পাই ৰজাক দিবলৈ লাগিছিল। নতুবা সদাগৰজনে তেওঁৰ টকা বুলি কোৱাৰ লগে লগে মূৰ্খজনে বিনীতভাৱে দিব লাগিছিল। তেতিয়া তেওঁৰ সম্মান ৰ'লহেঁতেন, সদাগৰজনেও হেৰোৱা টকা পাই আনন্দেৰে মূৰ্খজনক পুৰস্কাৰ দিলেহেঁতেন। মূৰ্খজনৰ দুয়োকুল গ'ল।

# মূৰ্খ ৰজা আৰু ঠগ

এখন দেশত এজন ৰজাৰ এজনী বৰ ধুনীয়া ছোৱালী উপজিল। ৰজাই ছোৱালীজনী বৰ সোনকালে ডাঙৰ হোৱাটো বিচাৰিলে আৰু ৰাজ্যৰ বেজ, কবিৰাজ আদিক মাতি আনি ক'লে, "মোৰ ছোৱালীজনী সোনকালে ডাঙৰ হ'ব লাগে। তোমালোক যেয়ে ঔষধ-পাতি দি ডাঙৰ কৰিব পাৰিবা তেওঁক বহুত পুৰস্কাৰ দিম।" আটায়ে আচৰিত হৈ সুধিলে, "মহাৰাজ, আপুনিনো ছোৱালীটি ইমান সোনকালে ডাঙৰ হোৱাটো কিয় বিচাৰিছে?" ৰজাই ক'লে, "ছোৱালীজনী গাভৰু হ'লেহে মই বিয়া দিব পাৰিম! জোঁৱাই এজন সোনকালে পাবৰ মোৰ বৰ মন গৈছে।" ভুকুতেনো বাৰু ক'ৰবাত কল পকেনে? কল পকিবলৈ সময় লাগে। ঔষধ দিনো ছোৱালী এজনী দুদিনতে গাভৰু কৰিব পাৰিনে? ৰজাৰ মূৰ্খালি দেখি শুনি ৰাজ্যৰ বেজ, কবিৰাজসকলে চকুৰ ঠাৰতে এটা বুদ্ধি সাজি ক'লে, "ভাল মহাৰাজ, আমি ইয়াৰ ব্যৱস্থা কৰিম। মানুহ দুদিনতে ডাঙৰ কৰা ঔষধ ইয়াত পোৱা নেযায়। দূৰ বিদেশৰপৰা এইটো আনিব লাগিব। ঔষধ আহি নোপোৱা পৰ্যন্ত আপোনাৰ ছোৱালীটিক আমি আপুনি নেদেখাকৈ লুকুৱাই থ'ম।

ঔষধ খুউৱাৰ আগতে এনেকৈ থোৱাটো নিয়ম।” ৰজা মান্তি হ’ল, আৰু সেই বেজ, কবিৰাজসকলে ঔষধ আনিবলৈ মানুহ পঠিয়াইছো বুলি ছোৱালীটিক ৰজাৰপৰা সম্পূর্ণ আঁৰত ৰখাৰ দিহা কৰিলে। এদিন দুদিনকৈ, এমাহ দুমাহকৈ বছৰ পাৰ হ’ল আৰু এইদৰে এবছৰ দুবছৰকৈ যোল বছৰ গ’ল। ছোৱালীটি ইতিমধ্যে বিয়া দিব পৰাকৈ ডাঙৰ হ’ল। তেতিয়া বেজ, কবিৰাজসকলে ছোৱালীটিক আনি ৰজাৰ আগত থিয় কৰালে আৰু দূৰণি দেশৰপৰা অনা মূল্যবান ঔষধেহে এনে আচৰিত কাম সমাধা কৰিলে বুলি ৰজাক বুজাই দিলে। ৰজা পৰম আনন্দিত হ’ল আৰু বেজ, কবিৰাজসকলক ৰাজভঁড়ালৰ পৰা ধন-সোণৰ চৰু ভাৰে ভাৰে দিলে।

মূৰ্খৰ ৰাজ্যত ঠগ-প্ৰবঞ্চকবোৰ এনেকৈয়ে টিঘিল-ঘিলাই, সকলোৰে চকুত ধূলি মাৰি মহা আনন্দেৰে কাল কটায়।

## এদল মূৰ্খ আৰু শিৱৰ কপিলা

এসময়ত এখন দেশত এদল মূৰ্খই বাস কৰিছিল। তাৰে এজন আছিল সকলোতকৈ বেছি মূৰ্খ। এদিন সেই মহামূৰ্খজনে ক’ৰবাত শুনিলে বোলে, যদি কোনোবাই এটা পুখুৰী খান্দে তেওঁক স্বৰ্গত, সিজন্মত বৰ ডাঙৰ পুৰস্কাৰ দিয়ে। সেই কথা শুনি তেৰোঁ এটা বৰ ডাঙৰ পুখুৰী খান্দিলে। পুখুৰীটো তেওঁৰ ঘৰৰ কাষতে। এদিন তেওঁ পুখুৰীটো চাবলৈ গৈ দেখিলে পুখুৰী পাৰৰ বোকাত কোনোবা জন্তুৰ খোজ। তেওঁ আচৰিত হ’ল আৰু পিছদিনাও তেওঁ চাবলৈ গ’ল। পিছদিনা পুখুৰীটোৰ এটা পাৰৰ মাটি খহি থকা তেওঁ দেখা পালে। তেওঁ আৰু আচৰিত হ’ল আৰু সেই ৰাতি উজাগৰে থাকি কোন জন্তুৱেনো পুখুৰীটোৰ পাৰ খহাইছে চাবলৈ ঠিক কৰিলে। সেইমতেই পুৱাৰেপৰা ৰাতিলৈ তেওঁ পুখুৰীটো পহৰা দি দি তেওঁ শেষত দেখিবলৈ পালে আকাশৰপৰা নামি অহা এটা ষাড়, নিশ্চয় ই মহাদেৱৰ কপিলা হ’ব। ইয়াৰ নেজতে ওলমি মইচোন স্বৰ্গলৈ যাব পাৰো। মোৰ পৰম গৌভাগ্যৰ গুণেহে এনে কপিলাৰ দৰ্শন পাইছো।” এই ভাবি ষাড়টোৰ কাষলৈ লাহে লাহে গৈ তাৰ নেজত দুয়োহাতে খামুচি ধৰিলে। ষাড়েও যিমান পাৰে বেগাই মূৰ্খ মানুহজনক লৈ আকাশলৈ উৰা মাৰিলে আৰু নিমিষতে গৈ কৈলাস পালেগৈ। কৈলাস মহাদেৱৰ স্থান, স্বৰ্গ। স্বৰ্গত সৰগীয় সুখ-শান্তিত থাকি অমৃত দিয়া আহাৰ খাই কিছুদিন যোৱাৰ পিছত মূৰ্খ মানুহজনৰ আকৌ পৃথিৱীলৈ আহিবলৈ মন গ’ল। কাৰণ এই সুখৰ বাতৰি লগৰীয়াবোৰক দিবলৈ তেওঁ ব্যাকুল হৈ পৰিছিল। তেওঁ ভাবিলে, কপিলা যেতিয়া পৃথিৱীলৈ সদায় নামি গৈ আকৌ সৰগলৈ প্ৰতিদিনে উভতি আহে, ময়ো

কপিলাৰ নেজতে ধৰি নাম যাম, বন্ধু-বান্ধৱক মোৰ এই পৰম সুখৰ বাতৰি দিম, আকৌ কপিলাৰ নেজতে ওলমি উভতি আহিম। যেনে চিন্তা তেনে কাম, কপিলা পৃথিৱীলৈ নামি অহাৰ পৰত কপিলাৰ নেজত ওলমি মূৰ্খ মানুহজন এদিন পৃথিৱী পালেহি।

ইমান দিনৰ মূৰত হেৰোৱা বন্ধুক পাই বাকীবোৰ মূৰ্খৰ হিয়াত আনন্দই নধৰা হ'ল। সাবটি ধৰি ইমান দিনে তেওঁ ক'ত আছিল, কি কৰিছিল, কি খাইছিল সুধি তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। তেওঁ মানুহবোৰৰ আগত কৈলাসৰ মনোৰম বিৱৰণ দিলে আৰু তাত গৈ স্বৰ্গ-সুখত থকাৰ কথা ক'লে। তেওঁৰ কথা শুনি আটাইবোৰ মূৰ্খই একেলগে তেওঁক কাকুতি কৰিবলৈ ধৰিলে, "হেৰা আমাকো লৈ যোৱা। দহোকুৰি। আমাক এৰি থৈ নেযাবা। আমি ইয়াত খাইছোনো কি, পিন্ধিছোনো কি! স্বৰ্গত গৈ যদি পদুমৰ পাহিৰদৰে শয্যাত শুবলৈ পোৱা যায়, পানীৰ সলনি যদি অমৃতৰ নৈত মুখ দি থাকিবলৈ পোৱা যায়, সোণ-ৰূপ-মণি-মুক্তা খটোৱা ৰাজকাৰেঙত যদি থাকিবলৈ পোৱা যায়, অনবৰত চন্দন গছৰ বতাহে যদি গাত জুৰ দি থাকে, মিঠা মিঠা ফল-মূল, মিঠাই, পৰমান্নই যদি মোক খা-মোক খা কৰি থাকে, হেৰা, আমিও যাওঁ বুইছানে, শুনিয়ে জিভাৰ পানী টপ্ টপ্কৈ পৰিছে। আমাক যেনেতেনে লৈ যোৱা, আমিও যাওঁগৈ, আমিও স্বৰ্গত থাকোঁগৈ!" বন্ধুবৰ্গৰ মিনতিত মূৰ্খ মানুহজনে মান্তি হ'ল আৰু আটাইকে সেই ৰাতি স্বৰ্গলৈ যাবলৈ ওলাই থাকিবলৈ ক'লে। আটাইবোৰ গৈ ৰাতি পুখুৰীটোৰ পাৰত গোট খালে। মূৰ্খ মানুহদলৰ গুৰিয়ালজনে কপিলাৰ নেজত আগৰদৰেই খামুচি ধৰিলে। বাকীবোৰেও ইজনৰ কঁকালত সিজনে ধৰি শাৰী পাতিলে আৰু শাৰীটোৰ প্ৰথমজনে মূল মানুহজনৰ কঁকালত ধৰিলে। কপিলাই আকাশলৈ বুলি উৰা মৰাৰ লগে লগে গোটেই মানুহৰ দলটো উৰিবলৈ ধৰিলে আৰু আনন্দত স্বৰ্গ পামগৈ বুলি উত্ৰাৱল হ'ল। স্বৰ্গতনো মিঠাইবোৰ কিমান ডাঙৰ এই কথা শুনিবলৈ মূৰ্খৰ দলটোৰ কৌতূহল আৰু গুৰিয়ালজনক কুতুৰি কুতুৰি সুধিবলৈ ধৰিলে। মনৰ আনন্দৰ কোবত আচল কথা পাহৰি মহামূৰ্খ মানুহজনে স্বৰ্গৰ মিঠাইবোৰ ডাঙৰ পদুমফুলৰ সমান বুলি দেখুৱাবলৈ গৈ হাত দুখন মেলি দেখুৱাওঁতেই কপিলাৰ নেজৰপৰা হাত এৰাই পৰিলত গোটেইবোৰ ঠল্ ঠল্ কৰি মাটিত পৰিলহি আৰু হাড়-মূৰ ভাঙি মৰি থাকিল। কপিলা অকলে গৈ কৈলাস পালেগৈ।

মূৰ্খবোৰে সময় নুবুজি প্ৰশ্ন সুধি আৰু আগ-পিছ নাভাবি উত্তৰ দি এইদৰে ভয়ংকৰ বিপদৰ সৃষ্টি কৰে।

# বেতাল পঞ্চবিংশতিৰ গুৰি কথা

গোদাবৰী নদীৰ পাৰত 'প্ৰতিষ্ঠান' নামে এখন ঠাই আছিল। সেই ঠাইত বিক্ৰমসেন ৰজাৰ পুত্ৰ ত্ৰিবিক্ৰমসেনে প্ৰবল প্ৰতাপেৰে এসময়ত ৰাজত্ব কৰিছিল। পৰাক্ৰমত তেওঁ আছিল স্বৰ্গৰ ৰজা ইন্দ্ৰৰ নিচিনা। প্ৰতিদিনে তেওঁক ৰাজদৰবাৰত দৰ্শন কৰিবলৈ অহা ক্ষান্তিশীল নামৰ এজন সন্ন্যাসীয়ে দিনে এটাকৈ এক বিশেষ ধৰণৰ ফল ৰজাক উপহাৰ দিছিল। ৰজাই সন্ন্যাসীৰ হাতৰপৰা সেই ফল গ্ৰহণ কৰি ৰাজভঁড়ালত থ'বৰ কাৰণে অৰ্পণ কৰিছিল এজন ৰাজবিষয়াৰ হাতত। এনেকৈয়ে দহ বছৰ যোৱাৰ পিছত এদিনাখন ৰজাই সন্ন্যাসীজন যোৱাৰ পিছত সেই ফলটো ৰাজসভালৈ কেনেবাকৈ অহা পোহনীয়া বান্দৰ এটাক খাবলৈ দিলে। বান্দৰটোৱে ফলটো খাবলৈ লওঁতেই মুখৰপৰা সৰি পৰিল আৰু মাটিত পৰি ফলটো ফাটি গ'ল। কি আচৰিত! ফলটোৰ ভিতৰত দেখোন এটুকুৰা বহুমূলীয়া ৰত্ন। ৰজাই লৰালৰিকৈ ৰাজভঁড়ালীক ইমানদিনে থ'বলৈ দি অহা ফলবোৰ কি হ'ল তাৰ বিচাৰ ল'লে। ৰাজভঁড়ালীৰ মুখ ভয়তে শুকাই গ'ল। ভয়ত শেঁতাপৰা মুখেৰে ৰজাক ক'লে, "মহাৰাজ, মই সেই ফলবিলাকৰ বিষয়ে বিশেষ নেজানো। আপুনি থ'বলৈ দিওঁতে মই সেইবোৰ খিৰিকিৰে ৰাজভঁড়ালত পৰাকৈ কেৱল দলিয়াইহে থৈছিলো। আপুনি অনুমতি দিলে মই এতিয়াই চাবগৈ পাৰো। ৰজাই ততালিকে গৈ চাবলৈ ক'লে। সেইমতে ৰাজভঁড়ালীয়ে দুৱাৰ খুলি চালেগৈ। লগে লগে আশ্চৰ্য আৰু আনন্দত তেওঁৰ চকু বিস্ফোৰিত হ'ল। লৰি আহি তেওঁ ৰজাক ক'লেহি, "মহাৰাজ, ৰাজভঁড়ালত আটাইবোৰ ফল পকি জহি তাৰ ভিতৰৰপৰা মণি-মুক্তা-ৰত্ন ওলাই ডাঙৰ এটা দ'ম হৈছে আৰু গোটেইটো ৰাজভঁড়াল জিক্‌মিকাই আছে, যেন কোটি সূৰ্যহে একেলগে ওলাইছে।

ৰজা আনন্দিত হ'ল। মণি-মুক্তা-ৰত্নবোৰ তেওঁ ৰাজভঁড়ালীকে ল'বলৈ ক'লে। পিছদিনা মহাৰাজক দৰ্শন কৰিবলৈ আকৌ যেতিয়া সন্ন্যাসীজন আহিল ৰজাই তেওঁক আথেবেথে বহুৱাই বিনয়েৰে সুধিলে, "বাবা, আপুনি মোৰ ওচৰলৈ সদায় ইমান মূল্যবান সম্পদ কিয় আনে? আপুনি এই কথাটোৰ সঁচা উত্তৰ নিদিলে মই আপোনাৰ উপহাৰ আজি গ্ৰহণ নকৰো।" ৰজাৰ কথা শুনি সন্ন্যাসীয়ে ৰজাক গোপনে ক'লে, "মই এভাগ বিশেষ পূজা কৰিবৰ কাৰণে এজন বৰ সাহসী বীৰৰ সহায় বিচাৰি আছো। সেই সাহসী বীৰজন আপুনি হোৱাটোকে কামনা কৰি মই আপোনালৈ এই উপহাৰ অতদিনে লৈ আহিছো। আপুনি মোৰ সাধনা সিদ্ধিত সহায় কৰক।"

ৰজা সন্মত হ'ল আৰু কেতিয়া, কেনেকৈ, ক'ত সহায় কৰিব লাগিব সন্ন্যাসীক সুধিলে। সন্ন্যাসীজনে সন্তুষ্ট হৈ ৰজাক ক'লে, "অহা কৃষ্ণ চতুৰ্দশীৰ নিশা মই মহাশ্মশানত আপোনালৈ অপেক্ষা কৰিম। মই বৰগছজোপাৰ তলতে থাকিম। আপুনি আহিব।" ৰজাই "ভাল বাৰু" বুলি কথা দিলে।

কৃষ্ণ চতুৰ্দশীৰ নিশা পালেহি। ৰজাৰ প্ৰতিজ্ঞা মনত পৰিল। সন্ধ্যা হোৱাৰ লগে লগে এখন ক'লা কাপোৰেৰে গোটেই গা-মূৰ ঢাকি, হাতত তৰোৱাল এখন লৈ ৰজাই কোনেও নেদেখাকৈ মহাশ্মশানৰ পিনে আগবাঢ়ি গ'ল। ভয়ংকৰ অন্ধকাৰ ৰাতি। শ্মশানখনৰ ইফালে-সিফালে মৰা মানুহ খৰি দিয়া জুই ক'ৰবাত দপ্ দপ্ কৰে জ্বলিছে, ক'ৰবাত নুমাইছে। মানুহ পোৰাৰ অকটা গোন্ধে আকাশ-বতাহ বীভৎস কৰি তুলিছে। যেনে তেনি পৰি থকা মৰা মানুহৰ জকা, লাওখোলা আৰু হাড়ে, শিয়ালৰ বিকট মাতে ঠাইখনকে জয়াল কৰি তুলিছে। ভয়াবহ আকৃতিৰ ভূত-প্ৰেত বেতালবোৰে উলংগ হৈ সেই শ্মশানত কিৰীলি পাৰি এনেকৈ নাচি ফুৰিছে যে দেখা দূৰৰে কথা শুনিলেই গাৰ নোম শিয়ঁৰি উঠে। সেই বিভীষিকাময় শ্মশানৰ মাজত বিচাৰি বিচাৰি ৰজাই এজোপা বিৰাট বৰগছৰ তলত সন্ন্যাসীজনক পালেগৈ আৰু আগবাঢ়ি গৈ ক'লে, "মই পালোহি, এতিয়া মোক কি কৰিবলৈ কয় কওক।"

সন্ন্যাসীজনে ৰজাক দেখি সন্তোষ পালে। তেওঁ ৰজাক ক'বলৈ ধৰিলে, "মহাৰাজ, মোক যদি সঁচাকৈয়ে অনুগ্ৰহ কৰিব খুজিছে তেনেহ'লে মই কোৱামতে এটা কাম কৰক। আপুনি ইয়াৰপৰা দক্ষিণলৈ কিছু দূৰ যাব লাগিব। তাত এজোপা অশোক গছ পাবগৈ। সেই অশোক গছজোপাতে এটা মৰা মানুহ ওলমি থকা দেখিব। আপুনি মোক সেই মৰা মানুহটো আনি দিব লাগে। এইটো কাম কৰিলেই মোক বৰ সহায় 'কৰা হ'ব।"

ৰজাই নিজৰ প্ৰতিজ্ঞা পাহৰা নাছিল। তেওঁ অসীম সাহসীও আছিল। কথাখিনি সন্ন্যাসীৰপৰা শুনি লৈ তেওঁ সেইমতে কাম কৰিবলৈ দক্ষিণফালে আগবাঢ়ি গ'ল। ইফালে-সিফালে জ্বলি থকা চিতা জুইৰ পোহৰত ৰজাই সেই দুৰ্যোৰ অন্ধকাৰ ৰাতি গৈ গৈ অশোক গছজোপা দেখিলেগৈ। জুইত পোৰা মৰা মানুহৰ মাংসৰ দুৰ্গন্ধৰ মাজত গছজোপা অকলে যেন ভূতৰদৰে থিয় হৈ আছে। সেই গছত মৰা মানুহটো এনেকৈ ওলমি আছিল যেন দৈত্য এটাৰ কান্ধতহে ওলমি আছে। সকলো সংকোচ ত্যাগ কৰি ৰজাই অশোক গছৰ ওপৰলৈ উঠি গৈ মানুহটোৰে ছিপজৰি লোৱা ৰচিডাল কাটি দিলে আৰু লগে লগে মানুহটো সৰি পৰিল। মাটিত পৰাৰ লগে লগে মৰা মানুহটোৱে এনেকৈ কেঁকাই উঠিল যেন মাটিত পৰাত বৰ দুখহে পালে। ৰজাই মানুহটো জীয়াই আছে বুলি ভাবি লৰালৰিকৈ গছৰপৰা নামি আহি মানুহজনৰ গাটো

মোহাৰি দিবলৈ ধৰিলে। দয়ালু ৰজাৰ মৰম দেখি মৰাশটোৱে অট্টহাস্য কৰিবলৈ ধৰিলে। মৰাশটোত মায়াবী বেতাল প্ৰৱেশ কৰিছে বুলি ৰজাই কথাটো ধৰিব পাৰিলে। "কিহৰ কাৰণে হাঁহিছা? ব'লা ইয়াৰপৰা যাওঁ।" এইবুলি ৰজাই কঠিনকৈ কোৱাৰ লগে লগেই মৰাশটো মাটিৰপৰা নাইকিয়া হ'ল আৰু পুনৰ অশোক গছৰ ডালত ওলমি থাকিলগৈ। বীৰৰ সাহসে পৰাজয় নামানে। ৰজাই অনতিবিলম্বে অশোক গছৰ ডালত আকৌ উঠি বেতাল লম্ভা মৰাশটো নমাই এইবাৰ নিজৰ কান্ধত তুলি ল'লে আৰু মনে মনে যাবলৈ ধৰিলে। কান্ধত উঠি গৈ থকা বেতালে ৰজাক এইবাৰ মাত লগালে, "মহাৰাজ, বাটটো চুটি হওক, মই সাধুকে এটা কওঁ শুনক।" এই বুলি বেতালে ৰজাক পঁচিশটা সাধু একাদিক্ৰমে ক'বলৈ ধৰিলে।

# মন্দাৰৱতী

এসময়ত যমুনা নদীৰ পাৰত ব্ৰহ্মস্থল নামে ব্ৰাহ্মণসকলৰ এখন থকা ঠাই আছিল। তাতে অগ্নিস্বামী নামৰ এজন বেদশাস্ত্ৰত পাৰ্গত ব্ৰাহ্মণ বাস কৰিছিল। তেওঁৰ মন্দাৰৱতী নামৰ এগৰাকী বৰ ধুনীয়া কন্যা আছিল। সাইলাখ অপেচৰী যেন ছোৱালীটি লাহে লাহে ডাঙৰ হৈ আহিল আৰু বিয়া দিয়াৰ বয়স হ'ল। দীপলিপ ছোৱালীটিৰ ৰূপ-গুণৰ প্ৰশংসা শুনি কন্যাকুঞ্জৰ তিনিজন ব্ৰাহ্মণে তেওঁক বিয়া কৰিবৰ মন কৰি অগ্নিস্বামীৰ ওচৰত বিবাহৰ প্ৰস্তাৱ দিলে। লগতে প্ৰতিজনে জনালে যে তেওঁক বঞ্চিত কৰি আনক যদি কন্যা দান কৰে তেনেহ'লে তেওঁ মৃত্যু বৰণ কৰিব। কথা শুনি অগ্নিস্বামী বিমৰ্ষ হ'ল আৰু কোনোজনকে ছোৱালীটি বিয়া দিয়া উচিত নহ'ব বুলি ভাবিলে। কাৰণ এজনৰ বিবাহ আনজনৰ মৃত্যুৰ কাৰণ হ'ব। ফলত মন্দাৰৱতী অবিবাহিতা হৈয়ে থাকিবলগা হ'ল। তিনিওজন ব্ৰাহ্মণেও বিয়া-বাৰু নকৰাই ব্ৰহ্মস্থলতে নিগাজিকৈ থাকিবলৈ ল'লে।

কিন্তু ভাগ্য মন্দ। এদিন হঠাতে মন্দাৰৱতীৰ তীৱকঁপে জ্বৰ উঠিল আৰু সেই জ্বৰতেই তেওঁ ইহলীলা ত্যাগ কৰিলে। ব্ৰাহ্মণকেইজনৰ শোকতে হিয়া ভাগিল। হিয়াধুনী কান্দি-কাটি তেওঁবিলাক তিনিওজনে মৃতা ছোৱালীটিকে সজাই-পৰাই শ্মশানলৈ নি তাতে চিতা জ্বলাই দাহ কৰিলে। তিনি ব্ৰাহ্মণৰ এজনে মৃতকৰ ছাইখিনিকে গোটাই তাতে নিজৰ শয্যাৰূপে লৈ শ্মশানতে খেৰৰ-বাঁহৰ সামান্য পঁজা এটা সাজি তাতে খুজি-মাগি খাই থাকিবলৈ ল'লে। এজনে ছোৱালীটিৰ অস্থি গংগাত লগাবলৈ বুলি যাত্ৰা কৰিলে। তৃতীয়জনে শোকতে বলিয়াৰ দৰে হৈ আজি অ'ত কালি ত'ত কৰি ঘূৰি ফুৰিবলৈ ধৰিলে।

এনেকৈ ঘূৰোতে ঘূৰোতে তৃতীয় ব্ৰাহ্মণজন গৈ ব্ৰহ্মলোক নামে এখন বেলেগ দেশত ওলালগৈ আৰু তাতে এজন ব্ৰাহ্মণৰ ঘৰত তেওঁ আলহী হ'ল। ব্ৰাহ্মণজনে অতিথিক আথে-বেথে বহিবলৈ দি কিছু সময়ৰ মূৰত ভাত খাবলৈ বুলি ভিতৰলৈ মাতিলে। এনেতে গৃহস্থৰ সৰু ল'ৰাটোৱে বৰ আমনি কৰাত আৰু কোনোপধ্যেই তাৰ জেউৰ নমৰাত, গিৰিহঁতনীৰ বৰ খং উঠিল আৰু ল'ৰাটোৰ হাতত ধৰি চোঁচোৰাই নি জুহালত দপ্ দপ্ কৰে জ্বলি থকা জুইত তাক গতা মাৰি পেলাই দিলে। অকণমানি ল'ৰাটিৰ কুমলীয়া গা মুহূৰ্ততে ছাই হৈ গ'ল। কাণ্ড দেখি অতিথিৰ গাৰ নোম ডাল ডাল হ'ল। "হে হৰি! কি ভয়ংকৰ কাণ্ড! মই গৈ থৈ ব্ৰহ্মদৈত্যৰ ঘৰতহে আহি সোমালো! মই এই দৈত্যৰ ঘৰত ভাত খোৱাটোও পাপ। মই এতিয়াই এই ঘৰৰপৰা ওলাব লাগিব।" এই বুলি অতিথি ব্ৰাহ্মণ যাবলৈ ওলোৱাত গৃহস্থই দেখিলে কথা বিষম। অতিথিজনে নোখোৱা-নোবোৱাকৈ গুচি গ'ল মহাপাপ লাগিব হেন জানি সঁচা কথাটো কৈ দিয়াই ভাল বুলি গৃহস্থই অতিথিক কাবৌ কৰি ক'লে, "আপুনি ডাঙৰীয়া এনেকৈ মুখত অন্ন নিদিয়াকৈ উপবাসে গুচি নাযাব। আলহী-অতিথি এনেকৈ গুচি গ'লে মোৰ ওপৰত লক্ষ্মীৰ শাও পৰিব। মোৰ ল'ৰাটি মৰা নাই। তাক মোৰ মন্ত্ৰৰ বলেৰে এতিয়াই জীয়াই তুলিম—আপুনি চাই থাকক।" কথাখিনি কৈ অতিথিৰ আগতে তেওঁ ধূলি এমুঠি হাতত লৈ পুথি এখনৰপৰা মন্ত্ৰ পঢ়ি সেই মন্ত্ৰপুত ধূলিখিনি জুহালৰ ছাইখিনিলৈ মাৰি পঠিয়ালে। চকুৰ পচাৰতে ল'ৰাটি জী উঠিল আৰু আগৰ দৰে হ'ল। মন্ত্ৰপুথিখন ওপৰৰ চাঙত তুলি থৈ গৃহস্থই অতিথিক ভাত খাবলৈ মাতিলে। ল'ৰাটি জী উঠাৰ কাণ্ড দেখি তৃতীয় ব্ৰাহ্মণজন অতি আচৰিত আৰু আনন্দিত হ'ল।

ভাত পানী খাই উঠি ৰাতি গৃহস্থ শোৱাৰ পিছত তৃতীয় ব্ৰাহ্মণজনে মন্দাৰৱতীক জীয়াই তোলাৰ হেঁপাহেৰে সেই মন্ত্ৰপুথিখন মনে মনে লৈ ৰাতিয়েই সেই ঠাইৰপৰা আঁতৰ হ'ল। তাৰ পিছত, ৰাতিয়ে দিনে খোজ কাঢ়ি কাঢ়ি গৈ যি শ্মশানত ছোৱালীটিক দাহ কৰা হৈছিল সেই ঠাই ওলালগৈ। ইতিমধ্যে গঙ্গাত অস্থি লগাই ব্ৰাহ্মণজনো আহি পাইছিলহি। যিজন ব্ৰাহ্মণে ছাইখিনি ৰ'দ বৰষুণৰপৰা ৰক্ষা কৰি নষ্ট নোহোৱাকৈ ৰাখি আছিল তেওঁক তৃতীয়জনে ক'লে, "ছাইখিনিৰ ওপৰত তুমি সাজি দিয়া পঁজাটি ভাঙি পেলোৱা। মই ছোৱালীটি জীয়াই তুলিব পৰা মন্ত্ৰ লৈ আহিছো।" এইবুলি কৈ ছাইৰ ওপৰত সজা পঁজাটি ভাঙি দি তৃতীয় ব্ৰাহ্মণে মন্ত্ৰপুথিখন উলিয়াই লৈ মন্ত্ৰ পাঠ কৰিবলৈ ধৰিলে আৰু মন্ত্ৰপুত ধূলি মাজে মাজে ছাইখিনিলৈ মাৰিবলৈ ধৰিলে। চাওঁতে চাওঁতেই সকলোকে হতভম্ব কৰি মন্দাৰৱতীয়ে প্ৰাণ পাই উঠি বহিল। মন্দাৰৱতী আগতকৈ যেন সুন্দৰ হ'ল। যেন জুয়ে পোৱা সোণহে।

মন্দাৰৱতীৰ অপৰূপ ৰূপ-লাৱণ্য দেখি তেওঁক লাভ কৰিবলৈ তিনিওজন ব্ৰাহ্মণৰে মন গ'ল আৰু তেওঁবিলাকৰ মাজতে কাজিয়াৰ সৃষ্টি হ'ল। এজনে ক'লে, "চিতাভস্মৰপৰা মই তেওঁক জীয়াই তুলিছো, সেইকাৰণে তেওঁ মোৰ।" দ্বিতীয়জনে ক'লে, "কেতিয়াও হ'ব নোৱাৰে। অ'ত কষ্ট কৰি পৱিত্ৰ গংগাত গৈ তেওঁৰ অস্থি লগাই আহিছো, সেই পুণ্যতহে তেওঁ নতুন জীৱন পাইছে। মোৰ বাহিৰে কাৰো হ'বই নোৱাৰে।" আনজনে ক'লে, সেইবোৰ কোনো যুক্তি নাখাটে। নষ্ট নোহোৱাকৈ অতকালে মই চিতা-ভস্মখিনি ৰখি আছিলো। সেইখিনি নোহোৱা হ'লে কেনেকৈ কি হ'লহেঁতেন? সেইকাৰণে মন্দাৰৱতী মোৰ।"

এই সাধুটো কৈ বেতালে ৰজাক প্ৰশ্ন কৰিলে, "মহাৰাজ এতিয়া আপুনি বিচাৰ কৰি কওক, কোনজনে প্ৰকৃততে মন্দাৰৱতীক স্ত্ৰীৰূপে পাব লাগে। জানি-শুনিও যদি আপুনি নকয়, আপোনাৰ মূৰ সহস্ৰ টুকুৰা হৈ ছিগি পৰিব।"

ৰজাই তেতিয়া ক'ল, "বহুত কষ্ট কৰিলে যদিও যিজনে মন্ত্ৰেৰে ছোৱালীটি জীয়াই তুলি জীৱ দান দিলে তেওঁ ছোৱালীটিৰ পিতৃতুল্য হ'ল। পৰ্বত-পাহাৰ দুৰ্গম অৰণ্য পাৰ হৈ গৈ এজনে যদিও গংগাৰ পৱিত্ৰ জলত অস্থি বিসৰ্জন দিলে, তেওঁ ছোৱালীটিৰ পুত্ৰতুল্যহে হ'ল, স্বামী হ'ব নোৱাৰে। কাৰণ পিতৃ-মাতৃৰ অস্থি পুত্ৰইহে গংগাত লগায়। যিজনে মৃত্যুৰ পিছতো ছাইখিনিকে বুকুত সাৱটি লৈ শ্মশানতে পৰি থাকিল, তেওঁহে প্ৰকৃততে মন্দাৰৱতীৰ স্বামী। তেওঁৰ গভীৰ স্নেহ শলাগিবলগীয়া।"

ৰজাৰ উত্তৰ শুনি বেতাল ঠাইতে অদৃশ্য হ'ল আৰু থিতাতে গৈ নিজৰ ঠাই পালেগৈ। ৰজাও পুনৰ পিছ ল'লে আৰু অশোক গছত ওলমি থকা বেতালক আকৌ বিচাৰি উলিয়াই কান্ধত তুলি ল'লে। দৃঢ়মনা বীৰে নিজৰ মুখৰ কথাৰ অসন্মান হ'বলৈ নিদিয়ে। ৰজা ত্ৰিবিক্ৰমসেনে সন্ন্যাসীক কথা দিছিল আৰু সেইকথা হাজাৰ দুৰ্যোগৰ মাজতো ৰজাই ৰক্ষা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ।

## বীৰবৰৰ বীৰত্ব

ৰজাৰ কান্ধত উঠি বেতালে উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। ৰজাই বেতালৰ অট্টহাস্যত অকণো ভয় নেখাই নিৰ্ভয়ে তেওঁক কান্ধত তুলি গভীৰ অৰণ্যত থকা সেই মহাশ্মশানৰ মাজেদি যাবলৈ ধৰিলে। যাওঁতে বাটত বেতালে ৰজাক ক'লে, "মহাৰাজ, আপুনি সেই চতুৰ সন্ন্যাসীটোৰ কাৰণে অনৰ্থক কষ্ট কৰিছে কিয়? যি নহওক, কষ্ট যেতিয়া কৰিছেই আপোনাৰ পথশ্ৰম দূৰ হ'বৰ কাৰণে মই সাধু এটাকে কওঁ বাৰু শুনক ঃ

শোভাৱতী নামেৰে এখন বৰ ধুনীয়া ৰাজ্য আছিল। তাত এসময়ত শূদ্ৰক নামে এজন অতি পৰাক্ৰমী ৰজাই ৰাজত্ব কৰিছিল।

মহাৰাজ শূদ্ৰকে প্ৰকৃত বীৰসকলক আদৰ কৰে বুলি গম পাই মালৱ দেশৰ বীৰবৰ নামৰ এজন ব্ৰাহ্মণ সেই দেশলৈ কাম বিচাৰি আহিল। বীৰবৰৰ পত্নীৰ নাম ধৰ্মাৱতী, পুত্ৰৰ নাম সত্যবৰ আৰু কন্যাৰ নাম আছিল বীৰৱতী। পৰিয়ালত এই তিনিজনেই মানুহ। অৱশ্যে বীৰবৰৰ হাতত থকা অন্য তিনিটা বস্তুও সদায় আছিল। সেয়া হৈছে এখন তীক্ষ্ণ চুৰি, এখন চোকা তৰোৱাল আৰু এখন ঢাল। বীৰবৰে সামান্য পহৰাদাৰৰ কাম এটাকে বিচাৰিছিল যদিও দৰমহা হিচাপে পিছে দিনে তেওঁক পাঁচশ মুদ্ৰা লাগে বুলি ৰজাক বিনীতভাৱে কৈছিল। বীৰবৰ আছিল দেখাতেই সাহসী। ৰজাই তেওঁৰ পুৰুষোচিত সাহসী চেহেৰা দেখি, দৃঢ়তা ভৰা কণ্ঠস্বৰ শুনি মুগ্ধ হৈ তেওঁক পাঁচশ মুদ্ৰা দিনে দিব বুলি কামত নিয়োগ কৰিলে।

ৰজাৰ মনত পিছে এটা কৌতূহল উপজিল। ইমানবোৰ ধন বীৰবৰে ক'ত খৰচ কৰে? তেওঁৰ পৰিয়াল সৰু। তেওঁ ধনবোৰ বিলাসত উৰুৱায় নে ভাল কামত ব্যয় কৰে? এনে কৌতূহলৰ বশৱৰ্তী হৈ ৰজাই কেইজনমান চোৰাংচোৱাক বীৰবৰৰ কাৰ্যকলাপ লক্ষ্য কৰিবলৈ পাচিলে। চোৰাংচোৱাবোৰে মনে মনে বীৰবৰৰ দৈনিক কাৰ্যকলাপৰ উমান লৈ আহি ৰজাৰ ওচৰত নিবেদন কৰিলেহি, "মহাৰাজ আপোনাৰ আজ্ঞামতে আমি বীৰবৰৰ দৈনিক কাৰ্যৰ গতিবিধি লক্ষ্য কৰিলো। তেওঁ পুৱাতে আহি মহাৰাজক দৰ্শন কৰে। তাৰ পিছত হাতত খোলা তৰোৱাল লৈ ৰাজকাৰেঙৰ প্ৰৱেশদ্বাৰত দুপৰীয়ালৈকে পহৰা দিয়ে। দুপৰীয়া ঘৰলৈ গৈ তেওঁৰ পত্নীৰ হাতত ঘৰৰ খোৱা-বোৱা বস্তু কিনিবৰ কাৰণে এশ মুদ্ৰা দিয়ে। ঘৰুৱা কাপোৰ-কানিকে আৰম্ভ কৰি যাৱতীয় অন্য খৰচৰ কাৰণে তেওঁ নিজে দিনৌ এশ মুদ্ৰা ৰাখে। বিষ্ণু পূজা আৰু শিৱ পূজাৰ কাৰণে দৈনিক এশ মুদ্ৰা তেওঁ আঁতৰাই থয়। বাকী থকা দুশ মুদ্ৰা তেওঁ প্ৰতিদিনে দৰিদ্ৰ ব্ৰাহ্মণক দান কৰে। দিনে দৰমহাৰূপে পোৱা পাঁচশ মুদ্ৰাৰ হিচাপে এয়ে। দুপৰীয়াৰ আহাৰৰ আগতে তেওঁ স্নান কৰি পৱিত্ৰ গৰুৰ ঘিউৰ বন্তি জ্বলাই পূজা-অৰ্চনা কৰে আৰু হোম কৰে। তাৰ পিছত তেওঁ আহাৰ খাই উঠি ৰাজকাৰেঙলৈ গৈ আকৌ আগৰদৰে প্ৰৱেশদ্বাৰত খোলা তৰোৱাল হাতত লৈ পহৰা দিয়ে। ৰাতি অকলশৰেই তেওঁ পহৰাত থাকে।"

চোৰাংচোৱাৰপৰা ৰজা শূদ্ৰকে বীৰবৰৰ ধাৰ্মিক মন আৰু কৰ্তব্যনিষ্ঠাৰ কথা জানি বৰ সন্তোষ পালে আৰু তেওঁক এজন কৰ্তব্যপৰায়ণ বীৰ বুলি মনে মনে বেছি ভাল পাবলৈ ধৰিলে।

জাৰ যায়, জহ আহে। জহ যায় জাৰ আহে। ঋতুৰ সলনি হয়। কিন্তু বীৰবৰৰ কৰ্তব্যনিষ্ঠাৰ ইফাল-সিফাল নহয়। গ্ৰীষ্মৰ দিনৰ প্ৰখৰ ৰ'দ আৰু ধুমুহা-গাজনিৰে অহা তীব্ৰ বৰষুণে বীৰবৰক

কৰ্তব্যৰপৰা আঁতৰাবলৈ যেন প্ৰতিযোগিতা চলায়। বীৰবৰৰ একোলৈকে ভ্ৰূক্ষেপ নাই। দুপৰ সূৰ্যৰ প্ৰচণ্ড তাপ বা ভীষণ ধুমুহা বৰষুণকো আওকাণ কৰি শিলৰ মূৰ্তিৰ দৰে ৰাজকাৰেঙৰ প্ৰৱেশদ্বাৰত খোলা তৰোৱাল হাতত লৈ থিয় হৈ থাকে।

ৰজা শূদ্ৰকে বীৰবৰৰ এনে কৰ্তব্যপৰায়ণতা দিনত দেখি মুগ্ধ হৈ ৰাতিও পৰীক্ষা কৰি চোৱাৰ কথা ভাবিলে। এদিন গভীৰ ৰাতি তেওঁ কাৰেঙৰ ওপৰলৈ উঠি গৈ চিঞৰি সুধিলে, "প্ৰৱেশদ্বাৰত কোন আছে?" বীৰবৰে নম্ৰভাৱে উত্তৰ দিলে, "মইহে মহাৰাজ", বীৰবৰৰ ৰাজভক্তি দেখি মহাৰাজ শূদ্ৰক বিমোহিত হ'ল "এৰা, এইহে প্ৰভুভক্তি! বীৰবৰৰ নিচিনা সাহস কাৰ হ'ব? এই গহীন ৰাতিও অকলে বিশাল ৰাজকাৰেঙৰ সমুখত থিয় হৈ পহৰা দিছে। তেওঁক মই এই কামৰ ওপৰ পদত নিশ্চয় বহুৱাব লাগিব।" এইদৰে মনতে গুণা-গঁথা কৰি ৰজা শূদ্ৰক শুবলৈ গ'ল।

পিছদিনা সন্ধিয়াৰেপৰা বতৰ অতি বেয়া। আকাশ ক'লা মেঘেৰে আবৰা। মাজে মাজে বিজুলী চমকনি, কাণফটা গাজনি-ঢেৰেকনি আৰু কলহৰ কাণে ঢলা বৰষুণ। এই বৰষুণৰ দুৰ্যোগপূৰ্ণ ৰাতি বীৰবৰ কাৰেঙৰ প্ৰৱেশদ্বাৰত আছে নে নাই চাবৰ মনেৰে ৰজা শূদ্ৰক আকৌ কাৰেঙৰ ওপৰলৈ উঠি গৈ আগদিনা ৰাতিৰ দৰে চিঞৰি সুধিলে, "প্ৰৱেশদ্বাৰত কোন আছে?" "ময়ে আছো মহাৰাজ" বীৰবৰৰ উত্তৰ আহিল। পৰম সন্তোষিত হৈ ৰজা নামি আহোতেই হঠাৎ দূৰৰপৰা কোনোবা তিৰোতাৰ কান্দোন ভাহি অহা শুনিবলৈ পালে। কোনোবাই যেন বৰ আতুৰত পৰি ইনাই-বিনাই কান্দিছে; ৰজা অস্থিৰ হ'ল। চিন্তাত আৰু আশ্চৰ্যত তেওঁৰ কপালৰ গাঁঠি থূপ খালে! "মোৰ ৰাজ্যত কোনো অত্যাচাৰ নাই, কোনো পীড়ন নাই, কোনেও দুখ-দাৰিদ্ৰ্যত কষ্ট ভোগ কৰা নাই; তেনেস্থলত এই মাজৰাতি কোন তিৰোতাই এনেকৈ বিনায়? কিয় বিনায়?" এই কান্দোনৰ অনুসন্ধান কৰি ইয়াৰ ওৰ পেলাবলৈ ৰজা তৎপৰ হ'ল। ৰাজকাৰেঙত জাগি আছে কেৱল বীৰবৰ। তেওঁকে তুৰন্তে মাতি ৰজাই ক'লে, "বীৰবৰ শুনিছানে? দূৰত সেয়া কোনোবা তিৰোতাই আতুৰ হৈ বিনাইছে? তুমি যোৱাচোন চোৱাগৈ ক'ত বিনাইছে, কোনে বিনাইছে আৰু কিয় বিনাইছে?"

ৰজাৰ আজ্ঞা পাই বীৰবৰ মুহূৰ্ততে প্ৰস্তুত হ'ল। কঁকালত চুৰীখন ওলোমাই লৈ, হাতত খোলা তৰোৱালেৰে বীৰবৰে এই গভীৰ নিশা অকলে ওলাই গ'ল। ক'লা মেঘেৰে আবৰা এই জয়াল ৰাতিটোক তেওঁৰ এক ভয়ংকৰ ক'লা ৰাক্ষস যেন লাগিল। চেৰেক্ চেৰেক্কৈ মৰা বিজুলীবোৰ যেন ৰাক্ষসৰ চকুৰ চাৱনি, বিৰাট বিৰাট বৰষুণৰ টোপালবোৰ যেন ৰাক্ষসে দলিওৱা শিলহে। ভয়াবহ এই নিশাটোত বীৰবৰক অকলে পঠিয়াই ৰজা শূদ্ৰকৰ বৰ বেয়া

লাগিল। তাৰ উপৰি বীৰবৰেনো কি কৰে তাক চাবৰো ৰজাৰ মন গ'ল। লৰালৰিকৈ ৰজায়ো কাৰেঙৰ ওপৰৰপৰা নামি, তেওঁৰ তৰোৱালখন লৈ বীৰবৰৰ পিছে পিছে সন্তৰ্পণে আগুৱাই গ'ল।

কান্দোন যিপালৰপৰা ভাহি আহিছিল সেইফালেদি উমানতে গৈ গৈ, ৰাজ্যৰ একেবাৰে মূৰত থকা এটা সৰোবৰৰ পানীৰ মাজত এগৰাকী তিৰোতাই হিয়াধুনি কান্দি থকা বীৰবৰে দেখিবলৈ পালে। বীৰবৰে আগবাঢ়ি গৈ বিনীতভাৱে মানুহগৰাকীক সুধিলে, "আই, আপুনি এনেকৈ ইনাই-বিনাই কিয় কান্দিছে? আপোনাৰ কি হৈছে?" তিৰোতাগৰাকীয়ে চকুপানী টুকি টুকি ক'লে, "মই পৃথিৱী। ৰজা শূদ্ৰক আমাৰ গৰাকী। ন্যায়পৰায়ণ ৰজা শূদ্ৰকৰ শাসনে আমাক পৰম আনন্দ দিছিল। কিন্তু অতি দুখৰ কথা এয়ে যে আজিৰ পৰা তিনিদিনৰ ভিতৰতে তেওঁৰ মৃত্যু হ'ব। তেওঁৰ অবিহনে এই ৰাজ্যৰ দশা কি হ'ব? এনে ন্যায়পৰায়ণ ৰজা আমি ক'ত পাম? এই মৰ্মান্তিক দুখতে মই ব্যাকুল হৈছো।" বীৰবৰ সচকিত হ'ল আৰু পলম নকৰি সুধিলে, "হে মাতৃ, এনেহেন ৰজাক মৃত্যুৰপৰা ৰক্ষা কৰাৰ কিবা উপায় আছে যদি শীঘ্ৰে কোৱা।"

পৃথিৱীয়ে গম্ভীৰ স্বৰেৰে উত্তৰ দিলে, "কেৱল এটা মাত্ৰ উপায় আছে আৰু সেইটো অকল তুমিহে কৰিব পাৰিবা।" বীৰবৰে কৰযোৰে ক'লে, "মাতৃ, সেই উপায় শীঘ্ৰে কোৱা, যাতে মই অনতিপলমে কামত আগবাঢ়িব পাৰো। প্ৰভুৰ কামত নেলাগিলে এই জীৱনৰ সাৰ্থকতা ক'ত?" পৃথিৱীয়ে এই কথা শুনি বীৰবৰক শলাগি গ'ল, "ধন্য বীৰবৰ, তোমাৰ দৰে সেৱক, তোমাৰ দৰে সাহসী আৰু কোন আছে? ৰজাৰ মংগলৰ উপায় এতিয়া শুনা ঃ মহাৰাজ শূদ্ৰকে ৰাজকাৰেঙৰ কাষত নিৰ্মাণ কৰা চণ্ডী মন্দিৰৰ শ্ৰীশ্ৰীচণ্ডী গোসাঁনীৰ আগত তোমাৰ একমাত্ৰ পুত্ৰ সত্যবৰক যদি বলি দিব পাৰা তেহে ৰজা শূদ্ৰকৰ কল্যাণ হ'ব আৰু তেওঁৰ এশবছৰ পৰমায়ু হ'ব। যদি ইয়াকে কৰিব নোৱাৰা তেন্তে আজিৰপৰা তৃতীয় দিনত তেওঁৰো মৃত্যু অনিবাৰ্য।"

স্বয়ং আই ধৰিত্ৰীৰ মুখৰপৰা এনে অভাৱনীয় কথা শুনি বীৰবৰৰ শৰীৰ শিয়ঁৰি উঠিল; কিন্তু দৃঢ়তাৰ কাৰণে তেওঁৰ মন বিচলিত নহ'ল। কৰ্তব্যপ্ৰাণ বীৰবৰে দেৱীক ক'লে, "আই, মই এই মুহূৰ্তে যাম আৰু তুমি কোৱামতে সকলো কৰিম।" দেৱীয়ে "তোমাৰ জয় হওক" বুলি বীৰবৰক আশীৰ্বাদ দি ঠাইতে অন্তৰ্ধান হ'ল। বীৰবৰৰ পিছে পিছে গোপনে যোৱা ৰজা শূদ্ৰকে সকলো কথাই শুনিলে।

ভয়াবহ আন্ধাৰ-মুন্ধাৰ বাট খুপি খুপি বীৰবৰ নিজৰ ঘৰলৈ গ'ল। ৰজায়ো তেওঁক মনে মনে অনুসৰণ কৰিলে। বীৰবৰে ঘৰ পায়েই তেওঁৰ পত্নী ধৰ্মাৱতীৰ আগত ধৰিত্ৰী দেৱীৰ কথা

সবিশেষ বৰ্ণাই ৰজাৰ মংগলৰ কাৰণে নিজৰ পুত্ৰ উছৰ্গা কৰাৰ কথা ক'লে। পত্নী ধৰ্মাৱতীয়ে ধীৰ-স্থিৰভাৱে উত্তৰ দিলে, "স্বামী, ৰজাৰ কল্যাণৰ কাৰণে আমি সাধ্যমতে সকলো কৰা উচিত। ল'ৰাকণক জগাই দিওঁ আৰু সকলো কথা কওঁ।" বীৰবৰৰ পত্নীৰ সমিধান পাই, শুই থকা সত্যবৰক জগাই দি ক'লে, "বছা সত্যবৰ, দেৱী শ্ৰীশ্ৰীচণ্ডীৰ আগত ৰজাৰ কল্যাণৰ কাৰণে তোমাৰ জীৱন উছৰ্গা কৰিলে ৰজা মৃত্যুৰ মুখৰপৰা বাচিব, নহ'লে তিনি দিনৰ ভিতৰতে তেওঁৰ মৃত্যু হ'ব।" বয়সত সৰু হ'লেও সত্যবৰ বীৰৰ ল'ৰা, বীৰৰ তেজ গাত আছে। সত্যবৰে ততালিকে ক'লে, "মোৰ ত্যাগে যদি ৰজাৰ কল্যাণ কৰে, ৰাজ্যৰ কল্যাণ কৰে, মোৰ জীৱন আহুতি এই মুহূৰ্ততেই দিম। ৰজাই আমাক অন্নদান দি জীৱন দান দি আছে। তেওঁৰ মংগলৰ কাৰণে জীৱন দিব পাৰিলে তেওঁৰ ঋণ শুজা হ'ব। মোক ততালিকে চণ্ডী মন্দিৰলৈ লৈ গৈ উছৰ্গা কৰাগৈ, ৰজাৰ কল্যাণ হওক।"

সত্যবৰৰ উত্তৰ শুনি বীৰবৰ পৰম আনন্দিত হ'ল আৰু ক'লে, "ধন্য সত্যবৰ, তুমি মোৰ উপযুক্ত পুত্ৰ।" গোপনে সকলো কথা বাহিৰৰপৰা শুনি ৰজা শূদ্ৰক অবাক হ'ল "কি সাহসী এওঁলোক।"

বীৰবৰে তেওঁৰ পুত্ৰ সত্যবৰক কান্ধত তুলি ল'লে। ধৰ্মাৱতীয়ে কোলাত তুলি ল'লে বীৰৱতীক আৰু খৰখেদাকৈ তেওঁবিলাকে চণ্ডী মন্দিৰলৈ আগবাঢ়িল। ৰজা শূদ্ৰকেও পিছ ল'লে। চণ্ডী মন্দিৰলৈ গৈ গোসাঁনীৰ প্ৰতিমাৰ সমুখত বীৰবৰে সত্যবৰক থ'লে। সত্যবৰে আঁঠুকাঢ়ি ক'লে, "হে ভগৱতী চণ্ডী, হে মাতৃ, তুমি মোক গ্ৰহণ কৰা। মোৰ জীৱন উছৰ্গাৰে ৰজাৰ কল্যাণ হওক। বাধা-বিঘিনি নোহোৱাকৈ ৰজাই দেশ শাসন কৰক, তেওঁৰ এশ বছৰ পৰমায়ু হওক।" সত্যবৰৰ এই প্ৰাৰ্থনা বীৰবৰে "ধন্য ধন্য" বুলি শলাগিলে আৰু দেৱীক প্ৰণাম জনাই তেওঁৰ খোলা তৰোৱালেৰে নিজপুত্ৰৰ শিৰচ্ছেদ কৰি দেৱীৰ থাপনাত অৰ্পণ কৰিলে। বীৰবৰে আঁঠুকাঢ়ি হাতযোৰ কৰি প্ৰাৰ্থনা জনালে, "দেৱী মহামায়া, তুমি সন্তুষ্ট হোৱা, ৰজাৰ জীৱন ৰক্ষা কৰা আই।" বীৰবৰৰ অতুলনীয় দৃঢ়তা, সাহ আৰু ভক্তি দেখি দেৱী চণ্ডী সন্তুষ্ট হ'ল আৰু আকাশবাণী কৰিলে, "বীৰবৰ তুমি ধন্য। তোমাৰ দৰে ভক্তিমান পুৰুষ আৰু কোন আছে যি দেশৰ কাৰণে, ৰজাৰ কাৰণে নিজৰ নাবালক পুত্ৰৰ শিৰ নিজ হাতে ছেদ কৰি দেৱীৰ আগত উছৰ্গা দিয়ে। তুমি পৰমবীৰ। তোমাৰ জয় হওক।"

সত্যবৰৰ এধানমানি ভনী বীৰৱতীয়ে ভায়েকৰ মুহূৰ্ততে ছিগি পৰা মূৰ দেখি স্তম্ভিত হ'ল। মূৰটোকে সাৱটি ধৰি বীৰৱতীয়ে ব্যাকুল হৈ কান্দিবলৈ ধৰিলে আৰু সহ্য কৰিব নোৱাৰা এই মৰ্মান্তিক শোকত ছোৱালীটিৰ মৃত্যু হ'ল। ৰজাই এই ঘটনাও আঁৰৰপৰা লক্ষ্য কৰি থাকিল।

ধৰ্মাৱতীয়ে পুত্ৰ-কন্যাৰ মৃত্যু দেখি বীৰবৰক ক'লে, "স্বামী, ৰজাৰ কল্যাণৰ কাৰণে আমি কৰিব পৰাখিনি কৰিলো। এতিয়া মই দুষাৰ কথা ক'ব খোজো। ককায়েকৰ এনে লোমহৰ্ষক আৰু আকস্মিক মৃত্যু দেখি ছোৱালীটিৰ জীৱন ওৰ পৰিল। দুয়োটা সন্তানৰ মৃত্যুৰ পিছত মই আৰু জীয়াই থকাৰ সকাম কি। মই মহামূৰ্খ। আগতেই ল'ৰাটোৰ সলনি মই দেৱীৰ চৰণত নিজক উছৰ্গা কৰি ৰজাৰ কল্যাণ চিন্তিব লাগিছিল। এতিয়া তোমাক মিনতি কৰিছো ল'ৰা-ছোৱালী দুটাক দাহ কৰা চিতাৰ জুইত জাঁপ দি মোৰ জীৱনৰ সামৰণি মাৰিবলৈ দিয়া।" "তোমাৰ শোকৰ যদি এনেকৈয়ে অন্ত পৰে তুমি তাকে কৰা। গোটেই জীৱন সন্তানৰ মৃত্যুৰ শোকত বুৰ গৈ থাকিবলগা হ'লে জীয়াই থকাৰে বা অৰ্থ কি! ৰজাৰ মংগলৰ অৰ্থে ল'ৰাটিকহে বলি দিবলৈ কোৱা হৈছিল। নহ'লে ময়ে নিজক উছৰ্গা কৰিলোহেঁতেন। ক্ষন্তেক অপেক্ষা কৰা। তোমাক চিতা এখন সাজি দিওঁ।"

এইবুলি বীৰবৰে লৰালৰিকৈ এখনি চিতা সাজি তাতে তেওঁৰ সন্তান দুটিক তুলি অগ্নি প্ৰজ্বলিত কৰিলে। জুই জ্বলি উঠা দেখি ধৰ্মাৱতীয়ে স্বামীৰ চৰণত প্ৰণাম কৰিলে আৰু দেৱীৰ চৰণত সেৱা জনাই প্ৰাৰ্থনা কৰিলে, "হে আই, এই আশীৰ্বাদ কৰা যাতে এই স্বামীকেই মই পৰজন্মতো যেন স্বামীৰূপে পাওঁ। মোৰ জীৱনৰ উছৰ্গাই স্বামীৰ প্ৰভু ৰজাৰ কল্যাণ আনক।" এইবুলি কৈ ধৰ্মপৰায়ণা সেই মহিলাগৰাকীয়ে জ্বলন্ত চিতাত জঁপিয়াই পৰিল। জুইৰ শিখা লেলিহান হৈ উঠিল। বীৰবৰে তেতিয়া ভাবিলে, ৰজাৰ মংগলৰ অৰ্থে দেৱী ধৰিত্ৰীয়ে কোৱামতে সকলো কৰা হ'ল। যি প্ৰভুৰ মই অন্ন খাইছো সেই প্ৰভুৰ ঋণ শুজাও হ'ল। এতিয়া কেৱল নিজৰ কাৰণে প্ৰাণ ধৰি থকাৰ সকাম কি! যি পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে এজন মানুহ জীয়াই থাকে মোৰ সেই পৰিয়ালৰ এটি প্ৰাণীও জীৱিত নাই। দেৱী দুৰ্গাৰ চৰণত মই মোকো উছৰ্গা নকৰো কিয়?— এইবুলি ভাবি দেৱী প্ৰতিমাৰ সমুখত আঁঠুকাঢ়ি তেওঁ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে ঃ

"হে মহিষমৰ্দিনী দুৰ্গা, হে আই চণ্ডী, তুমি প্ৰসন্ন হোৱা। তুমি মাতৃ, তুমি আনন্দদায়িনী, তুমি ত্ৰৈলোক্য ৰক্ষা কাৰিণী। তোমাক পৃথিৱীয়ে বন্দনা কৰে, তুমি মহাশক্তি। তুমি সকলো অন্ধকাৰ নাশ কৰি সূৰ্যৰ দৰে পোহৰ দিয়া আই। হে নৃমুণ্ডমালিনী আই কালী, হে শিৱ, হে পৰমেশ্বৰ; পৰমেশ্বৰী, তুমি তুষ্ট হোৱা; তোমাৰ ইচ্ছা পূৰ্ণ হওক। মোৰ সামান্য জীৱনৰ এই উছৰ্গা তুমি গ্ৰহণ কৰা আৰু ৰজা শূদ্ৰকৰ সকলো অশুভৰ শান্তি কৰা, তেওঁক দীৰ্ঘায়ু কৰা।" এইবুলি প্ৰাৰ্থনা কৰি বীৰবৰে তৰোৱালেৰে একে ঘাপে ডিঙি ছিঙি দেৱীৰ চৰণত নিজৰ শিৰ উছৰ্গা কৰিলে।

ৰজা শূদ্ৰকে সকলো দেখি শুনি থৰ লাগিল। গাৰ নোম শিয়ঁৰি উঠা এনে কাণ্ড পৃথিৱীত চাগৈ কেতিয়াও ক'তো ঘটা নাই— তেওঁ ভাবিলে। এনে ভৃত্য ক'ত আছে, যি প্ৰভুৰ কাৰণে গোপনে ইমান অভাৱনীয়, ইমান ডাঙৰ ত্যাগ কৰে। মোৰ ভালৰ কাৰণে গোটেই পৰিয়ালটোৱে জীৱন দিলে। মই তেওঁবিলাকৰ কাৰণে নিজক উছৰ্গা কৰা উচিত নহ'বনে? ইমানৰ পিছতো মোৰ স্বাৰ্থৰ কাৰণে মই জীৱন ধাৰণ কৰি থাকিলে পশুতুল্য নহ'বনে? এইদৰে চিন্তা কৰি ৰজা শূদ্ৰকে ভগৱতীক প্ৰাৰ্থনা জনালে, "হে দেৱী, হে মাতৃ, তুমি নিজ গুণে প্ৰসন্ন হৈ মোৰ প্ৰাৰ্থনা শুনা। মই তোমাৰ চৰণত মোৰ জীৱন উছৰ্গা কৰিছো। এই উছৰ্গাত সন্তুষ্ট হৈ তুমি মোৰ বাবে জীৱন দান দিয়া। বীৰবৰ আৰু তেওঁৰ পৰিয়ালৰ প্ৰাণ পুনৰ দান কৰা। হে মাতৃ, মোক গ্ৰহণ কৰা।" এইবুলি তেওঁ নিজৰ তৰোৱাল খুলি শিৰচ্ছেদ কৰিব খোজোতেই দৈৱবাণী হ'ল ঃ ক্ষান্ত হোৱা ৰজা, তোমাৰ সাহস, তোমাৰ উছৰ্গাত মই প্ৰসন্ন হৈছো। বীৰবৰ আৰু তেওঁৰ পৰিয়ালে জীৱন ঘূৰাই পাব। এই দৈৱবাণী হোৱাৰ লগে লগে সঁচাকৈয়ে বীৰবৰ, তেওঁৰ পত্নী ধৰ্মাৱতী, পুত্ৰ সত্যবৰ আৰু কন্যা বীৰৱতী পুনৰ জীৱিত হৈ উঠিল। ৰজা শূদ্ৰকে লৰালৰিকৈ নিজক পুনৰ তেওঁবিলাকৰ চকুৰপৰা আঁৰ কৰি লক্ষ্য কৰিবলৈ ধৰিলে। আনন্দতে ৰজাৰ দুনয়ন পানীৰে ভৰি পৰিল আৰু নিমিষ নেপেলোৱাকৈ বীৰবৰ আৰু তেওঁৰ পৰিয়ালক চাই থাকিল।

টোপনিৰপৰা সাৰ পোৱাৰ দৰে উঠি বীৰবৰ অতি আচৰিত হ'ল। ই কি কথা! তেওঁ দেখোন তেওঁৰ পুত্ৰক বলি দিছিল, কন্যাৰ দেখোন মৃত্যু হৈছিল, তেওঁ নিজে চিতা জ্বলাই পুত্ৰ-কন্যাক দাহ কৰিছিল, তেওঁৰ পত্নীয়ে চিতাত উঠি আত্মত্যাগ কৰিছিল আৰু তেওঁ নিজকে দেৱীৰ চৰণত দেখোন উছৰ্গা কৰিছিল! সপোন নে দিঠক, ৰহস্য নে মায়া একো ধৰিব নোৱাৰি বীৰবৰে পত্নীক সুধিলত পত্নীয়ে ক'লে, যে দেৱীৰ কৃপাতে তেওঁবিলাকে কিজানি পুনৰ প্ৰাণ পাইছে। দেৱীক আটায়ে সাষ্টাংগে প্ৰণিপাত কৰি বাৰে বাৰে সৰ্বদোষ মৰিষণ কৰিবলৈ প্ৰাৰ্থনা কৰি তেওঁবিলাক ঘৰলৈ গ'লগৈ। স্ত্ৰী, পুত্ৰ-কন্যাক ঘৰত থৈ বীৰবৰে পুনৰ নিজৰ কৰ্তব্যলৈ ঘূৰি আহিল আৰু আগৰ দৰে কাৰেঙৰ প্ৰৱেশদ্বাৰত থিয় হৈ ৰ'লগৈ।

ৰজা শূদ্ৰকো নিজ কাৰেঙলৈ ঘূৰিল আৰু ওপৰলৈ উঠি গৈ একো নজনাৰ দৰে চিঞৰি সুধিলে, প্ৰৱেশদ্বাৰত কোন আছে?" বীৰবৰে তাৰপৰাই ক'লে, "মই আছো মহাৰাজ। আপুনি কোৱা মতে কান্দোনৰ উমান লৈ লৈ গৈ মই এগৰাকী তিৰোতাক কান্দি থকা পাইছিলোগৈ। পিছে ৰাক্ষসীৰ দৰে মোক দেখা মাত্ৰকে সেই তিৰোতা অদৃশ্য হ'ল।

ৰজা শূদ্ৰকৰ বিস্ময়ৰ পাৰ নোহোৱা হ'ল ঃ কি আচৰিত! তেওঁ নিজ চকুৰেই অতবোৰ ভয়ংকৰ কাণ্ড ৰাতিটোতে দেখিলে। অথচ বীৰবৰে তাৰ বিন্দুমাত্ৰও উল্লেখ নকৰিলে। অতি

মহৎ হৃদয়ৰ মানুহেহে আনৰ হিত সাধিবলৈ নিজৰ সৰ্বস্ব ইমান নিৰৱে ত্যাগ কৰে। তেওঁবিলাক অতুলনীয়। তেওঁবিলাকৰ প্ৰাণ সমুদ্ৰৰ দৰে গভীৰ। ত্যাগত তেওঁবিলাকে স্বৰ্গীয় সুখ অনুভৱ কৰে, স্বাৰ্থত নহয়— এইদৰে ৰজা শূদ্ৰকে নিজৰ অন্তৰতে বীৰবৰ আৰু তেওঁৰ পৰিয়ালক হাজাৰবাৰ প্ৰশংসা কৰিলে আৰু ৰাতিটোৰ বাবে শয্যাত আশ্ৰয় ল'লে।

পিছদিনা পুৱা বীৰবৰে যেতিয়া মহাৰাজক দৰ্শন কৰিবলৈ আহিল ৰজা শূদ্ৰকে তেতিয়া ৰাজসভাৰ সকলো পাৰিষদৰ আগত বীৰবৰৰ ত্যাগৰ মাহাত্ম্য বৰ্ণনা কৰিলে। ৰাজন্যবৰ্গ বিস্ময়ত হতবাক হ'ল। ইমান উদাৰ, ইমান ত্যাগী, ইমান প্ৰভুভক্ত মানুহ পৃথিৱীত আছে কাৰণেই চাগৈ পৃথিৱীখন তিষ্ঠি আছে। এনে মহৎ হৃদয়ৰ তুলনা নাই।

ৰজা শূদ্ৰকে উচ্চস্বৰে বীৰবৰৰ প্ৰশংসা কৰি বীৰবৰক এখন ৰাজ্য আৰু তেওঁৰ পুত্ৰ সত্যবৰক আন এখন ৰাজ্য প্ৰদান কৰি দুয়োকে তাৰ ৰজা পাতি তেওঁৰ লগতে সামান্য আসনত অধিষ্ঠিত কৰিলে।

এই সাধুটো কৈ বেতালে ৰজা ত্ৰিবিক্ৰমসেনক প্ৰশ্ন কৰিলে, "মহাৰাজ এতিয়া কওক, এই আটাইকেউজনৰ ভিতৰত আপুনি কাক সকলোতকৈ শ্ৰেষ্ঠ বীৰ বুলি ভাবে? আপুনি জানিও যদি মোৰ কথাৰ উত্তৰ নিদিয়ে তেন্তে মোৰ অভিশাপ পৰি আপোনাৰ শিৰ ছিগি পৰিব।"

ৰজাই উত্তৰ দিলে, "ৰজা শূদ্ৰকেই সকলোতকৈ শ্ৰেষ্ঠ বীৰ বুলি মই ভাবো।" বেতালে পুনৰ প্ৰশ্ন কৰিলে, "অতুলনীয় সাহসৰ বীৰক কিয় আপুনি শ্ৰেষ্ঠ বুলি নেভাৱে? তেওঁৰ পত্নীকো আপুনি অপূৰ্ব সাহসী বুলি নেভাবেনে? যি মাক হৈয়ো নিজৰ পুত্ৰৰ উছৰ্গা আনৰ কাৰণে কৰাত বাধা নিদি বৰং আগবঢ়াই দিলে। সৰু ল'ৰা সত্যবৰৰ কল্পনাতীত সাহসক আপুনি শ্ৰেষ্ঠতৰ আসন নিদিলে কেলেই?"

ৰজা ত্ৰিবিক্ৰমসেনে ক'লে, "কিয় তেনেকৈ কৈছো শুনক। বীৰবৰ আৰু তেওঁৰ পৰিয়াল উচ্চ বংশৰ, তেওঁবিলাকে আনৰ কাৰণে জীৱন উছৰ্গা কৰা ডাঙৰ কথা নহয়। বীৰবৰৰ সাধ্বী সতী পত্নীয়ে তেওঁৰ স্বামীৰ পথকে অনুসৰণ নিশ্চয় কৰিব। সেইদৰে সত্যবৰেও পিতৃৰ তেজ পাইছে; কিন্তু ৰজা শূদ্ৰকে তেওঁৰ ভৃত্যৰ কাৰণে প্ৰাণ উছৰ্গা কৰিবলৈ ওলোৱাটো শ্ৰেষ্ঠ বীৰত্বৰ কাম। প্ৰভুৰ কাৰণে ভৃত্য ওলায়; কিন্তু ভৃত্যৰ কাৰণে প্ৰভুৱে জীৱন দিবলৈ ওলোৱা ডাঙৰ কথা।" ৰজাৰ কথা শুনি বেতাল অদৃশ্য হৈ অশোক গছ পালেগৈ। ৰজাই আকৌ পিছ ল'লে।

# জীমূতবাহন

হিমাৱত নামেৰে এখন সুউচ্চ, বিৰাট পৰ্বত আছে। সেই পৰ্বতত আছে অপূৰ্ব মণি, কাঞ্চন, ৰত্ন আৰু হীৰা। আছে দুখনি ৰূপোৱালী নৈ— নাম গৌৰী আৰু গংগা। ৰ'দৰ সোণালী কিৰণ পৰি জিক্‌মিকাই থকা, শুকুলা তুষাৰেৰে ভৰা এই পৰ্বতৰ শিখৰলৈ পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ বীৰো যাব পৰা নাই। ইমানেই ওখ ইয়াৰ শৃংগ। তিনিও ত্ৰৈলোক্যতে এই পৰ্বতৰ যশস্যা। হিমাৱত গিৰিশৃংগত আছে এখনি সুবৰ্ণ নগৰী। নগৰীখন ইমানেই মনোৰম, সূৰ্যৰ সকলো জল্‌মল্ কিৰণ যেন তাতেই থুপখাই চৌদিশ পোহৰাই আছে।

পুৰণি কালত সেই মনোৰম নগৰীখনত জীমূতকেতু নামেৰে বিদ্যাধৰসকলৰ ভিতৰতে সৌভাগ্যবান এজন ৰজাই ৰাজত্ব কৰিছিল। জীমূতকেতু নৃপতিৰ ৰাজ-উদ্যানত এজোপা 'কল্পতৰু বৃক্ষ' আছিল। সেই বৃক্ষক ভক্তিৰে প্ৰণিপাত কৰি মনৰ কিবা বাঞ্ছা পূৰ্ণ কৰিবলৈ ৰাজপৰিয়ালে প্ৰাৰ্থনা কৰিলে সেই প্ৰাৰ্থনা ততালিকে পূৰ্ণ হয়। ৰজা জীমূতকেতুৱে সেই কল্পতৰু বৃক্ষৰ ওচৰত ভাৱাস্তিৰে বৰ মাগি এজন অতি ৰূপৱান আৰু গুণৱান পুত্ৰ লাভ কৰিছিল। ৰাজপুত্ৰই পূৰ্বজন্মৰ কথা স্মৰণ কৰিব পাৰিছিল আৰু তেওঁ বোধিসত্বৰ অংশ আছিল। তেওঁ আছিল অত্যন্ত দয়ালু, সাহসী আৰু অতি ধৰ্মপ্ৰাণ। বিবেকৰ বাণী তেওঁ সদায় মানি চলিছিল। তেওঁৰ নাম আছিল জীমূতবাহন। জীমূতবাহন চন্দ্ৰকলাৰ দৰে দিনে দিনে বাঢ়ি আহিল আৰু উপযুক্ত বয়সত ৰজাই পাত্ৰমন্ত্ৰীৰ সৈতে আলচ কৰি তেওঁক যুৱৰাজৰূপে সিংহাসনত বহুৱালে।

জীমূতবাহন যুৱৰাজ পদত অধিষ্ঠিত হোৱাৰ পিছত ৰজাৰ পাত্ৰমন্ত্ৰীসকলে তেওঁক 'কল্পতৰু বৃক্ষ'ক সদায় সেৱা-সৎকাৰ কৰিবলৈ পৰামৰ্শ দি ক'লে, "যুৱৰাজ, আমি সকলোৱে তোমাৰ মংগল কামনা কৰো। আন প্ৰাণীৰ ওচৰত অদৃশ্য হৈ থকা কল্পতৰু বৃক্ষ তোমাৰ ৰাজ-উদ্যানত। এই বৃক্ষক পূজা কৰি তোমাৰ পূৰ্বপুৰুষসকলে কোনো অপায়-অমংগল নোহোৱাকৈ ৰাজ্য চলাই গ'ল। অন্য শত্ৰুৰ কথা নেলাগেই আনকি ইন্দ্ৰয়ো আমাক কেতিয়াও জিনিব পৰা নাই।" ৰাজন্যবৰ্গৰ কথা শুনি জীমূতবাহনে ভাবিলে ঃ হায় 'কল্পতৰু বৃক্ষ'ৰ দৰে সকলো বাঞ্ছা পূৰ্ণ কৰিব পৰা বস্তু থকাতো আমাৰ পূৰ্বপুৰুষসকলে উপযুক্ত প্ৰাৰ্থনা একো কৰিব নেজানিলে। ধন-সম্পত্তিৰ বৰহে কেৱল তেওঁবিলাকে মাগিলে আৰু ইয়াদ্বাৰা তেওঁবিলাকে গছজোপাকে তুচ্ছ কৰিলে। মই এটা আৰ্হি দেখুৱাব লাগিব।

এইদৰে মন স্থিৰ কৰি যুৱৰাজ জীমূতবাহন পিতৃ জীমূতকেতুৰ ওচৰলৈ গৈ তেওঁৰ চৰণ চুই সেৱা কৰি আনে নুশুনাকৈ ক'লে, "পিতা, তুমি জানাই যে সংসাৰ অপাৰ। পানীৰ ঢউৰ

দৰে সকলো ক্ষণস্থায়ী। ধন, জন, জীৱন, যৌৱন সকলো দুদিনীয়া। বিশেষকৈ দোকমোকালি, মুনিচুনি পোহৰ আৰু সৌভাগ্য নিচেই ক্ষণস্থায়ী, দেখোতে নেদেখোতেই নাইকিয়া হয়। সময়ৰ চাকনৈয়াত পৰি ডুব নোযোৱা এটা মাত্র বস্তু আছে, এইটো হৈছে আনৰ প্ৰতি কৰুণা। যুগ যুগলৈ ইয়াৰ যশস্যা বিয়পি থাকে আৰু ই মানুহৰ জীৱন ধন্য কৰে। সেইকাৰণে পিতা, কল্পতৰু বৃক্ষৰ ওচৰত দুদিনীয়া ঐশ্বৰ্যৰ কাৰণে আমি কিয় প্ৰাৰ্থনা কৰিব লাগে? আমাৰ পূৰ্বপুৰুষসকলে 'মোৰ ধন', 'মোৰ সম্পত্তি', 'মোৰ ৰাজ্য' বুলি ইমান সঞ্চয় কৰিলে, কিন্তু তেওঁবিলাক আজি ক'লৈ গ'ল? সেই ৰাজ্য, সেই মাটি, সেই সম্পত্তি দেখোন ইয়াতে পৰি ৰ'ল! সেয়ে পিতা তুমি যদি অনুমতি দিয়া কল্পতৰু বৃক্ষক মই এনে বৰ প্ৰাৰ্থনা কৰিব খোজো যাতে অন্যৰ প্ৰতি অতুলনীয় সহায় আৰু কৰুণা দেখুৱাবলৈ আমাক শক্তি দিয়ে।"

পিতৃয়ে পুত্ৰৰ কথা শুনি অতি আনন্দিত হ'ল। তেওঁ ক'লে, "সেয়ে হওক বাছা। এয়া বৰ আনন্দ আৰু গৌৰৱৰ কথা।" জীমূতবাহনে পিতৃৰ অনুমতি লৈ কল্পতৰু বৃক্ষৰ ওচৰত প্ৰণিপাত কৰি প্ৰাৰ্থনা জনালে, "হে বাঞ্ছা কল্পতৰু দেৱতা, তুমি তুষ্ট হোৱা। আমাৰ পূৰ্বপুৰুষসকলৰ মনোবাঞ্ছা তুমি সদায় পূৰ্ণ কৰি আহিছা। মোৰ বাঞ্ছা এটি আছে, তুমি পূৰ্ণ কৰা প্ৰভু। তাৰ পিছত তুমি ইয়াৰপৰা একেবাৰে যাবাগৈ। সমগ্ৰ জগতৰ সকলো দৰিদ্ৰতা বিনাশ হোৱাটো মই কামনা কৰিছো। তুমি পৃথিৱীৰ সকলো প্ৰাণীৰ আৰ্থিক দুখ মোচন কৰা।" জীমূতবাহনৰ প্ৰাৰ্থনাৰ উত্তৰ কল্পতৰু বৃক্ষই গম্ভীৰ স্বৰেৰে দিলে, "জীমূতবাহন তোমাৰ বাঞ্ছাই সিদ্ধি লাভ কৰিব।" এইবুলি বৰ দি কল্পতৰু বৃক্ষ স্বৰ্গধামলৈ গতি কৰিলে। মুহূৰ্ততে গোটেই পৃথিৱীত উভৈনদী হোৱাকৈ ধন-সোণৰ বৰষুণ পৰিবলৈ ধৰিলে। আটাইৰে ঘৰে ঘৰে ঐশ্বৰ্য হ'ল, কোনো প্ৰাণী আৰু দুখীয়া হৈ নাথাকিল। সকলো প্ৰাণীৰে সুখৰ কাৰণে বৰ লোৱাত, আটাইবোৰ জীৱৰ আনন্দ হোৱাত জীমূতবাহনৰ গুণগান আটায়ে গাবলৈ ধৰিলে।

জীমূতবাহনৰ ইমান যশস্যা তেওঁৰ সম্বন্ধীয়া মানুহবোৰে সহ্য কৰিব নোৱাৰিলে। তেওঁবিলাকৰ গা ঈৰ্ষাত পুৰিবলৈ ধৰিলে। আটাইবোৰে লগ লাগি ভাবিলে যে সৰল মনৰ এই বাপেক-পুতেকৰ হাতৰপৰা ৰাজ্যভাৰ কাঢ়ি ল'বলৈ অতি সহজ হ'ব। আৰু সেইমতে তেওঁবিলাকে জীমূতকেতুৰ বিপক্ষে যুদ্ধ আয়োজন কৰিলে। দেখি শুনি জীমূতবাহনে নৃপতি জীমূতকেতুক ক'লে, "পিতা, তেওঁবিলাকে তোমাৰ তোমাৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিলে বুলিয়েই তুমিও ধৰিবানে? দুদিনীয়া ৰাজ্য আৰু দুদিনীয়া দেহাটোৰ কাৰণে তুমি আপোন মানুহবোৰৰ বধৰ কাৰণ হ'বানে? ৰাজ্যৰনো কি প্ৰয়োজন। আমি এই তুচ্ছ। ভোগ লালসা ত্যাগ কৰি শান্তিপূৰ্ণ এখন ঠাইলৈ যাওঁগৈ ব'লা— তাত নিৰ্বিঘ্নে থাকি ভগৱানৰ উপাসনা কৰিম, জনহিতকৰ কাম

কৰিম, যাতে ইহকাল-পৰকাল দুয়োটাৰে মংগল হয়। এই মানুহবোৰকে ৰাজ্যভাৰ গতাই দিয়া, তেওঁবিলাকেই সুখী হওক।" ৰজাই আনন্দমনেৰে উত্তৰ দিলে, "বাছা, তোমাৰ কাৰণেহে মই ৰাজ্য চলাই আছো, তোমাকে যদি নেলাগে ৰাজ্য লৈ ময়ে বা কি কৰিম। মই এতিয়া যথেষ্ট বৃদ্ধ। এই বিষয়-জঞ্জালৰপৰা মুক্ত হ'ব পাৰিলে মই অতি সুখী হ'ম।" এইদৰে দুয়ো সিদ্ধান্ত কৰি ৰাজ্যভাৰ আপোন পৰিয়ালক গতাই ৰজা, ৰাণী আৰু জীমূতবাহন তিনিও মলয় পাহাৰলৈ গ'লগৈ। চন্দন গছৰ জুৰ বতাহত ঢউ খেলি থকা এখন নদীৰ পাৰত তেওঁবিলাকে ধুনীয়াকৈ থাকিবলৈ ল'লে। সেই পাহাৰৰ সিদ্ধসকলৰ ৰজা আৰু বিশ্ববসুৰ পুত্ৰ মিত্ৰবসুৰ লগত তেওঁবিলাকৰ বন্ধুত্ব স্থাপন হ'ল।

এই জীমূতবাহনে সেই পাহাৰৰ অৰণ্যত ঘূৰি ফুৰোতে গৌৰী দেৱীৰ মন্দিৰ এটি দেখি মন্দিৰলৈ সোমাই গৈ এটি পৰম সুন্দৰী কন্যাক সখীয়েকসকলৰ সৈতে মন্দিৰত পূজা কৰি থকা দেখিবলৈ পালে। কন্যাই দেৱীৰ ওচৰত বীণা বজাই কৰা প্ৰাৰ্থনা শুনি জীমূতবাহন মুগ্ধ হ'ল আৰু বিয়া কৰোবাৰ মানসেৰে কন্যাটিৰ পৰিচয় সখীয়েকসকলক সুধিলে। তেওঁবিলাকে ক'লে যে, "এয়া মিত্ৰবসুৰ ভনীয়েক অৰ্থাৎ বিশ্ববসুৰ কন্যা এওঁৰ নাম মলয়াৱতী।" মলয়াৱতীয়েও ৰূপে গুণে অতুলনীয় কোঁৱৰ জীমূতবাহনক দেখি বিমোহিত হ'ল আৰু তেওঁকে মনে মনে স্বামীৰূপে বৰণ কৰি স্বামীৰূপে প্ৰকৃততে পাবলৈ দেৱী গৌৰীক প্ৰাৰ্থনা জনালে। গৌৰীদেৱীয়ে সন্তুষ্ট হৈ বৰ দিলে আৰু সেই মতেই পিতৃ-মাতৃ সকলোৰে আশীৰ্বাদত জীমূতবাহন আৰু মলয়াৱতীৰ মহাসমাৰোহেৰে বিবাহ সম্পন্ন হ'ল।

এদিনাখন জীমূতবাহনে মলয়াৱতীৰ ভাতৃ মিত্ৰবসুক লগত লৈ পাহাৰত ফুৰিবলৈ গৈছিল। মলয় পাহাৰৰ এমূৰত সাগৰৰ তীৰত থকা এখন অৰণ্যৰ মাজত দম খাই থকা হাড় এসোপা দেখি আচৰিত হৈ তেওঁ মিত্ৰবসুক সুধিলে, "এইবোৰ কিহৰ হাড়? এই যে দম পাতি পাহাৰৰ দৰে হৈছে।" মিত্ৰবসুৱে জীমূতবাহনক ক'লে, "হাড় আৰু জঁকাবোৰৰ কথা যদি জানিব খুজিছা, কওঁ বাৰু। অতি প্ৰাচীন কালত সৰ্পমাতৃ কদ্ৰুৱে গৰুড়মাতৃ বিনতাক এটা ডাঙৰ ছলনা কৰি ঠগিছিল আৰু নিজৰ দাসী কৰি লৈছিল। সেই অপমানৰ প্ৰতিশোধ ল'বলৈ পৰমবীৰ গৰুড়ে মনত স্থিৰ কৰি কদ্ৰুৰ পুত্ৰ সৰ্পসকলক ভক্ষণ কৰিবলৈ ধৰিলে। প্ৰতিদিনে গৰুড়ে পাতাললৈ গৈ নাগৰাজ্য লণ্ডভণ্ড কৰিছিল, কিছুমানক নানা যন্ত্ৰণা দিছিল। কিছুমান সৰ্পৰ ভয়তেই মৃত্যু হৈছিল। গৰুড়ৰ প্ৰবল পৰাক্ৰমত ভয় খাই সৰ্পৰাজ বাসুকীয়ে ভাবিলে যে যদি প্ৰতাপী গৰুড়পখী সদায় পাতাললৈ আহি সৰ্পকুল এইদৰে বিনষ্ট কৰে তেন্তে এসময়ত গৈ সৰ্পবংশ লুপ্ত হ'ব। গৰুড়পক্ষীৰ লগত মিত্ৰতা স্থাপন কৰাই উচিত হ'ব বুলি ভাবি তেওঁ এদিন গৰুড়ক ক'লে,

"হে পক্ষীৰাজ, তোমাৰ দৈনিক আহাৰৰ কাৰণে এই দক্ষিণ সাগৰ তীৰত প্ৰতিদিনে এটি সৰ্প খোৱাই দিয়া হ'ব। তুমি পাতালত আৰু প্ৰৱেশ কৰিব নালাগে। কাৰণ একেবাৰতে সৰ্পবোৰ মাৰি পেলালে তোমাৰ একো লাভ নহয়।" গৰুড়পক্ষীয়ে ভাবিলে প্ৰস্তাৱটো বেয়া নহয়। তেওঁ সন্মত হ'ল। সেই তেতিয়াৰেপৰা মহামতি গৰুড়ে এই দক্ষিণ সাগৰৰ তীৰত এটিকৈ সৰ্প দৈনিক ভক্ষণ কৰে। নাগৰাজ বাসুকিয়ে পঠিওৱা আৰু গৰুড়পক্ষীয়ে খোৱা সাপৰ হাড়-মূৰেই এই হাড়ৰ দমটোৰ সৃষ্টি কৰিছে।"

সাহস আৰু কৰুণাৰ প্ৰতিমূৰ্তি জীমূতবাহনে গোটেইবোৰ কথা শুনি বৰ বেজাৰ পালে। তেওঁ মিত্ৰবসুক ক'লে, "চোৱা, নাগৰাজ বাসুকিয়ে ক্ষমাৰ অযোগ্য কাম কৰিছে। তেওঁ কাপুৰুষৰ দৰে নিজৰ বংশধৰসকলক নিজহাতেৰে এজন এজনকৈ শত্ৰুৰ হাতত তুলি দিছে। তেওঁৰতো হাজাৰ ফনা, হাজাৰ মুখ। এখন মুখেৰে গৰুড়পক্ষীক তেওঁ কিয় ক'ব নোৱাৰিলে যে মোকেই প্ৰথমে ভক্ষণ কৰা! স্বজাতি এজন এজনকৈ ধ্বংস হোৱাৰ দৃশ্য চাই, নাগপত্নীসকলৰ বিলাপ শুনি তেওঁ শিলৰ মূৰ্তিৰ দৰে অটল হৈ কেৱল চাই আছে। মহামতি গৰুড়পক্ষীৰ কাৰ্যও বা কেনে! তেওঁ কাশ্যপৰ বংশধৰ, তেওঁ নিজে এজন মহাবীৰ, তেওঁ ভগৱান শ্ৰীকৃষ্ণৰ বাহন। তেওঁনো এনে অন্যায় কাম কৰিব লাগেনে? কি বিড়ম্বনা।" জীমূতবাহনে এইদৰে অতি দুখ কৰি মনতে সংকল্প কৰিলে ঃ মোৰ এই তুচ্ছ দেহাটো একো কামত নেলাগিবনে? এজন ভয়ত আতুৰ অসহায় নাগৰ জীৱন ৰক্ষা কৰিবৰ কাৰণে মই নিজকে গৰুড়পক্ষীৰ আহাৰৰূপে উছৰ্গা কৰিম।

এনেতে তেওঁবিলাকক ৰজাই বিচাৰিছে বুলি ক'বলৈ এজন ৰাজভৃত্য অহাত তেওঁৰ লগতে মিত্ৰবসুক ঘৰলৈ পঠিয়াই দি "মই পিছত গৈছো" বুলি জীমূতবাহনে অকলে কথাটো দ'কৈ ভাবিবলৈ ধৰিলে।

ভাবি-চিন্তি এনেকৈ অকলে গৈ থাকোতে পাহাৰৰ শিলৰ দাঁতিত এজন অতি সুন্দৰ ডেকাক বৰ বেজাৰ মনেৰে বহি চকুপানী টুকি থকা হঠাৎ জীমূতবাহনে দেখিবলৈ পালে। ৰাজবিষয়া এজনে আনি সেই সুন্দৰ ল'ৰাজনক পাহাৰৰ দাঁতিত অকলে এৰি দিয়া আৰু ল'ৰাটোক বুকুত সাৱটি বুঢ়ী মানুহ এগৰাকীয়ে ভুকু ভাঙি কান্দি থকাও তেওঁ দেখিলে।

জীমূতবাহনে ইয়াৰ কাৰণ জানিবলৈ উদ্বিগ্ন হ'ল। দুখত পমি গৈ তেওঁ দূৰৰপৰা তেওঁবিলাকৰ কথা-বতৰা শুনিবলৈ ধৰিলে। বুঢ়ী মানুহগৰাকীয়ে ল'ৰাটি বাৰে বাৰে সাৱটি ধৰি বিলাপ কৰি কৰি কান্দি কৈছিল, "বোপাই শংখচূড়, তোৰ এই সোণাময় মুখ মই আৰু ক'ত দেখা পাম। কিমান দুখৰ পিছত মই তোক পাইছিলো। বংশৰ একমাত্ৰ ল'ৰা তই! তোৰ অবিহনে

আমাৰ কি দশা হ'ব! তোৰ এই জোন যেন মুখখন নেদেখি দেউতাৰা শোকত মূৰ্চ্ছা যাব। তোৰ আলফুল গাটোৱে ৰ'দৰ তাপকে সহ্য কৰিব নোৱাৰিছিল। এতিয়া এই হেন ফুলকুমলীয়া গাটোক গৰুড়পক্ষীয়ে চিৰাচিৰ কৰিব। অতবোৰ সাপ থাকোতে তোকনো কেনেকৈ বাসুকিয়ে বিচাৰি পালেগৈ ঐ বোপাই! হায়, হায়, কি দশা হ'ল আমাৰ!" বুঢ়ী মানুহগৰাকীৰ বিলাপত গছৰ পাত সৰিল। পুতেকে মাকক সাৱটি ক'লে, "আই কথাবোৰ কৈ কৈ মোক আৰু বেজাৰ নিদিবা। মোক এয়ে আঁটিছে। তোমাক মই শেষবাৰলৈ কৈছো আই, তুমি ঘৰলৈ যোৱাগৈ। গৰুড়পক্ষী অহাৰ সময় হ'ল।" পুতেকৰ কথা শুনি শোকত বাউলী হৈ কান্দি কান্দি মানুহগৰাকীয়ে আকাশৰ কেউদিশে চাই, আৰ্তনাদ কৰি ক'লে, "মই অসহায়, মই নিৰুপায়। মোৰ ল'ৰাটিক কোনে ৰক্ষা কৰা, কৰা।"

বোধিসত্ত্বৰ অংশ স্বৰূপ জীমূতবাহনে সকলো কথা শুনিলে। সহানুভূতিত, মৰমত তেওঁৰ অন্তৰ গলি গ'ল। "অ' এয়ে তেনেহ'লে বাসুকিয়ে পঠিওৱা শংখচূড় নামৰ সৰ্প। এই গৰাকী তেওঁৰে মাক। আয়ে দেহি, কেনেকৈ কান্দি কান্দি পুতেকৰ পিছে পিছে আহিছে! মই যদি মোৰ এই দেহ ত্যাগ কৰি অসহায় সৰ্পটো বচাব নোৱাৰো মোৰ জীৱনেই অসাৰ্থক।" জীমূতবাহনে এই ভাবি, আনন্দেৰে শংখচূড় আৰু তেওঁৰ মাকৰ ওচৰলৈ আগুৱাই গ'ল আৰু ক'লে, "মাতৃ, তোমাৰ সন্তান মই ৰক্ষা কৰিম।" মানুহগৰাকীয়ে জীমূতবাহনকে গৰুড় বুলি ভাবি ভয়ত ল'ৰাটি সাৱটি ধৰি চিয়ঁৰি উঠিল, "মোকে খোৱা, ইয়াৰ হৈ মোক খোৱা।" শংখচূড়ে মাকক বুজাই ক'লে, আই, এওঁ গৰুড়পক্ষীৰ দৰে হ'ব পাৰে জানো?" জীমূতবাহনে অভয় দি ক'লে, "আই মই এজন বিদ্যাধৰ। তোমাৰ ল'ৰাটিক গৰুড়ৰ মুখৰপৰা ৰক্ষা কৰিবলৈ আহিছো। মই মোৰ গা কাপোৰেৰে ঢাকি ভোকাতুৰ গৰুড়ৰ আগত থিয় দিলে তেওঁ গমেই নাপাব। তোমাৰ ল'ৰাটি লৈ তুমি ঘৰলৈ যোৱাগৈ আই।"

জীমূতবাহনৰ কথা শুনি বুঢ়ী মানুহগৰাকীয়ে লৰালৰিকৈ বাধা দি ক'লে, "সেইটো হ'বই নোৱাৰে বোপাই। মহা বিপদৰ সময়ত আতুৰৰ সময়ত তুমি আমাক সান্ত্বনা দিছাহি। তুমি মোৰ ল'ৰাতকৈও বেছি।" জীমূতবাহনে অনুৰোধ কৰি ক'লে, "নহয় আই, মোক হতাশ নকৰিবা। তোমালোকক কাকুতি কৰিছো, ঘৰলৈ যোৱাগৈ।" জীমূতবাহনৰ নেৰানেপেৰা অনুৰোধ কোনোমতেই এৰাব নোৱাৰি শংখচূড়ে ক'লে, "প্ৰকৃততে তোমাৰ মহৎ হৃদয়ৰ চিন তুমি দেখুৱাইছা। কিন্তু মোৰ সলনি তোমাক মই মৃত্যুৰ মুখলৈ ঠেলি দিব কেতিয়াও নোৱাৰো। সামান্য এটুকুৰা শিল ৰক্ষা কৰিবৰ কাৰণে মানুহে মহামূল্যবান ৰত্ন ত্যাগ কৰেনে? মোৰ দৰে নিজৰ কথা চিন্তা কৰা সামান্য লোকেৰে পৃথিৱী ভৰি আছে; কিন্তু আনৰ কাৰণে জীৱন উছৰ্গা

কৰা লোক পৃথিৱীত কেইজন আছে? তদুপৰি মই মোৰ শংখপাল বংশত তোমাৰ মৃত্যুলৈ আগুৱাই দি কলংক সানিম কেনেকৈ।" তাৰ পিছত শংখচূড়ে মাকক ক'লে, "আই এই দুৰ্গম অৰণ্যত, ভয়াবহ ঠাইত তুমি নাথাকিবা। তুমি যোৱাগৈ। দেখা নাইনে সৰ্পৰ তেজেৰে কৰালমাৰি থকা এই বলিশাল যেন শিলছটা? মৃত্যুৰ ৰাজ্যৰপৰা তুমি যোৱাগৈ আই। মই সাগৰ তীৰলৈ এই মুহূৰ্তে যাওঁ, প্ৰভু গোকৰ্ণক পূজা কৰি গৰুড়পক্ষী অহাৰ আগতে এই ঠাই পামহি।"— এইবুলি শংখচূড়ে মাকৰপৰা বিদায় লৈ সাগৰ তীৰলৈ গ'ল। জীমূতবাহনে সংকল্প স্থিৰ কৰি ল'লে। ইতিমধ্যে প্ৰবল বতাহৰ সোঁ-সোঁৱনিৰ দৰে গছৰ আগ কঁপাই গৰুড়পক্ষী অহাৰ উমান পোৱা গ'ল। মুহূৰ্ততে নিজৰ দেহা উছৰ্গা কৰিবলৈ প্ৰস্তুত হৈ জীমূতবাহন গৈ সেই বলি লোৱা শিলছটাত থিয় হ'লগৈ। তলত তীব্ৰ গৰ্জনেৰে বৈ থকা সমুদ্ৰই যেন এই দুঃসাহসিক কাৰ্য পৰম বিস্ময়েৰে থৰ লাগি লক্ষ্য কৰিলে। ক'লা পাখী দুখনেৰে আকাশ অন্ধকাৰ কৰি উৰি অহা গৰুড়পক্ষীয়ে ছোঁ-মাৰি নামি বলিশালৰ পৰা মুহূৰ্ততে তেওঁক ঠোঁটেৰে দাঙি উৰুৱাই লৈ গ'ল আৰু মলয় পৰ্বতৰ এটা টিং পোৱালেগৈ। গৰুড়পক্ষীৰ তীক্ষ্ণ নখ আৰু ঠোঁটেৰে জোৰেৰে চেপি ধৰি নিয়া কাৰণে জীমূতবাহনৰ মূৰৰ কিৰীটিৰ সকলো মণি-মুক্তা ছিগি পৰিল আৰু গাৰপৰা টোপ্‌টোপ্‌কৈ তেজ বাটে বাটে পৰি গ'ল। মলয়পৰ্বতত খাবলৈ বুলি গৰুড়ে দাঙি লৈ যাওঁতে জীমূতবাহনে ভগৱানক প্ৰাৰ্থনা কৰিলে, "প্ৰভু, মোৰ জীৱন যেন বাৰে বাৰে এনেকৈয়ে লোকৰ উপকাৰৰ কাৰণে উচৰ্গিত হয়। মোক স্বৰ্গসুখ নেলাগে, মোক মুক্তি নেলাগে; কেৱল লাগে পৰক উপকাৰ কৰিব পৰা শক্তি।" জীমূতবাহনৰ এই সুন্দৰ প্ৰাৰ্থনাত স্বৰ্গৰপৰা অজস্ৰ ফুল তেওঁৰ গাত বৰ্ষিত হ'ল।

ইফালে তেজেৰে ৰঙা জীমূতবাহনৰ কিৰীটিৰ মণি-মুক্তা আকাশেদি গৰুড়ে উৰুৱাই নিওঁতে তেওঁৰ পত্নী মলয়াৱতীৰ সমুখতে পৰিল। সেয়া তেওঁৰ স্বামীৰ বাহিৰে যে আনৰ অলংকাৰ নহয় এই কথা মলয়াৱতীয়ে দেখিয়েই ধৰিলে আৰু বিস্ময়ত, শোকত ব্যাকুল হৈ তেওঁৰ শহুৰ-শাহুৱেকক দেখুৱালে। জীমূতকেতু আৰু তেওঁৰ পত্নীয়ে ঘটনা কি হ'ব পাৰে ছিগি পৰা অলংকাৰ দেখিয়েই বুজিলে আৰু লগে লগে ধ্যান কৰি প্ৰকৃত ঘটনা জানি বোৱাৰীয়েকক লগত লৈ গৰুড় আৰু জীমূতবাহন থকা ঠাইলৈ যাত্ৰা কৰিলে। ইতিমধ্যে গোকৰ্ণক পূজা কৰি শংখচূড় ঘূৰি আহি বলিশালত তেজ দেখি শোকত উৱাউল হ'ল। "মই কি কৰিলো! মোৰ দৰে পাপী আৰু নাই। নিশ্চয় সেই মহান পুৰুষজনে মোক ৰক্ষা কৰিবলৈ নিজৰ শৰীৰ গৰুড়ক দান কৰিলে। মুহূৰ্ততে গৰুড়পক্ষীয়ে তেওঁক ক'লৈ লৈ গ'ল মই বিচাৰি উলিয়াবই লাগিব। তেওঁক জীয়াই থকা যদি দেখা নাপাওঁ, অপমানৰ সাগৰত

মই ডুবি মৰিব লাগিব।”— এইবুলি বলিয়াৰ দৰে হৈ তেওঁ টপ্‌টপ্‌কৈ তেজ পৰি থকা বাটে বাটে যাবলৈ ধৰিলে।

ইপালে গৰুড়ে জীমূতবাহনক গ্ৰাস কৰিবলৈ ধৰি দেখিলে যে বলিয়ে দেখোন তেওঁৰ ফালে চাই হাঁহি আছে। ই কি কথা! গৰুড় স্তব্ধ হ'ল, “এই নিশ্চয় কোনোবা অতুলনীয় বীৰ। মোৰ গ্ৰাসত পৰিও তেওঁৰ ভয়ত মৃত্যু হোৱা নাই, বৰং তেওঁ আনন্দ মনেৰে, উজ্জ্বল মুখেৰে মোলৈ চাই আছে। যেন মই তেওঁৰ পৰম উপকাৰী বন্ধু! এওঁ কেতিয়াও সৰ্প হ'ব নোৱাৰে। এওঁ নিশ্চয় কোনোবা সাধু পুৰুষ। এওঁ সুধিয়ে চোৱা যাওক।” এই ভাবি গৰুড়ে সুধিব খোজোতেই জীমূতবাহনে ক'লে, “পক্ষীৰাজ ৰৈছা কিয়? মোৰ শৰীৰতো তেজ-মঙহ আছে। খোৱা, খাই তৃপ্ত হোৱা।” গৰুড় আৰু আচৰিত হ'ল। তেওঁ লৰালৰিকৈ ক'লে, “তুমি মহান পুৰুষ। তুমি কেতিয়াও সৰ্প হ'ব নোৱাৰা। তুমি কোন মোক ক'ব লাগিব।” কিন্তু জীমূতবাহনে সঁচা উত্তৰ দিব নুখুজিলে। তেওঁ গৰুড়ক ক'লে, “মই যে এজন নাগ তাত কোনো সন্দেহ নাই; কিন্তু তুমি এনেকৈ প্ৰশ্ন কৰিছা কিয়? তোমাৰ কৰ্তব্য তুমি কৰি যোৱা।”

ঠিক সেই মুহূৰ্ততে শংখচূড় উপস্থিত হ'ল আৰু গৰুড়ক চিঞঁৰি ক'লে, “বিনতাপুত্ৰ গৰুড়, ক্ষান্ত হোৱা, মহাপাপ কৰি নেপেলাবা। তোমাৰ ভ্ৰম হৈছে। তেওঁ সৰ্প নহয়। তোমাৰ কাৰণে বাসুকিয়ে পঠিওৱা সৰ্প মইহে।” এই বুলি কৈ কৈ গৰুড় আৰু জীমূতবাহনৰ মাজত আহি শংখচূড় উপস্থিত হ'লহি। গৰুড়ক বিবুধি হোৱা যেন দেখি শংখচূড়ে আকৌ ক'লে, “তুমি কিয় পেপুৱা লাগিছা? তুমি মোৰ এই ফনা দেখা নাই? তুমি মোৰ এই দুখন জিভা দেখা নাই? তুমি এই বিদ্যাধৰৰ অনুপম চেহেৰা দেখা পোৱা নাই?” শংখচূড়ে এনেকৈ কৈ থাকোতেই জীমূতবাহনৰ পিতৃ-মাতৃ, পত্নী আদি সকলো বেগেৰে আহি সেই ঠাইত উপস্থিত হৈ জীমূতবাহনক অচেতন আৰু ক্ষত-বিক্ষত অৱস্থাত পৰি থকা দেখি ব্যাকুল হৈ কান্দিবলৈ ধৰিলে, “পুত্ৰ জীমূতবাহন, তুমি আমাক এৰি থৈ আনৰ কাৰণে প্ৰাণ দিলা! তোমাক আৰু এই জন্মত দেখা নাপাওঁ। বিনতা পুত্ৰ গৰুড়, তুমি এই অবিবেচনাৰ কাম কেনেকৈ কৰিলা?” এই কথা শুনি গৰুড় শোকত জৰ্জৰিত হ'ল। দুখত হিয়া ঢাকুৰি কান্দি তেওঁ ক'লে, “সঁচাকৈয়ে মই কি বোধিসত্ত্বৰ অংশ জীমূতবাহনৰ জীৱনৰ ওৰ পেলালো? মোৰ কি মহাভ্ৰম হ'ল! তিনিও ত্ৰৈলোক্যত যশস্যা বিয়পি থকা পৰম দয়ালু জীমূতবাহনক মই চিনি নেপালো! হে হৰি মই কি কৰিলো! তেওঁৰ যেতিয়া জীৱন মই ধ্বংস কৰিলো মোৰো অগ্নিত জঁপ দিয়াৰ সময় আহিল। অন্যায় বিষবৃক্ষৰ গুটি জানো কেতিয়াবা মিঠা হয়?” গৰুড়ে এইবুলি আত্মগ্লানিত জৰ্জৰিত হৈ থাকোতেই নিজৰ পৰিয়ালক এবাৰ চাই লৈ ক্ষত-বিক্ষত জীমূতবাহনে প্ৰাণত্যাগ কৰিলে।

পিতৃ-মাতৃয়ে অসহ্য শোকত হিয়াধুনি কান্দিবলৈ ধৰিলে আৰু শংখচূড়ে নিজক নিজে ধিক্কাৰ দিবলৈ ধৰিলে। কিন্তু জীমূতবাহনৰ পত্নী মলয়াৱতীয়ে আকাশলৈ চাই দেৱী অম্বিকাক কাতৰভাৱে প্ৰাৰ্থনা কৰি ক'লে, "হে মাতৃ ভগৱতী, তুমি মোৰ বিবাহৰ আগৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ বৰ দিছিলা যে মোৰ স্বামীয়ে বিদ্যাধৰসকলৰ ওপৰত ৰাজধিৰাজ হৈ ৰাজত্ব কৰিব। এতিয়া তেন্তে এই অৱস্থা কিয় কৰিলা? তোমাৰ বৰ মিছা প্ৰমাণিত হ'ল কিয়?" মহামায়া দুৰ্গা সেই প্ৰাৰ্থনা শুনি সেই ঠাইত আৱিৰ্ভাৱ হৈ ক'লে, "তুমি মোৰ পৰম ভক্তা। তোমাৰ প্ৰাৰ্থনা অথলে নাযায়। মোৰ বৰো মিছা নহয়।" এইবুলি দেৱীয়ে জীমূতবাহনৰ মৃত শৰীৰত অমৃত জল ছটিয়াই দিলে। জীমূতবাহন পুনৰ জী উঠিল। দেৱী ভগৱতীয়ে জীমূতবাহনৰ এনে অপূৰ্ব পৰোপৰকাৰৰ নিদৰ্শনত পৰম সন্তুষ্ট হৈ তেওঁক বিদ্যাধৰসকলৰ ওপৰত এক কল্প জুৰি ৰাজাধিৰাজ হ'বলৈ আশীৰ্বাদ দিলে! দেৱীক কৰযোৰে আটায়ে বন্দনা কৰিলে আৰু লগে লগে আকাশৰপৰা পুষ্পবৰ্ষণ হ'ল।

গৰুড়েও মূৰ দোঁৱাই জীমূতবাহনৰ অতুলনীয় কাৰ্য শতমুখে প্ৰশংসা কৰিলে আৰু তেওঁৰপৰা বৰ মাগিবলৈ জীমূতবাহনক অনুৰোধ কৰিলে। জীমূতবাহনে ক'লে, "মোক একো বৰ নেলাগে। তুমি কেৱল সৰ্পকুল ধ্বংস কৰাৰপৰা বিৰত হোৱা আৰু যিবোৰ সৰ্পৰ হাড়বোৰ পৰি আছে সেইবোৰত জীৱ দান দিয়া।"

গৰুড়পক্ষী আনন্দেৰে সন্মত হ'ল আৰু পূৰ্বে ভক্ষণ কৰা সকলো সৰ্পৰে জীৱ দান দিলে। মলয় পৰ্বতত জয় জয় ধ্বনি নিনাদিত হ'ল। বিদ্যাধৰসকলে আহি জীমূতবাহনৰ দুঃসাহসিক কাৰ্য আৰু পৰোপকাৰৰ কাৰণে অভিনন্দন জনাই তেওঁক তেওঁবিলাকৰ একচ্ছত্ৰী ৰজা পাতিলে। স্বয়ং দেৱী গৌৰীয়ে জীমূতবাহনক জয়ৰ মুকুট বিন্ধালে। জীমূতবাহনৰ পিতৃ-মাতৃ, বন্ধু-বান্ধৱ, পত্নী, শহুৰ-শাহু আটায়ে পৰম হৰষিত হ'ল। জীমূতবাহনৰ কীৰ্তি যুগে যুগে অমৰ হৈ ৰ'ল।

## অবিবেচনাৰ ফল

ৰজা ত্ৰিবিক্ৰমসেনে বেতালক অশোক গছৰপৰা আকৌ বিচাৰি আনি কান্ধত তুলি লৈ আহিল। বাটত বেতালে এইবাৰ এই কাহিনীটো ৰজাক ক'বলৈ ধৰিলে ঃ

কুসুমপুৰ নগৰত ধৰণীবৰাহ নামে এজন ৰজাই এসময়ত ৰাজত্ব কৰিছিল। তেওঁৰ ৰাজ্যৰ ব্ৰহ্মস্থল নামে ঠাইত বিষ্ণুস্বামী নামৰ ব্ৰাহ্মণ এজন আছিল। ব্ৰাহ্মণজনৰ চাৰিটি পুত্ৰ। তেওঁবিলাক লাহে লাহে ডাঙৰ হৈ আহিল। বেদ-শাস্ত্ৰত পাৰ্গত হৈ উঠা সময়তে তেওঁবিলাকৰ পিতাক আৰু মাক দুয়োৰে একে সময়তেই পৰলোকপ্ৰাপ্তি হ'ল।

পিতৃ-মাতৃৰ বিয়োগ ঘটাত ল'ৰা চাৰিজন অনাথ হ'ল। সম্বন্ধীয়া মানুহবোৰে তেওঁবিলাকৰ সা-সম্পত্তিও কাঢ়ি ল'লে। খুৱাওঁতা, পিন্ধাওঁতা বা চাওঁতা কোনো নোহোৱাত ল'ৰা চাৰিজনে যজ্ঞস্থল নামে ঠাইত থকা মাকৰ ফালৰ ককাদেউতাকৰ ঘৰলৈকে যোৱা ভাল হ'ব বুলি ভাবি তালৈকে ওলাল। বাটত খুজি-মাগি খাই গৈ গৈ তেওঁবিলাক কোনোমতে এদিন ককাদেউতাৰ ঘৰ ওলালগৈ। ককাদেউতাকৰো ইতিমধ্যে মৃত্যু হোৱাত মোমায়েকেই তেওঁবিলাকক থাকিবলৈ আশ্ৰয় দি খুওৱা-পিন্ধোৱাৰ ভাৰ ল'লে। মোমায়েকৰ ঘৰতে ল'ৰাকেইটিয়ে অন্য শাস্ত্ৰ আদিও অধ্যয়ন কৰিবলৈ ধৰিলে। এনেকৈয়ে বহুত বছৰ গ'ল। সদায় চাৰিজনকৈ ল'ৰাজক বহুৱাই-খুৱাই মোমায়েকৰো লাহে লাহে আমনি লাগিবলৈ ধৰিলে। 'সিহঁতে নিজে আৰ্জি নিজে খাওক' বুলি মোমায়েকে মনতে ভাবি লাহে লাহে তেওঁবিলাকক পোহ-পাল দিবলৈ এৰি দিলে।

আপোন পৰিয়ালবিলাকৰ ব্যৱহাৰত ল'ৰাকেইজনৰ মনত দুখ লাগিল। এদিন চাৰিও ককাই-ভায়ে মনে মনে আলচ কৰোঁতে ডাঙৰজনে ক'লে, "আমি কি কৰো বাৰু! দুৰ্ভাগ্যই লগ দিলে মানুহৰ অৱস্থা এনেকুৱাই হয়। ক'তো কোনো ঠাইতে সুখ নহয়। আজি মনৰ দুখতে অনাই-বনাই ইফালে-সিফালে ঘূৰি ফুৰোতে শ্মশান এখন পালোগৈ। তাতে মানুহ এজন মৰি পৰি থকা দেখিলো। হাত-ভৰি তেনেই অসাৰ। সংসাৰৰ জ্বালাৰ পৰা মুক্ত হৈ মানুহটো যেন পৰম শান্তিতহে শুই আছে এনে লাগিল দেখি। মৃত্যুৰেই শান্তি বুলি ভাবি মই ভাবিলো ময়ো মৰি থাকো। তাকে ভাবি গছত ৰচি এডাল আঁৰি তাতে খোৰোচা লগাই মৰো বুলি ঠিক কৰিলো। পিছে প্ৰাণ নগ'ল। ডিঙিতহে ভালকৈ দুখ পালো। এনেতে এজন বুঢ়া মানুহ আহি মোৰ এই অপকৰ্ম দেখি ভালকৈয়ে এজাউৰি গালি দিলে। তেওঁ ক'লে, "তুমি ইমান জ্ঞানী হৈ, ইমান শাস্ত্ৰ পঢ়িও এনে অপকৰ্ম কৰিবলৈ আগবাঢ়িব পোৱানে? তুমি নাজানানে আত্মহত্যা মহাপাপ! ভাল কাম কৰিলেহে আনন্দ পোৱা যায়। বেয়া কাম কৰিলে সদায় যন্ত্ৰণা, সদায় দুখ। তোমাৰ যদি দুখৰপৰা অশান্তি হৈছে, তুমি ভাল কাম কিবা কৰা। তেহে মনলৈ আনন্দ আহিব। জনা-শুনা মানুহ হৈ, আত্মহত্যা কৰি নৰকত পঁচি মৰিবলৈ ওলাইছিলা কিয়?" এইবুলি নানা কথাৰে মোক ভৰ্ৎসনা কৰি আৰু উপদেশ দি তেওঁ গ'লগৈ। সেইদেখি চোৱা, ভাগ্য বিৰূপ থাকিলে আনকি মৰো বুলিও মৰিব নোৱাৰি।"

ডাঙৰ ককায়েকৰ হতাশাভৰা কথা শুনি আটাইতকৈ সৰুজনে মাত লগালে, "তুমি দুখীয়া হ'লা বুলিয়েই শোকত এনেকৈ মন ভাঙিব লাগেনে? ধনীবোৰেনো কেইকাল খায়? শৰত কালৰ আকাশত উৰি ফুৰা মেঘবদৰে ধন-সম্পত্তিও ক্ষণস্থায়ী। সৌভাগ্য আৰু চঞ্চল তিৰোতা একে বস্তু। অতি যত্নেৰে ৰাখিলেও কোন ফাঁকেদি সৰকি যায় ধৰিব নোৱাৰি। সেই কাৰণে জ্ঞানী

মানুহে প্ৰাণ-পণে পৰিশ্ৰম কৰি এনে কাম কৰে যি চিৰদিন স্থায়ী হয়। সেই কামে মনটোকো আনন্দত উৎফুল্ল কৰি ৰাখে।" ভায়েকৰ কথা শুনি ককায়েকৰ চেতনা আহিল। কি ভাল কৰিব পাৰি এই বিষয়ে তেওঁবিলাকে আকৌ গভীৰভাৱে আলোচনা কৰিলে আৰু কোনো বিশিষ্ট বিদ্যা অধ্যয়ন কৰাই ভাল হ'ব বুলি তেওঁবিলাকে ঠিক কৰিলে। এটা নিৰ্দিষ্ট সময়ত, নিৰ্দিষ্ট ঠাইত তেওঁবিলাক লগ লাগিব বুলি ইজনে সিজনক কৈ চাৰিও ককাই-ভায়ে পূৱে-পশ্চিমে, উত্তৰে-দক্ষিণে যাত্ৰা কৰিলে।

সেইমতে নিৰ্দিষ্ট ঠাইত, নিৰ্দিষ্ট সময়ত তেওঁবিলাক চাৰিজনে পুনৰ লগ লাগিল আৰু কোনে কি কি শিকি আহিল প্ৰত্যেকেই প্ৰত্যেকক সুধিলে। তাৰে এজনে ক'লে, "মই এটা গোপন বিদ্যা শিকিলো। যিকোনো মৰা জন্তুৰে হাড় এডাল পালেই মুহূৰ্ততে মই সেই জন্তুটোৰ মাংস হাড়ডালত সৃষ্টি কৰিব পাৰো।" তেতিয়া তৃতীয়জনে ক'লে, "জন্তুটোৰ মাংস, ছাল আৰু নোম হোৱাৰ পিছত সেই জন্তুৰ সকলো অঙ্গ-প্ৰত্যঙ্গ মই সৃষ্টি কৰি দিব পৰা যাদু শিকি আহিছো।" চতুৰ্থজনে ক'লে, "জন্তুটোৰ অঙ্গ- প্ৰত্যঙ্গ হৈ যোৱাৰ পিছত মই তাৰ দেহত প্ৰাণ সঞ্চাৰ কৰিব পৰা মন্ত্ৰ জানো।"

এইদৰে নিজৰ নিজৰ বিদ্যা শিক্ষাৰ কথা কৈ চাৰিও ককাই-ভায়ে যাদুবিদ্যাখিনি প্ৰমাণ কৰি দেখুৱাবৰ কাৰণে অৰণ্যত এডোখৰ হাড় বিচাৰিলে। সঁচাকৈয়ে হাবিৰ মাজত সিংহৰ হাড় এটুকুৰা পোৱাও গ'ল। কোন জন্তুৰ হাড় তেওঁবিলাকে কোনেও অৱশ্যে চিনি নেপালে। হাড়ডোখৰ পায়েই এজনে মন্ত্ৰৰ বলেৰে তাত মাংস দিলে, এজনে ছাল আৰু নোম দিলে, এজনে অঙ্গ-প্ৰত্যঙ্গবোৰ জোৰা লগাই জন্তুটো থিয় কৰিলে আৰু চতুৰ্থজনে তাত লগে লগে প্ৰাণ সঞ্চাৰ কৰি দিলে। মুহূৰ্ততে জন্তুটো এটা ভয়ঙ্কৰ সিংহ হৈ প্ৰাণ পাই উঠিল আৰু ভীষণ গৰ্জন কৰি চাৰিওজনকে মুহূৰ্ততে নখেৰে চিৰাচিৰ কৰি ফালি খাই পেলালে।

চাৰিও ককাই-ভাই আৰু সিংহৰ এই কাহিনীটো বেতালে ৰজা ত্ৰিবিক্ৰমসেনক কৈ প্ৰশ্ন কৰিলে, "মহাৰাজ, এতিয়া কওক, এই চাৰিজন ককাই-ভাইৰ ভিতৰত কোনজন আটাইতকৈ বেছি মূৰ্খ? কোনজন আটাইতকৈ বেছি দোষী?" বেতালৰ প্ৰশ্ন শুনি ৰজাই উত্তৰ দিলে, "যিজনে সিংহটোৰ জীৱ দান কৰিলে তেৱেঁই সকলোতকৈ বেছি দোষী। কাৰণ কি জীৱই ৰূপ ল'ব এই কথা নজনাকৈ বাকীকেজনে মাংস, ছাল আৰু নোম যাদুবিদ্যাৰ বলেৰে সৃষ্টি কৰিছিল। কিন্তু জন্তুটোৱে সিংহৰূপে গঢ় লোৱাৰ পিছত জীৱ দান কৰিব নালাগিছিল। আগৰকেইজনৰ হ'ল অজ্ঞতা আৰু শেষৰজনৰ হ'ল অবিবেচনা বা মূৰ্খামি। নিজৰ বিদ্যা-কৌশলৰ নমুনা

দেখুৱাবলৈকে তেওঁ নৰখাদকৰ জীৱ-দান কৰি আটাইকে মৃত্যুৰ মুখত পেলালে। বিদ্যা জানিলেও অপাত্ৰত দান কৰিব নেপায়।"

ৰজাৰ কথা শুনি বেতাল তৎমুহূৰ্ত্ততে ৰজাৰ কান্ধৰ পৰা নাইকিয়া হ'ল আৰু গৈ গভীৰ অৰণ্যৰ অশোক গছৰ ডালত ওলমি ৰ'লগৈ। ৰজাই তেওঁক বিচাৰি আকৌ পিছে পিছে গৈ থাকিল।

## আলসুৱা ৰাণীৰ কাহিনী

ৰজা ত্ৰিবিক্ৰমসেনে অশোক গছৰ ডালত গৈ ওলমি থকা বেতালক বিচাৰি উলিয়াই আকৌ কান্ধত তুলি ল'লে আৰু যাবলৈ ধৰিলে। যাওঁতে বেতালে অন্য এটা মনোৰম সাধু ৰজাক ক'বলৈ আৰম্ভ কৰিলে ঃ

এসময়ত উজ্জয়িনীত ধৰ্মধ্বজ নামেৰে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ তিনিগৰাকী বৰ মৰমৰ ৰাণী আছিল। ৰাণী তিনিগৰাকী আছিল ৰজাৰ জীয়ৰী আৰু অতি আলসুৱা। প্ৰথম গৰাকীৰ নাম ইন্দুলেখা, দ্বিতীয় গৰাকীৰ নাম তাৰাৱলী আৰু তৃতীয় গৰাকীৰ নাম হ'ল মৃগাংকৱতী। ৰজা বৰ প্ৰতাপী আছিল। সকলো শত্ৰুকে তেওঁ যুদ্ধত পৰাস্ত কৰি পৰম শান্তিৰে ৰাজ্য চলাইছিল।

বসন্ত কালত সেই দেশত সদায় ফুলৰ উৎসৱ হয়। এবাৰ তেনে উৎসৱৰ দিনত ৰজাই তিনিওগৰাকী ৰাণী লগত লৈ প্ৰমোদ কাননত বহি উৎসৱ চাই আছিল। কুলিৰ মৌ-বৰষা মাত, ফুলৰ ৰং আৰু সুৰভিৰে ৰাজ-উদ্যান অপৰূপ হৈ উঠিছিল। আটায়ে হাঁহি-মাতি আনন্দত মগ্ন হৈ থাকোতেই ৰাণী ইন্দুমতীৰ কাণত পিন্ধা নীলা পদুম এপাহি খহি আহি তেওঁৰ কোলাত পৰিল আৰু লগে লগে ইন্দুমতীয়ে যন্ত্ৰণাত চিঞৰি উঠি অচেতন হৈ পৰিল। হঠাতে এনে এক অভাৱনীয় কাণ্ড ঘটাত আটায়ে বিচূৰ্তি খালে আৰু হুৱা-দুৱা লাগিল। ৰাণীৰ সখীসকলে ৰাণীৰ জাপখোৱা চকুত চেঁচা পানী বাৰে বাৰে ছটিয়ালে, মূৰত তেল আৰু পানী দিলে, চেঁচা পৰি যোৱা ভৰিত গৰম সেক দি নানান যত্ন কৰিলে। ইতিমধ্যে ৰাজবৈদ্য আহি চাই ফুলপাহ পৰা ঠাঁই ক'লা হৈ ফুলি উঠা দেখি তাত ঔষধ আৰু পৰিষ্কাৰ কাপোৰেৰে পাটি বান্ধি দিলে। ৰাণীক ৰাজপ্ৰাসাদলৈ দাঙি নি, বিছনাত শুৱাই দি পৰিচাৰকসকলে বহুত শুশ্ৰূষা কৰাৰ পিছত জানিবা ৰাণী লাহে লাহে সুস্থ হ'বলৈ ধৰিলে। ৰজাৰ মুখলৈ তেতিয়াহে পানী আহিল।

ৰাণীক ভালদৰে অহা দেখি ৰজাই নিশা অলপ বিশ্ৰাম ল'বলৈ বুলি কাৰেঙৰ অন্য এক কোঠাত শয্যাত পৰিল। জোনৰ ৰূপালী জোনাকে টৌৱাই থকা এটা ধুনীয়া কোঠাত ৰজাৰ দ্বিতীয়গৰাকী ৰাণী শুই আছিল। পাতল কাপোৰ পিন্ধি শুই থকা দীপ্-লিপ্ ৰাণীৰ লৱণু-কোমল গাত খিৰিকিৰ সুৰুঙাৰে আহি জোনৰ কিৰণ পৰিছিল। ৰাণীয়ে হঠাতে উচাপ খাই সাৰ পালে আৰু "পুৰিলে, পুৰিলে" বুলি যন্ত্ৰণাত কান্দিবলৈ ধৰিলে। ৰাণীৰ আতুৰ কান্দোনত ৰজাই সাৰ পাই 'কি হ'ল' বুলি গৈ দেখে সঁচাকৈয়ে ৰাণীৰ গাৰ ঠায়ে ঠায়ে জুয়ে পোৰা চিন। কেনেকৈ এই অৱস্থা ঘটিবলৈ পালে বুলি ৰজাই আচৰিত হৈ প্ৰশ্ন কৰাত ৰাণীয়ে ক'লে যে খিৰিকিৰ সুৰুঙাৰে অহা জোনাক তেওঁৰ গাত পৰোতেই এনেকুৱাকৈ তেওঁৰ শৰীৰ দগ্ধ হ'ল। কথাখিনি কৈয়ে ৰাণীয়ে দুখত কান্দিবলৈ ধৰিলে। ৰজাই বিতত হৈ পৰিচাৰকক পঠিয়াই ৰাজ-বৈদ্যক ততাতৈয়াকৈ মাতি পঠিয়ালে। গোটেই কাৰেঙত হুলস্থূল লাগিল। সখীয়েকসকলে পদুম-পাপৰিৰে ৰাণীৰ কাৰণে শয্যা প্ৰস্তুত কৰিলে, ৰাণীৰ জুয়ে পোৰা দেহত চন্দন লেপন কৰি দিলে আৰু অনেক যত্ন ল'লে। বহুত শুশ্ৰূষাৰ অন্তত ৰাণীৰ যন্ত্ৰণাৰ লাহে লাহে উপশম হ'ল আৰু সুন্দৰকৈ ৰাণী টোপনি গ'ল।

ঠিক এনেতেই আৰু এক দুৰ্ঘটনা ঘটিল। মাজুৰাণীৰ আকস্মিক দুৰ্ঘটনাৰ বিষয়ে গম পাই সৰুৰাণী মৃগাংকৱতীয়ে নিজৰ কাৰেঙৰপৰা ওলাই আহোঁতেই দূৰত কাৰোবাৰ ঘৰৰ পৰা অহা ঢেঁকীৰ মাত শুনিবলৈ পালে আৰু লগে লগেই "অস, মৰিলো" বুলি মাজবাটতেই পৰি গৈ মূৰ্চ্ছা গ'ল। জ্ঞান হেৰুওৱা ৰাণীক সখীয়েকসকলে দাঙি তেওঁৰ কাৰেঙলৈ নি শয্যাত শুৱাই দিলে। যন্ত্ৰণা কাতৰ ৰাণীৰ অৱস্থা দেখি সখীয়েকসকলে কান্দিবলৈ ধৰিলে আৰু ৰাণীক ভালকৈ চাওঁতে দেখিলে যে ৰাণীৰ দুয়োখন হাত আঘাতত থেতেলা খাই নীলা পৰি গৈছে, যেন মেল খাই থকা পদুমত এশাৰী ক'লা ভোমোৰাহে পৰি আছে। তেওঁবিলাকে লৰালৰিকৈ ৰজাৰ ওচৰলৈ গ'ল আৰু সকলো কথা ক'লেগৈ। ৰজা ধৰ্মধ্বজৰ শুনি অন্তৰ ভাগি গ'ল। তেওঁ সৰুৰাণীৰ ওচৰত গৈ কেনেকৈ কি হ'ল মৰমেৰে সুধিলে। ৰাণীয়ে আঘাত পাই ক'লা পৰি যোৱা হাত দুখন দেখুৱাই ক'লে যে দূৰণিৰপৰা অহা ঢেঁকীৰ মাত শুনাৰ লগে লগেই তেওঁৰ হাতৰ ওপৰত ঢেঁকীৰ চাব পৰা যেন পালে আৰু তেতিয়াই দুয়োখন হাত থেতেলি গ'ল। ৰজাৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল। ৰাজবৈদ্যক তেওঁ মতাই আনিলে, বিবিধ ঔষধ ৰাজবৈদ্যই ৰাণীৰ হাতত প্ৰয়োগ কৰিলে, ৰজাই নিজে ৰাণীৰ হাতত সুগন্ধি ঔষধ মালিচ কৰি দিলে, ভয়ত, যন্ত্ৰণাত বিবৰ্ণ হোৱা ৰাণীৰ মুখ সখীয়েকসকলে চন্দনৰ পানীৰে মচি দিলে। লাহে লাহে ৰাণী ভালদৰে আহিল।

ৰজাই ভাবিলে, "কি ভাগ্যৰ ফেৰ! এনে দিনৰ ভিতৰতে বৰৰাণীৰ ফুলপাহতেই আঘাত গালি ভৰি ক'লা পৰিল, মাজুৰাণীৰ গা জোনাকেই ডেই-পুৰি নিলে, আকৌ দূৰৰ ঢেঁকীৰ মাততেই সৰুৰাণীৰ হাত থেকেচি ভঙাৰ দৰে হ'ল। এনেকুৱা আলসুৱা দেহানো ৰাণীৰ হ'ব লাগেনে!"— এইদৰে চিন্তা কৰি সেই ৰাতিৰ শেষৰ প্ৰহৰকেইটা ৰজাই অন্তেষপুৰতে ইফাল-সিফাল কৰি কটালে। দুখৰ ৰাতিৰ এপৰেই সহস্ৰ পৰ যেন লাগে, যেন নাযায় নুপুৱায়। ৰজাৰো তেনে লাগিল। পিছদিনা ৰাণী তিনিওগৰাকী সুস্থ হৈ পৰাতহে ৰজাই শান্তি পালে।

সাধুটো কৈ বেতালে ৰজাক প্ৰশ্ন কৰিলে, "মহাৰাজ, এতিয়া কওক, তিনিওগৰাকীৰ ভিতৰত কোন গৰাকী বেছি আলসুৱা? জানি-শুনিও আপুনি উত্তৰ নিদিলে, পূৰ্বে কোৱা মোৰ অভিশাপ আপোনাৰ গাত লাগিব।"

ৰজাই উত্তৰ দিলে, "তিনিও ৰাণীৰ ভিতৰত ঢেঁকীৰ মাততে হাত ভগা ৰাণীগৰাকীয়েই সকলোতকৈ বেছি আলসুৱা। কাৰণ মাতটোৱে তেওঁক স্পৰ্শকে কৰা নাছিল। কেৱল তেওঁ শুনিছিলহে। ই কেইগৰাকী ৰাণীৰ গাত পদুম ফুলপাহ বা জোনৰ কিৰণৰ আলফুলকৈ হ'লেও স্পৰ্শ পৰিছিল।

ৰজাৰ উত্তৰ শুনি বেতাল ৰজাৰ কান্ধৰপৰা আকৌ অদৃশ্য হ'ল আৰু নিজৰ ঠাই পালেগৈ। ৰজাই বেতালক পুনৰ বিচাৰি যাব লগা হ'ল।

## ৰজা চন্দ্ৰাবলোক, ব্ৰহ্মদৈত্য আৰু ব্ৰাহ্মণ পুত্ৰ

ৰজা ত্ৰিবিক্ৰমসেনে বেতালক অশোক গছৰপৰা নমাই কান্ধত তুলি লৈ যাওঁতে বেতালে ৰজাক ক'লে, "মহাৰাজ, আপুনি সুখেৰে ৰাতিটো কটাওকগৈ, কিয় কষ্ট কৰিছে? আপুনি যেতিয়া জিদ্ ধৰিছেই বাট চমু চাপিবলৈ সাধু এটাকে কওঁ ঃ

এসময়ত চিত্ৰকুট নামে এখন বৰ বিতোপন ঠাই আছিল। তাতে চন্দ্ৰালোক নামে এজন বৰ বিক্ৰমশালী ৰজাই ৰাজত্ব কৰিছিল। তেওঁ গুণত বিনয়ী, বুদ্ধিত প্ৰখৰ আৰু সাহসত অদ্বিতীয় আছিল। সকলো গুণী-জ্ঞানীয়ে তেওঁৰ প্ৰশংসা একমুখে কৰিছিল। পিছে তেওঁৰ মনতহে সদায় এটা বৰ ডাঙৰ দুখ। সেয়া হৈছে তেওঁৰ উপযুক্ত এগৰাকী কুঁৱৰী ওলোৱা নাই।

এদিন ৰজাই তেওঁৰ লগৰীয়া আৰু পাৰিষদসকলৰ সৈতে মৃগয়া কৰিবলৈ এখন ডাঙৰ অৰণ্যলৈ গ'ল। ভাবিলে, কিজানিবা মৃগয়ালৈ গ'লে মনটো ভালেই লাগে! চিকাৰলৈ গৈ ৰজাই

ভয়ংকৰ সিংহ, বনৰীয়া ভাগ, বিৰাট ভালুক, তীৰবেগে যোৱা হৰিণ আদি একো একোপাত শৰেৰেই ধৰাশায়ী কৰিলে। বনৰীয়া হাঁহো জাকে জাকে তেওঁৰ কাঁড়ত পৰিল। চিকাৰ কৰোতে কৰোতে বেলি পৰি আহিল। তথাপি ৰজাৰ ভাগৰ নালাগিল। ৰজাই তেওঁৰ তজবজীয়া ঘোঁৰা চেকুৰাই চেকুৰাই ক্ৰমান্বয়ে অৰণ্যৰ ভিতৰলৈ যাবলৈ ধৰিলে আৰু নিমিষতে দহ যোজনতকৈয়ো বেছি গৈ তেওঁ অগাধ অৰণ্যত প্ৰৱেশ কৰিলে।

সন্ধ্যা হ'ল। লাহে লাহে হ'ল গভীৰ ৰাতি। অৰণ্যলৈ নামি আহিল ভয়াবহ অন্ধকাৰ। গভীৰ অৰণ্যত বাট হেৰুৱাই, লগৰ লগৰীয়া হেৰুৱাই, ক্লান্ত ৰজা এইবাৰ ঘোঁৰাৰপৰা নামি। কি কৰিব একো ঠিক কৰিব নোৱাৰি ৰজাই ৰাতিটো গছৰ তলতে ইষ্টদেৱতাক স্মৰণ কৰি কটাবলৈ ঠিক কৰিলে।

পিছদিনা অৰণ্যৰ চৰাইৰ মিঠা কাকলিত ৰজাৰ টোপনি ভাগিল। তেওঁ ইফালে-সিফালে চাই দেখিলে ওচৰতে এখন সুন্দৰ ডাঙৰ সৰোবৰ আছে। ৰজা সৰোবৰৰ কাষ চাপি গ'ল। সৰোবৰত কি যে ধুনীয়া ধুনীয়া পদুম! বতাহত পদুমবোৰে হালিজালি ৰজাক যেন কাষলৈহে মাতিছে। ঘোঁৰাটো গছ এজোপাৰ তলতে বান্ধি ৰজাই সৰোবৰলৈ নামি গৈ তাতে স্নান কৰিলে, আঁজলি পাতি সৰোবৰৰ পানী খালে আৰু ঘোঁৰাটোৰ মুখৰ আগতো ঘাঁহ আৰু পানী দিলে। অৰণ্যৰ প্ৰাণ জুৰোৱা পৰিবেশত ৰজাৰ মনলৈ নতুন আনন্দ আহিল। অৰণ্যত ৰজাই ইটো-সিটো চাওঁতে চাওঁতে অশোক গছ এজোপাৰ তলত অপূৰ্ব সুন্দৰী যুৱতী এগৰাকী দেখা পালে। তেওঁ সেই অৰণ্যত থকা আশ্ৰমৰ ঋষিৰেই কন্যা। পিন্ধনত তেওঁৰ গছৰ বাকলি। ডিঙি, কাণ আৰু হাতত তেওঁৰ ফুলৰ মালা, বন-কন্যাৰ দৰে বন্ধা তেওঁৰ চুলি। কি যে অপৰূপ তেওঁৰ সৌন্দৰ্য! ৰজাই দেখিয়েই মুগ্ধ হ'ল। তেওঁ ভাবিবলৈ ধৰিলে, "এওঁ দেৱী সাবিত্ৰী নেকি? এই সৰোবৰত স্নান কৰিবলৈ সৰগৰপৰা নামি আহিছে? নে দেৱী গৌৰী? শিৱৰ কান্ধৰপৰা পিছলি পৰি পুনৰ তপস্বিনীৰ বেশ লৈছে? নে জোনৰ থূপ খোৱা সৌন্দৰ্য? সূৰ্য ওলালত আকাশত জোন মাৰ গৈ এওঁৰ মুখত প্ৰতিভাত হৈছেবা! মই তেওঁৰ ওচৰলৈ গৈ তেওঁ কোন সুধিবই লাগিব।"— এই ভাবি ৰজাই কন্যাৰ ওচৰলৈ আগবাঢ়ি গ'ল।

ইফালে ৰজাৰ ৰূপৰ জ্যোতি দেখি তেওঁৰ পুৰুষসুলভ গাম্ভীৰ্য আৰু ব্যক্তিত্ব দেখি কন্যাও মুগ্ধ হ'ল। গাঁথিবলৈ লোৱা ফুলৰ মালা এৰি তেওঁ ভাবিবলৈ ধৰিলে "এওঁ কোন বাৰু? সিদ্ধ নে বিদ্যাধৰ? এই গহন বনত এওঁ প্ৰৱেশ কৰিলে কিয়? এওঁৰ সৌন্দৰ্যই সঁচাকৈয়ে তিনিও লোকক মুগ্ধ কৰিব।" ৰজা আগবাঢ়ি অহা দেখি কন্যা লাহেকৈ উঠি লাজ লাজকৈ থিয় হৈ ৰজাক যাবলৈ বাট এৰি দিলে।

ৰজাই আগবাঢ়ি আহি কন্যাৰ সখীসকলক নিজৰ পৰিচয় দিলে আৰু তেওঁ কোন সেই বিষয়ে জানিবলৈ বিচাৰিলে। সখীসকলে ৰজাৰ পৰিচয় পাই আথে-বেথে ৰজাক নমস্কাৰ কৰি বহুৱাই ক'লে যে, এই কন্যা ঋষি কন্বৰ জীয়ৰী। মেনকা তেওঁৰ মাতৃ। এওঁৰ নাম ইন্দীবৰ প্ৰভা। পিতৃৰ অনুমতি লৈ তেওঁ এই সৰোবৰত স্নান কৰিবলৈ আহিছে। ঋষি কন্বৰ আশ্ৰম ইয়াৰপৰা বেছি দূৰত নহয়।

এই কথা শুনি ৰজাই কন্বমুনিৰ ওচৰলৈ যোৱাটোকে উচিত হ'ব বুলি ভাবি ঘোঁৰাটো তাত থৈ, বিনয়ভাৱেৰে খোজ কাঢ়ি ঋষিৰ আশ্ৰমলৈ গ'ল। দূৰৰপৰাই ৰজাই দেখিলে, তাৰকা পৰিবেষ্টিত চন্দ্ৰৰ দৰে কন্বমুনি ঋষিসকলৰ মাজত বহি আছে। ৰজাই আগুৱাই গৈ কন্বমুনিৰ চৰণ চুই সেৱা কৰিলে। জ্ঞানী ঋষিয়ে ৰজাৰ কুশল হ'বলৈ আশীৰ্বাদ দি ৰজাৰ আগমনত আনন্দিত হোৱাৰ কথা কৈ লগতে ক'লে, "বৎস চন্দ্ৰভানু, মোৰ এষাৰ উপদেশ শুনা। অৰণ্যৰ এই হৰিণকে আদি কৰি নিৰপৰাধী জন্তুবোৰ তুমি কিয় অনাহকত বধ কৰিলা? তোমাৰ অস্ত্ৰ তোমাৰ ৰাজ্যৰ শত্ৰু দমন কৰিবৰ কাৰণেহে। তোমাৰ বাহুবলেৰে, পৰাক্ৰমেৰে তুমি দুৰ্জনবোৰক নিৰ্মূল কৰা, তোমাৰ ৰাজ্যৰ সজ্জনসকল সুখে-শান্তিৰে থাকিব পৰাকৈ তুমি ৰাজ্যত শান্তি বিস্তাৰ কৰা। হয়-হস্তী, ঐশ্বৰ্য তোমাৰ পৰিপূৰ্ণ হওক। তুমি সুশাসনৰ আনন্দ উপভোগ কৰা, দান-দক্ষিণা কৰি তোমাৰ যশ কেউদিশে বিস্তাৰ কৰা; কিন্তু অবাবত, বিলাসত, নিষ্ঠুৰভাৱে হত্যা কৰাৰ আনন্দ পৰিহাৰ কৰা। অন্যায়ভাৱে অমাত জীৱ হত্যা কৰিলে তাৰপৰা পাপৰ বাহিৰে পুণ্য হ'ব জানো? পাণ্ডুৰ কি হৈছিল, তুমি জানো নেজানা?"

বুদ্ধিমন্ত ৰজা চন্দ্ৰাবলোকে সকলো শুনি কন্ব ঋষিৰ উপদেশ আনন্দচিত্তে গ্ৰহণ কৰিলে আৰু জনালে, "প্ৰভু, আপুনি মোক ডাঙৰ জ্ঞান দিলে। সকলো জীৱই আনন্দেৰে, শান্তিৰে জীৱন নিৰ্বাহ কৰক। মই জীৱহত্যা আজিৰপৰা পৰিহাৰ কৰিলো।" ঋষি ৰজাৰ উত্তৰত পৰম সন্তুষ্ট হ'ল আৰু ক'লে, "বৎস তোমাৰ উত্তৰত মই অতি আনন্দিত হ'লো। তোমাক কি বৰ লাগে কোৱা।" ৰজাই ভাবিলে নিজৰ কথা ক'বৰ কাৰণে এয়েই সুবৰ্ণ সুযোগ। সুযোগ এৰি নিদি ৰজাই ক'লে, "প্ৰভু, আপুনি যদি মোৰ কথাত তুষ্ট হৈছে তেনেহ'লে বৰ স্বৰূপে আপোনাৰ কন্যা ইন্দীবৰপ্ৰভাক পালে মই অতি আনন্দিত হ'ম।" ঋষিয়ে ৰজা চন্দ্ৰাবলোকৰ দৰে সুযোগ্য পাত্ৰ পাই পৰম হৰষিত হ'ল আৰু সদ্যস্নাতা ঋষিকন্যাক ৰজাৰ হাতত সম্প্ৰদান কৰিলে। ঋষিপত্নীসকলে মংগল উৰুলি দিলে, সুমংগল কামনা কৰি দুয়োকে ফুলৰ উপহাৰ দিলে আৰু ফুলেৰেই সজাই-পৰাই যাত্ৰাৰ কাৰণে কন্যাক প্ৰস্তুত কৰিলে। ৰজাই নববিবাহিতা পত্নীক ঘোঁৰাত

তুলি, সকলোৰে আশীৰ্বাদ লৈ যাত্ৰা কৰিলে। আশ্ৰমবাসীসকলে আশ্ৰমৰ সীমালৈকে আহি চকুৰ পানীৰে দুয়োকে বিদায় সম্ভাষণ জনালে।

সেইদিনা আকাশৰ সূৰ্যয়ো যেন তেওঁৰ সপ্তঘোঁৰাৰ ৰথ লাহে লাহে চলাই এই মিলন নিৰীক্ষণ কৰিছিল। সুদীৰ্ঘ এটা দিনৰ অন্তত সূৰ্য লাহে লাহে ক্লান্ত হৈ দিগন্তত অস্ত গ'ল আৰু ৰাতিৰ অন্ধকাৰ আঁচল লাহে লাহে আকাশত মেল খাই পৰিল।

ৰজাই গৈ গৈ সৰোবৰ এখনৰ পাৰত থকা এজোপা বিশাল আঁহতগছ পালেগৈ। প্ৰাচীন গছজোপাৰ ওলমি পৰা ডাল আৰু পাতে ঠাইখন নিৰ্জন আৰু ছায়াঘেৰা কৰি থৈছিল। ৰজাই ৰাতিটোৰ কাৰণে সেই ঠাইতে জিৰণি ল'বলৈ মন কৰিলে। ঘোঁৰাৰপৰা ৰজা নামি, কুঁৱৰীকো নমাই সেই সৰোবৰৰ পাৰতে জিৰণি লৈ ৰাতিটোৰ কাৰণে সেই গছৰ তলতে ফুলেৰেই শয্যা পাৰি শুবলৈ ল'লে। এনেতে পূব আকাশত পূৰ্ণিমাৰ জোন উঠিল আৰু জোনৰ উজ্জ্বল ৰূপালী জোনাক গছৰ ডালে-পাতে সৰকি ঠাইখন অপূৰ্ব মোহনীয় কৰি তুলিলে। ৰজা-ৰাণী দুয়ো পৰম আনন্দ আৰু শান্তিত টোপনি গ'ল।

ৰাতি পুৱাল। পশ্চিম আকাশত জোন ঢলি পৰিল। সূৰ্যৰ দীপ্ত ৰশ্মি চৌদিশ বিয়পি গ'ল। ৰজাই উঠি পুৱাৰ সৌন্দৰ্য চাই থাকোতেই হঠাৎ সেই ঠাইতে এক ব্ৰহ্মদৈত্য ওলালহি। ব্ৰহ্মদৈত্যৰ গাৰ ৰং কেটোৰ ক'লা, চুলিবোৰ মৰাপাট যেন, চকুৰপৰা যেন উল্কাহে বাহিৰ হৈছে। মানুহৰ পেটৰ নাড়ী-ভুৰু মালা কৰি ডিঙিত আঁৰি লোৱা, মৰা মানুহৰ লাওখোলা এটাত তেজ পি থকা, মানুহৰ মূৰ চোবাবলৈ বিচাৰি ফুৰা সেই বীভৎস ৰূপৰ ব্ৰহ্মদৈত্যক দেখিলেই চুলিৰ আগে জীৱ যায়। ৰজাক দেখিয়েই সেই দৈত্যই বত্ৰিশটা বিকট এহতীয়া দাঁত উলিয়াই এনেকুৱা এক অট্টহাস্য কৰিলে যে শুনিয়েই ৰজা আৰু ৰাণীৰ মুখ শুকাই গ'ল আৰু বুকু কঁপিবলৈ ধৰিলে। দৈত্যটোৱে ৰজালৈ জুইযেন চকুৰে চাই এইবাৰ খঙত ক'বলৈ ধৰিলে, "পাপী, তই নেজাননে এই আঁহত গছজোপাত মই থাকো? মোক চিনি পোৱা নাই? মোৰ নাম জ্বালামুখ, মই ব্ৰহ্মদৈত্য। এইপিনেদি কোনো দেৱতা পাৰহৈ যোৱাৰো সাধ্য নাই। তই সামান্য প্ৰাণীয়ে পত্নীৰ লগত মই থকা ঠাইত ৰাতি কটাইছ! সেই পাপৰ প্ৰতিফল এতিয়াই হাতে হাতে পাবি। পাষণ্ড, তোৰ বুকু চিৰাচিৰ কৰি ফালি তোৰ তেজ পিম।"

ব্ৰহ্মদৈত্যৰ সেই ভয়ংকৰ হুংকাৰ শুনি ৰজাই কুঁৱৰীলৈ চাই দেখিলে কুঁৱৰীৰ মুখ ভয়তে বিবৰ্ণ হৈছে, আৰু বতাহত কলপাত কঁপাৰ দৰে তেওঁ কঁপিছে। ব্ৰহ্মদৈত্যৰপৰা নিস্তাৰ ক'ত? ৰজাই বিনয়েৰে দৈত্যক ক'লে, "নজনাকৈয়ে কৰা মোৰ দোষ তুমি ক্ষমা কৰা। এই ঠাইলৈ মই আগতে অহা নাই। এতিয়া তুমি যি বিচৰা মই তাকে দিম। তোমাৰ ক্ষুধাৰ

নিবৃত্তি কৰিবলৈ মই মানুহৰ মাংসও বিচাৰি দিম। এতিয়া কেৱল তুমি ক্ষান্ত হোৱা।" ৰজাৰ নম্ৰ উত্তৰ শুনি ব্ৰহ্মদৈত্যৰ ক্ৰোধ কিছু কমিল। ব্ৰহ্মদৈত্যই ক'লে, "ঠিক আছে, সেয়ে হ'ব। মই এইকেইটা চৰ্তহে তোৰ দোষ ক্ষমা কৰিব পাৰিম। তই মোলৈ যি মানুহ আনিবি সি ব্ৰাহ্মণ হ'ব লাগিব। বয়স হ'ব লাগিব সাত বছৰ। সি নম্ৰ আৰু চোকা বুদ্ধিৰ হ'ব লাগিব। সি তোৰ কাৰণে নিজে আগবাঢ়ি আহি নিজক উছৰ্গা কৰিব লাগিব। তাৰ মাক-বাপেকে বলিশালত তাৰ হাত আৰু ভৰিত ধৰি থাকি কাটিবলৈ দিব লাগিব। যদি এনে বলি পোৱা যায় তেন্তে সেই বলি তৰোৱালেৰে তই নিজে কাটি মোক অৰ্পণ কৰিব লাগিব। আজিৰপৰা সাত দিনৰ ভিতৰত এই কাম হ'ব লাগিব। যদি কামটো কৰিব পাৰ ভালেই। যদি নোৱাৰ তেন্তে মই অকল তোকেই নহয়, তোৰ ৰাজচৰাও মুহূৰ্ততে ধ্বংস কৰি নিশ্চিহ্ন কৰি দিম।" ত্ৰাসত আঁতুৰ ৰজা সন্মত হ'ল আৰু ব্ৰহ্মদৈত্যও চকুৰ পচাৰতে অদৃশ্য হ'ল।

ৰজা চন্দ্ৰাবলোকে কুঁৱৰীৰ সৈতে সেই ঠাইৰপৰা ততালিকে যাত্ৰা কৰিলে আৰু মৃগয়ালৈ অহা ৰাজবিষয়াসকলক লগ ধৰিবলৈ আগবাঢ়িলে। ৰজাই বাটে বাটে চিন্তা কৰিবলৈ ধৰিলে, "হায়, হায়, কি কাণ্ডখন হ'ল! মই স্বাৰ্থপৰভাৱে মৃগয়া আৰু বিবাহত ভোল গৈ নিজৰ মৃত্যু নিজে মাতি আনিলো। পাণ্ডুৰ দৰেই মোৰ দশা হ'ল। এই ৰাক্ষসটোৰ কাৰণে ক'ত মই এনে এজন ল'ৰা বিচাৰি পাম। মই লৰালৰিকৈ ৰাজ্যলৈ উভতি যোৱাহে কথা। তাতে বিচাৰি চাওঁগৈ।" ভাবি চিন্তি বেজাৰ মনেৰে যাওঁতে যাওঁতে ৰজাই সন্ধিয়া পৰত নিজৰাজ্য চিত্ৰকুট পালেগৈ। ৰজাক এনে এগৰাকী অপূৰ্ব সুন্দৰী কুঁৱৰীৰে সৈতে দেখি ৰাজ্যৰ আটায়ে আনন্দত উৰুলিকৃত হ'ল। ৰজাৰ মনতহে শোকে খুন্দিয়াখুন্দি কৰি থাকিবলৈ ধৰিলে।

পিছদিনা ৰজাই মন্ত্ৰীবৰ্গক মাতি আনি সকলো কথা গোপনে ক'ল। মন্ত্ৰীসকলে ৰজাক অভয় দিলে আৰু ঠিক তেনে এজন ল'ৰা অনতিবিলম্বে আনি দিবলৈ গাত ল'লে।

মানুহক প্ৰলোভিত কৰিবৰ কাৰণে ৰজায়ো এটা বুদ্ধি ভাবি উলিয়ালে। সাত বছৰীয়া ল'ৰা এটাৰ সমান ওখ ডাঙৰ কৰি এটা সোণৰ মূৰ্তি সাজি, সেই মূৰ্তিৰ কাণত, ডিঙিত সোণৰ আৰু বহুমূলীয়া ৰত্নৰ অলংকাৰ পিন্ধাই এখন ৰথত তুলি নগৰীৰ মাজে মাজে শোভাযাত্ৰা কৰিবলৈ দিলে, আৰু মানুহক ঢোলপিটি শুনাবলৈ ক'লে, "ৰাইজসকল, যদি ৰজা আৰু ৰাইজৰ কল্যাণৰ কাৰণে এটা সাতবছৰীয়া ব্ৰাহ্মণ ল'ৰা আগবাঢ়ি আহি এক ভয়ংকৰ ব্ৰহ্মদৈত্যৰ সমুখত নিজক বলি দিয়ে আৰু যদি ল'ৰাটিৰ পিতৃ-মাতৃয়ে বলি দিবৰ সময়ত ল'ৰাটিৰ হাতত আৰু ভৰিত ধৰি থাকে তেতিয়াহ'লে ৰজাই সে ল'ৰাটিৰ সলনি পিতৃ-মাতৃক এই বহুমূলীয়া অলংকাৰ খচিত সোণৰ মূৰ্তিটি আৰু এশ গাঁও উপহাৰ দিব।"

নগৰীত এনেকৈ ঢোলপিটি শুনাওঁতে এটা সাতবছৰীয়া অমায়িক ব্ৰাহ্মণ ল'ৰাই শুনিলে। ল'ৰাটিৰ সৎসাহসৰ তুলনা নাই। আনৰ কাৰণে নিজৰ স্বাৰ্থ ত্যাগ কৰিবলৈ ল'ৰাটি আহি ৰজাৰ আগত ওলালহি আৰু ৰজাক ক'লে, "মহাৰাজ, মই আপোনাৰ আৰু ৰাজ্যৰ মংগলৰ কাৰণে নিজকে উছৰ্গা কৰিবলৈ আহিছো। কিন্তু মই পিতা আৰু আইৰ অনুমতি এতিয়া লোৱা নাই। তেওঁবিলাক দুয়োৰে অনুমতি লৈ মই এতিয়াই আহিমগৈ।" ল'ৰাটিৰ কথা শুনি ৰজাই পৰম আনন্দেৰে ল'ৰাটিক ঘৰৰপৰা অনুমতি লৈ আহিবলৈ ক'লে। ল'ৰাটিয়ে ঘৰলৈ গৈ পিতৃ-মাতৃৰ আগত হাতযোৰ কৰি ক'লে, "মোৰ দেশৰ মংগলৰ কাৰণে আৰু ৰজাৰ কল্যাণৰ কাৰণে মোৰ এই দুদিনীয়া দেহা মই অৰ্পণ কৰিবলৈ ওলাইছো। মোৰ উছৰ্গাৰ সলনি ৰজাই তোমালোকক মোৰ সমান ওখ ডাঙৰ এটা সোণৰ মূৰ্তি, অতি মূল্যবান অলংকাৰ আৰু এশখন গাঁও দান কৰিব। মই নিজক বলি দিব পাৰিলে একে সময়তে ৰজাৰ ঋণ আৰু পিতৃ-মাতৃৰ ঋণ শোধ কৰা হ'ব। কাৰণ তোমালোকৰ এই মাৰাত্মক দুখীয়া অৱস্থাৰ ওৰ পৰিব। এজন পুত্ৰৰ হানি হ'লে একো নহয়। তোমালোকে আৰু বহুত পুত্ৰ লাভ কৰিব পাৰিবা।"

ল'ৰাটিৰ কথা শুনি পিতৃ-মাতৃৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল। অবাক হৈ তেওঁবিলাকে ল'ৰাটিক ক'লে, "এইবোৰ তুমি কি কথা কৈছা? তোমাক বেয়া গ্ৰহই লম্ভিছে যেনহে পাইছো, নে বলিয়া হৈছা? নহ'লেনো তোমাৰ মুখত এইবোৰ নাভূত-নাশ্ৰুত কথা ওলায়নে? ঐশ্বৰ্য-বিভূতিলৈ আশা কৰি কোনোবাই নিজৰ পুত্ৰক বলি দিব পাৰেনে? পৃথিৱীত কোনে এনে কাম কৰিব পাৰে?" ল'ৰাটিয়ে লগে লগে উত্তৰ দিলে, "মই বলিয়া হোৱা নাই। যি কৈছো ভাবি-চিন্তি সুস্থিৰভাৱেহে কৈছো। এই পৃথিৱীত দেহা নশ্বৰ। জীৱন তেনেই দুদিনীয়া। চিৰস্থায়ী বস্তু এটাই। সেয়া হৈছে কীৰ্তি। জ্ঞানীলোকে ক্ষণস্থায়ী জীৱনত মহৎ কীৰ্তি ৰাখি যোৱাৰ সুযোগ যেতিয়াই পায় তেতিয়াই ততালিকে গ্ৰহণ কৰিবলৈ কৈছে। সকলো প্ৰাণীৰে কল্যাণ কৰিব পৰাতকৈ ডাঙৰ কীৰ্তি, মহৎ কাম কি আছে? মোৰ পিতৃ-মাতৃৰ প্ৰতি যদি ভক্তি প্ৰদৰ্শন কৰিব নোৱাৰো, তেন্তে মোৰ এই নশ্বৰ দেহা জীয়াই থকাৰপৰা লাভ কি?" এনে ধৰণৰ যুক্তিপূৰ্ণ, জ্ঞানী কথাৰে ল'ৰাটিয়ে শোকাতুৰ, বিহ্বল পিতৃ-মাতৃক সান্ত্বনা দি অনুমতি আদায় কৰি ৰাজসভালৈ গ'ল আৰু ৰাজবিষয়াৰপৰা এশ গাঁও, সেই বহুমূলীয়া ৰত্নখচিত স্বৰ্ণমূৰ্তি গ্ৰহণ কৰি পিতৃ-মাতৃক আনি সভক্তিৰে অৰ্পণ কৰিলে। তাৰ পিছত ল'ৰাটিয়ে পিত-মাতৃক লগত লৈ পুনৰ চিত্ৰকুটত থকা ৰজাৰ ওচৰলৈ গ'ল। ৰজা চন্দ্ৰাবলোকে নিষ্ঠাবান, পৱিত্ৰ মনৰ ল'ৰাটিৰ আত্মোৎসৰ্গৰ উদাহৰণ দেখি অতি আনন্দিত হ'ল। তেওঁ ল'ৰাটিক ফুলৰ মালাৰে সুসজ্জিত

কৰি, পাটৰ কাপোৰ পিন্ধাই, হাতীত তুলি মাক-দেউতাককো লগত লৈ, পাৰিষদবৰ্গৰে সৈতে সেই ব্ৰহ্মদৈত্য থকা ঠাইলৈ যাত্ৰা কৰিলে।

ৰাজপুৰোহিতে সেই আঁহত গছজোপাৰ তলত গৈ সুন্দৰকৈ ঠাই অঁতাই পূজা আৰু হোম পাতিলে। পূজা সমাপ্ত হোৱাৰ পিছতেই ব্ৰহ্মদৈত্য জ্বালামুখৰ প্ৰচণ্ড ৰূপত আবিৰ্ভাব হ'ল। দৈত্যৰ বিৰাটকায় ক'লা শৰীৰে গোটেই ঠাইখনকেই অন্ধকাৰ কৰি পেলালে। দুটা টেলেকা চকুত দুকুৰা যেন জ্বলন্ত জুই। মানুহৰ তেজ অবিৰামভাৱে পি থকা সেই দৈত্যই বিকটভাৱে অট্টহাস্য কৰি হুংকাৰ দিবলৈ ধৰিলে। ৰজা চন্দ্ৰাবলোকে তেতিয়া দৈত্যৰ ওচৰত সেৱা জনাই মিনতি কৰি ক'লে, "হে পূজ্য, তোমাৰ চৰণত দিবলৈ প্ৰতিজ্ঞা কৰামতে আজি সপ্তম দিনত এই ব্ৰাহ্মণ পুত্ৰ অনা হৈছে। তুমি গ্ৰহণ কৰা আৰু নিজগুণে সন্তুষ্ট হোৱা।" ৰজাৰ বাক্য শুনি ব্ৰহ্মদৈত্যই লৱনুকোমল শৰীৰৰ সেই সাতবছৰীয়া ল'ৰাটিলৈ চাই কোৱাৰি চেলেকিবলৈ ধৰিলে।

ইফালে সাধু স্বভাৱৰ ল'ৰাটিয়ে আনন্দমনেৰে প্ৰাৰ্থনা কৰিলে, "এই দেহা উচৰ্গা কৰি মোক অন্যফল একো নেলাগে। মোৰ স্বৰ্গৰ বাসনা নাই। মুক্তিৰ বাসনাও নাই। জন্মে জন্মে মই যেন আনৰ হিতৰ অৰ্থে এনেদৰে জীৱন দান দিব পাৰো।" এই প্ৰাৰ্থনাৰ লগে লগেই স্বৰ্গৰ অপ্সৰাসকলে স্বৰ্গীয় ৰথত নামি আহি ল'ৰাটিৰ শিৰত পুষ্পবৰ্ষণ কৰিলে।

তাৰ পিছত বলি দিবৰ কাৰণে ব্ৰহ্মদৈত্যৰ সমুখত ল'ৰাটিক স্থাপন কৰা হ'ল। ল'ৰাটিৰ হাতত মাকে আৰু ভৰিত দেউতাকে ধৰি থাকিল। ৰজাই খাপৰপৰা চিক্‌মিকাই থকা তৰোৱাল উলিয়াই বলি দিব খোজোতেই ল'ৰাটিয়ে এনে আচৰিতভাৱে হাঁহিবলৈ ধৰিলে যে ৰজা, ব্ৰহ্মদৈত্য, মাক-দেউতাক সকলো হতভম্ব হৈ, নিজ কৰ্তব্য পাহৰি, হাতযোৰ কৰি আৰু আঁঠুকাঢ়ি ল'ৰাটিৰ মুখলৈ তধা লাগি চাবলৈ ধৰিলে।

এই গাৰ নোম শিয়ঁৰি উঠা কাহিনীটো বেতালে ৰজাক কৈ প্ৰশ্ন কৰিলে, "মহাৰাজ, এতিয়া কওক, সেই আসন্ন মৃত্যুৰ ভয়াবহ মুহূৰ্তত ল'ৰাটিয়ে কি কাৰণে এনেকৈ আচৰিতভাৱে হাঁহিলে? কথাটো জানিবলৈ মোৰ বৰ কৌতূহল হৈছে। জানি শুনিও যদি আপুনি নকয় তেন্তে আপোনাৰ শিৰ সহস্ৰ টুকুৰা হৈ এতিয়া ছিগি পৰিব।"

বেতালৰ কথা শুনি ৰজাই উত্তৰ দিলে, "ল'ৰাটিয়ে এনেকৈ বলি দিবৰ মুহূৰ্তত হাঁহি উঠাৰ কাৰণ এয়ে ঃ এইটো জনা কথা যে যেতিয়া অসহায় বা দুৰ্বল মানুহ এজন মহাবিপদত পৰে তেতিয়াই উদ্ধাৰ পাবৰ কাৰণে তেওঁৰ পিতৃ-মাতৃক মাতে। যদি মাক-বাপেক নেথাকে বা তেওঁবিলাকে একো কৰিবলৈ সক্ষম নহয় তেতিয়া ৰজাৰ ওচৰলৈ ৰক্ষাৰ কাৰণে যোৱা হয়। যদি ৰজাৰ সহায়ো পোৱা নেযায়, তেতিয়া ৰক্ষাৰ কাৰণে বিশেষ দেৱতাৰ চৰণত আশ্ৰয়

লোৱা হয়। এই ক্ষেত্ৰত আটাইবোৰ কথা বিপৰীত হৈছে। ল'ৰাটিৰ মাক-বাপেকে ধন-সোণৰ লোভত ল'ৰাটিক বলিশালত স্থিৰ কৰি ধৰিছে, ৰজাই নিজক ৰক্ষা কৰিবৰ কাৰণে তৰোৱালেৰে ল'ৰাটিক কাটিবলৈ ওলাইছে আৰু অলৌকিক শক্তিসম্পন্ন যি ব্ৰহ্মদৈত্য, যি ল'ৰাটি ৰক্ষা কৰিব পাৰে সেই দৈত্যয়ো ল'ৰাটি খাবলৈ অস্থিৰ হৈ অপেক্ষা কৰিছে। ল'ৰাটিৰ জ্ঞান পূৰ্ব জন্মৰে। জ্ঞানী ল'ৰাটিৰ সকলো দেখি শুনি হাঁহি সেইকাৰণেই উঠিল। দুখ-যন্ত্ৰণাৰে পূৰ্ণ এই সামান্য শৰীৰটোৰ কাৰণে মানুহৰ ইমান মোহনে? দুদিনীয়া পৃথিৱীত থাকিবলৈ ইমান লোভনে? নিজৰ স্বাৰ্থৰ কাৰণে মানুহ কি কৰিব নোৱাৰে। ল'ৰাটিৰ আনন্দ আৰু আশ্চৰ্যবোধ একেসময়তেই হৈছিল। আনন্দ হৈছিল জ্ঞানেৰে নিজৰ লোভ, মোহ, ভয় দমন কৰিব পৰা কাৰণে। আচৰিত হৈছিল মানুহৰ মূৰ্খতা আৰু স্বাৰ্থপৰতা দেখি।"

ৰজাৰ উত্তৰ শুনি মায়াবী বেতাল মুহূৰ্ততে ৰজাৰ কান্ধৰপৰা গৈ অশোক গছত ওলমি থাকিলগৈ। সাহসী ৰজায়ো পুনৰ পিছ ল'লে।

## বেতাল পঞ্চবিংশতিৰ শেষ কথা

ৰজা ত্ৰিবিক্ৰমসেনৰ কান্ধত উঠি মহাশ্মশানৰ মাজেদি গৈ থাকোতে বেতালে ৰজাক এটা এটাকৈ চৌবিশটা কাহিনী ক'লে আৰু প্ৰতি কাহিনীৰ শেষত ৰজাক একোটাকৈ ডাঙৰ প্ৰশ্ন কৰিলে। ৰজাই প্ৰতিটো প্ৰশ্নৰে উত্তৰ দিবলৈ সমৰ্থ হ'ল। কেৱল চৌবিশ নম্বৰ সাধুটোৰ প্ৰশ্ন বৰ আহুকলীয়া হোৱাত ৰজাই একো উত্তৰ নিদি মনে মনে গৈ আছিল। ৰজা সমস্যাত পৰা দেখি বেতালে আনন্দ পালে, কিন্তু ৰজাৰ বিনয়ত তেওঁ মুগ্ধও হ'ল। ইমান জ্ঞানী এজন ৰজাক আৰু কষ্ট দিবলৈ বেতালৰ মন নগ'ল। লগতে এই ৰজাৰ দ্বাৰাই ভণ্ড সন্ন্যাসীজনৰ মজা বাহিৰ কৰিব লাগিব বুলিও বেতালে মনতে স্থিৰ কৰিলে।

সেই ভাবি বেতালে ৰজাক ক'লে, "মহাৰাজ এই ভয়ংকৰ শ্মশানৰ মাজত অকলশৰে মাজৰাতি অত যন্ত্ৰণা অত ক্লেশ ভুঞ্জিও আপুনি অকণো দুখ কৰা নাই। সামান্যভাৱেও আপুনি অধৈৰ্য হোৱা নাই। আপোনাৰ এই আশ্চৰ্য সাহক দেখি মই অতি মুগ্ধ হৈছো। সেই কাৰণে আপুনি এই মৰাশটো লৈ যাওক। মই ইয়াৰ ভিতৰৰপৰা এয়া ওলালো। আপোনাৰ কল্যাণৰ কাৰণে কেইযাৰমান কথা আপোনাক কওঁ, আপুনি শুনক। মই কোৱামতে কাম কৰিলে আপোনাৰ মংগল হ'ব। যি সন্ন্যাসীৰ সাধনাৰ কাৰণে এই মৰাশটো কান্ধত তুলি আপুনি লৈ গৈছে সেই সন্ন্যাসীয়ে শটো লোৱাৰ লগে লগেই মোক তাত প্ৰৱেশ কৰিবলৈ আহ্বান কৰিব, মোক নানা

পূজা পাতল দিব আৰু মোৰ পূজাত আপোনাকেই বলি দিব খুজি সেই সন্ন্যাসীয়ে আপোনাক অষ্টাংগ প্ৰণাম কৰিবলৈ ক'ব। তেতিয়া মহাৰাজ, আপুনি সেই ভণ্ড সন্ন্যাসীকেই অষ্টাংগ প্ৰণাম কৰাৰ নিয়ম প্ৰথমে শিকাই দিবলৈ ক'ব। যেতিয়া সন্ন্যাসীয়ে মূৰ, কপাল, নাক, বুকুকে আৰম্ভ কৰি অষ্ট-অংগ মাটিত পেলাই আপোনাক সেৱা কৰিবলৈ দেখুৱাই দিব আপুনি তৎমুহূৰ্তে তৰোৱালেৰে তেওঁৰ মূৰ ওফোৰাই দিব। বিদ্যাধৰসকলৰ ওপৰত একচ্ছত্ৰী সম্ৰাট হোৱাৰ বাঞ্ছা কৰি সন্ন্যাসীয়ে এই তন্ত্ৰ-মন্ত্ৰ সাধন-পূজা কৰিছে। তাৰ ফল তেতিয়া আপুনি লাভ কৰিব। আপোনাৰ মংগল কামনা কৰিয়েই মই সকলো কথা ক'লো। আপুনি মোৰ কথা নুশুনাকৈ নাথাকিব। এতিয়া বিদায়। আপোনাৰ জয় হওক।" এই বুলি কৈ বেতাল মৰাশটোৰপৰা আঁতৰি গ'ল।

ৰজাই সকলো বুজিলে। ক্ষান্তিশীলক তেওঁ শত্ৰু বুলি বুজি পালে যদিও ৰজাই পিছে উচ্চ মনেৰেই তেওঁৰ কাম কৰি গ'ল আৰু দূৰৰপৰাই ক্ষান্তিশীলক সেই বৰগছজোপাৰ তলত বহি অপেক্ষা কৰি থকা দেখিবলৈ পালে।

ৰজাই লাহে লাহে আগবাঢ়ি আহি দেখিলে, মহাশ্মাশনৰ মাজৰ সেই বিৰাটকায় গছজোপাৰ তলত বহি সন্ন্যাসীয়ে উৎকণ্ঠাৰে ৰজা অহালৈ বাট চাই আছে। মানুহৰ হাড়ৰ গুৰিৰে মাটিত এটা মেৰ সাজি তাৰ মাজত সন্ন্যাসী বহিছিল। মেৰৰ মাজৰ ঠাইখিনি মানুহৰ তেজেৰে লিপি থোৱা হৈছিল। তাৰ মাজত আছিল মানুহৰ ৰক্তেৰে পৰিপূৰ্ণ হৈ থকা এটা কলহ। মৰা মানুহৰ চৰ্বিৰ চাকি জ্বলাই ঠাইখন সন্ন্যাসীয়ে পোহৰ কৰিও থৈছিল। পূজাৰ সকলো সা-সৰঞ্জাম ওচৰতে যতনাই থৈ এটা বিৰাট ধুনি জ্বলাই তাৰ কাষত বহি সন্ন্যাসীয়ে তেওঁ ইষ্ট-দেৱতাৰ নাম জপ কৰি আছিল।

ৰজাই সন্ন্যাসীৰ ওচৰলৈ আহি মৰা-শটো লাহেকৈ অৰ্পণ কৰিলে। সন্ন্যাসীৰ আনন্দৰ পাৰ নোহোৱা হ'ল। ৰজাক তেওঁ বাৰে বাৰে শলাগিবলৈ ধৰিলে, মহাৰাজ আপুনি মোক যি ডাঙৰ সহায় কৰিলে আনৰদ্বাৰা সেয়া সম্ভৱপৰ নহ'লহেঁতেন। প্ৰকৃততেই আপোনাৰ সাহসৰ তুলনা নাই। আপুনি সকলো ৰজাৰ ভিতৰতেই মহৎ আৰু শ্ৰেষ্ঠ। জ্ঞানীলোকে এনেয়ে কয়নে, মহৎ লোকৰ মহত্ত্ব প্ৰতিজ্ঞাত নহয়, প্ৰতিজ্ঞা পালনতহে। তেওঁবিলাকে নিজৰ প্ৰাণ বিপন্ন কৰিও প্ৰতিজ্ঞা ৰক্ষা কৰে।"

এইকিনি কথাৰে ৰজাৰ মন জিনিব পাৰিলো বুলি ভাবি সন্ন্যাসীয়ে নিজৰ কামত মন দিলে। মৰাশটোক তেওঁ স্নান কৰালে, শটোক ফুলৰ মালা পিন্ধালে আৰু সেই মেৰটোৰ মাজত স্থাপন কৰিলে। নিজে তেওঁ সৰ্বশৰীৰত ভস্ম সানিলে, মৰা মানুহৰ কাপোৰেৰে দেহ সজ্জিত

কৰিলে, নিজৰ গাত ফোট ল'লে আৰু জটা বান্ধিলে। ইয়াৰ পিছত তেওঁ ধ্যান কৰিবলৈ বহিল। তাৰ পিছত মন্ত্ৰ পাঠ কৰি সন্ন্যাসীয়ে বেতালক মৰা মানুহটোৰ শৰীৰত প্ৰৱেশ কৰাই পূজা কৰিবলৈ ধৰিলে। লাওখোলা এটা অৰ্ঘ কৰি লৈ তাত মৰা মানুহৰ বগা দাঁত দুপাৰি তেওঁ অৰ্ঘ দিলে। ফুল আৰু সুগন্ধি দ্ৰব্যেৰে পূজা কৰি মৰা মানুহৰ চকু আৰু মাংস পূজাত অৰ্পণ কৰাৰ পিছত সন্ন্যাসীৰ পূজা শেষ হ'ল আৰু ৰজাক ক'লে, "মহাৰাজ, পূজা শেষ হ'ল। এই পূজাত আপুনিও অষ্টাংগ মাটিত পেলাই প্ৰণাম কৰক। আপোনাৰ সকলো অভীষ্ট এই পূজাৰ দেৱতাই পূৰ্ণ কৰিব।"

ৰজাক বেতালে আগতেই কৈ থৈছিল। ৰজাই সেই দেখি লগে লগে সন্ন্যাসীক ক'লে, "মই অষ্টাংগ প্ৰণাম নেজানো। আপুনি কৰি আগতে দেখুৱাই দিয়ক, মই সেইমতে কৰিম।" সন্ন্যাসীয়ে তেতিয়া মাটিত দীঘল দি পৰি প্ৰণাম কেনেকৈ কৰিব লাগে দেখুৱাই দিওঁতেই ৰজাই খাপৰপৰা তৰোৱাল উলিয়াই ভণ্ড সন্ন্যাসীৰ মূৰ একেঘাপে কাটি পেলালে। সন্ন্যাসীক বলি দি ৰজাই মৃত সন্ন্যাসীৰ বুকু ফালি কলিজা উলিয়াই সেই কলিজা আৰু মূৰ বেতালৰ আগত উছৰ্গা কৰিলে।

ৰজাৰ এই দুঃসাহসীক কৰ্মত চৌদিশৰপৰা ভূতপ্ৰেতবোৰে ৰজাৰ জয় বন্দনা গাই আনন্দ উল্লাস কৰিবলৈ ধৰিলে। মৰাশৰ ভিতৰৰপৰা বেতালে ৰজাক উদ্দেশ্যি ক'লে, "সুখ-শান্তিৰে ভৰা ৰাজ্যকাল শেষ হোৱাৰ পিছত বিদ্যাধৰসকলৰ ওপৰত একচ্ছত্ৰী ৰজা হ'বলৈ তোমাক মই বৰ দিলো। তোমাক মই বৰ দিলো। তোমাক মই বহুতো কষ্ট দিলো। তুমি এতিয়া তোমাৰ ইচ্ছামতে মোক বৰ প্ৰাৰ্থনা কৰা।" ৰজাই ক'লে, "তুমি সন্তুষ্ট হ'লে মোক অন্য বৰ নেলাগে। তথাপি তুমি যেতিয়া মোক বৰ দিব খুজিছা, তেতিয়াহ'লে এই বৰ দিয়া যাতে তুমি মোক কোৱা চৌবিশটা আৰু আজিৰ ঘটনা ধৰি পঁচিশটা কাহিনী, তোমাৰ প্ৰশ্ন আৰু উত্তৰেৰে সৈতে পৃথিৱীৰ সকলো ঠাইতে অতি সমাদৃত হওক।" ৰজাই বেতালক এনেদৰে বৰ খোজাত বেতালে ক'লে, "সেয়ে হ'ব, এই পঁচিশটা কাহিনী বেতাল পঞ্চবিংশতি নামে খ্যাত হ'ব আৰু এই কাহিনী যেয়ে শুনিব, যেয়ে পঢ়িব তেওঁৰ সকলো পাপ, সকলো শাপ খণ্ডন হ'ব। এই কাহিনী পাঠ কৰিলে, যক্ষ, ৰক্ষ, কুষ্মাণ্ড, বেতাল, ৰাক্ষস, পিশাচ আদিয়ে একো অপকাৰ কৰিব নোৱাৰিব।" এইবুলি কৈ অলৌকিক শক্তিৰ বেতালে ঠাইতে সেই ঠাইৰপৰা নিজৰ ঠাই পালেগে।

বেতাল যোৱাৰ পিছত ভূতনাথ পৰমেশ্বৰ শিৱ সেই ঠাইত আবিৰ্ভাৱ হ'ল। তেওঁৰ পৰম ঐশ্বৰিক ৰূপ দেখি ৰজা পুলকিত হ'ল, আবেগত তেওঁৰ চকুপানী বৈ গ'ল, ভক্তি বিগলিত অন্তৰেৰে ভগৱান সদাশিৱৰ চৰণত ৰজাই পূজা অৰ্চনা দি, স্তুতি-মিনতি কৰি সেৱা কৰিলে।

ভগৱান সন্তুষ্ট হৈ ৰজাক আশীৰ্বাদ দি ক'লে, "ধন্য তুমি, ধন্য তোমাৰ বীৰত্ব। পৰম সাহসেৰে সকলো বিঘিনি জয় কৰি তুমি এই ভণ্ড সন্ন্যাসীক পৃথিৱীৰপৰা আঁতৰ কৰি জীৱৰ পৰম হিত সাধন কৰিলা। তুমি মোৰেই অংশ। ম্লেচ্ছৰূপে থকা অসুৰবোৰক নিধন কৰিবলৈ তোমাক প্ৰথমে মই বিক্ৰমাদিত্যৰূপে সৃজন কৰিছিলো। এইবাৰ তোমাক ত্ৰিবিক্ৰমসেন নামেৰে সৃজন কৰিছো দুৰ্জন দমন কৰিবৰ কাৰণেই। তোমাৰ কাৰ্যত মই অতি সন্তুষ্ট হৈছো। তুমি বিদ্যাধৰসকলৰ ওপৰত একচ্ছত্ৰী হৈ ৰাজধিৰাজ হ'বলৈ মই বৰ দিছো। সেই ৰাজ্য পৰম আনন্দেৰে চলাই শেষত তুমি মোতেই লীন হ'ব পাৰিবা। এই অজেয় মহা অস্ত্ৰ মই তোমাক প্ৰদান কৰিলো। তুমি এই অস্ত্ৰৰেই সকলো শত্ৰু জয় কৰিব পাৰিবা।" এই বাণী দি ভগৱান সদাশিৱ অন্তৰ্ধান হ'ল।

সকলো কাম শেষ হোৱাত আৰু ৰাতিপুৱাই অহা দেখি ৰজা ত্ৰিবিক্ৰমসেনে তেওঁৰ নিজ ৰাজ্য 'প্ৰতিষ্ঠান'লৈ উলটি আহিল। পিছ দিনা স্নান কৰি গোটেই দিনটো তেওঁ ভগৱানৰ উপাসনা কৰি, দুখীয়াক দান দি প্ৰজাক মিষ্টান্ন খুৱাই হাঁহি-মাতি ৰং কৰি কটালে! শিৱৰ আশীৰ্বাদত তেওঁ সেই অস্ত্ৰেৰে সকলো শত্ৰুকে নিপাত কৰিবলৈ সক্ষম হ'ল। বিদ্যাধৰসকলৰ ওপৰত মহানৃপতি হৈ শেষত সৎকৰ্মৰ ফলত শিৱৰ চৰণত তেওঁ লীন গ'ল।

## নাগস্বামী আৰু ডাইনী

কুণ্ডীন নগৰীৰ মই এজন ব্ৰাহ্মণ, মোৰ নাম নাগস্বামী। মোৰ পিতৃ স্বৰ্গগামী হোৱাৰ পিছত মই পাটলিপুত্ৰ নগৰীলৈ এজন শিক্ষক বিচাৰি গ'লো। জয়দত্ত নামেৰে এজন শিক্ষকৰ সন্ধান পাই তেওঁৰ ওচৰতে বিদ্যা শিক্ষা ল'বলৈ মই ইচ্ছা কৰিলো। গুৰুৰ শিক্ষা ভালেই আছিল, মইহে আছিলো মহামূৰ্খ। বহুত যত্নৰ পিছতো একো শিক্ষাই মোৰ মগজুত নোসোমাল। মোক অজগৰু দেখি সকলো ছাত্ৰই হাঁহিবলৈ ধৰাত মোৰ বৰ লাজ লাগিল। মনৰ দুখত এদিন তীৰ্থলৈকে যাওঁ বুলি ওলাই আহি বিন্ধ্য পৰ্বতত থকা দুৰ্গাদেৱীৰ মন্দিৰ পাই, তাত সেৱা জনাই, তাৰপৰা বক্ৰলোক নামে ঠাই ওলালোগৈ।

নগৰীত সোমাই মই ভিক্ষা মাগিবলৈ ওলালো। এঘৰত এগৰাকী মহিলাই ভিক্ষাৰ লগত মোক ৰঙা পদুম এটা দিলে। সেই ভিক্ষা লৈ মই অন্য এঘৰলৈ গ'লো— তাত মোৰ হাতত ৰঙা পদুমপাহ দেখি ঘৰৰ গৃহিণীগৰাকী চিঞৰি উঠিল, "হায়, হায়, তোমাক ডাইনীয়ে লম্ভিলে। চোৱা, মানুহজনীয়ে তোমাক ৰঙা পদুম বুলি মৰা মানুহৰ হাত এখন দিলে।" মানুহগৰাকীয়ে

কথাষাৰ কোৱাৰ লগে লগেই মই চাই দেখিলো সঁচাকৈয়ে হয়, মোৰ হাতততো ৰঙা পদুম নাই, তাৰ ঠাইত দেখোন এখন হাত। ভয়তে হাতখন দলিয়াই দি, মই মানুহগৰাকীৰ ভৰিত দীঘল দি পৰি ক'লো, "আই মোক এটা উপায় দিয়া। মোক জীয়াই থাকিবলৈ এটা পথ লাগে।" মোৰ কাকুতি শুনি মানুহগৰাকীয়ে ক'লে, "ইয়াৰপৰা তিনি যোজনৰ পথ গ'লে তুমি 'কৰভ' নামে এখন গাঁও পাবা। সেই গাঁৱত এজন ব্ৰাহ্মণ আছে। নাম দেৱৰক্ষিত। তেওঁৰ ঘৰত এজনী সাইলাখ 'সুৰভি'ৰ দৰে গাই আছে। আজি ৰাতিটোৰ কাৰণে গাইজনীৰ ওচৰত আশ্ৰয় ল'লেহে তুমি ৰক্ষা পৰিবা।"

তেওঁৰ কথা শুনি ভয়তেই মই দৌৰিবলৈ ধৰিলো। দৌৰি দৌৰি সন্ধ্যাপৰত গৈ সেই গাঁও কথমপি ওলালোগৈ। মানুহক সুধি সুধি সেই ব্ৰাহ্মণজনৰ ঘৰ উলিয়ালো। ঘৰখনত সোমায়েই সেই মুগা বৰণীয়া গাইজনী ক'ত আছে চাই লৈ, গাইজনীৰ ওচৰত গৈ আঁঠুকাঢ়ি প্ৰাৰ্থনা কৰি ক'লো, "হে মাতৃ, হে দেৱী, ভয়তে আঁতুৰ হৈ মই তোমাৰ চৰণত শৰণ লৈছো। মোক ৰক্ষা কৰা।" লাহে লাহে নিশা গভীৰ হৈ আহিলত সেই ডাইনীজনীয়ে লগত বহুত বিকট মুখৰ ভূতুনী, পিশাচিনী লৈ বতাহত উৰি আহি মোক ঘেৰি ধৰিলে আৰু মোৰ তেজ খাওঁ, মাংস খাওঁ কৰিবলৈ ধৰিলে। ভয়ত মই আত্ৰাহি হ'লো। টেলেকা চকুৰ, কোৰ যেন দাঁতৰ, দীঘল দীঘল নখৰ, কেট্ কেট্ কৰে ক'লা সেই ডাইনী, যখিনীবোৰৰ খাওঁ খাওঁ মূৰ্তি দেখি আৰু ভয়তে মোক থক্ থক্ কৰে কঁপিবলৈ ধৰা দেখি মুগা বৰণীয়া গাইজনীয়ে মোক চাৰিও ঠেঙৰ মাজত লুকুৱাই, ৰাতিটো ডাইনীকেইজনীৰ লগত যুঁজিলে। পুহৰি পুহৰি হৈ আহিলত ডাইনীকেইজনী অদৃশ্য হ'ল। তেতিয়া সেই দেৱী সদৃশ গাইজনীয়ে মোক ক'লে, "বাছা, মই তোক আজি ৰাতি আৰু ৰক্ষা কৰিব নোৱাৰিম। সেইকাৰণে তই ইয়াৰপৰা যাগৈ। ইয়াৰপৰা পাঁচ যোজনৰ দূৰত থকা অৰণ্যখনত শিৱ-মন্দিৰ এটা আছে। তাতে ভূতশিৱ নামেৰে এজন ডাঙৰ তপস্বী থাকে। তেওঁ অলৌকিক শক্তিৰ সাধনা কৰে। তই আজিৰ ৰাতিটো তেওঁৰ ওচৰত গৈ আশ্ৰয় ল'লে, তেওঁ আশ্ৰয় দিব।"

এই কথা শুনি তেওঁৰ চৰণত সেৱা কৰি মই যাত্ৰা কৰিলো। সোনকালেই মই মন্দিৰ পালোগৈ। আৰু তাতে গৈ ভূতশিৱৰ কাষত মই আশ্ৰয় ল'লো। সেই ৰাতিও সেই ভয়ংকৰ ডাইনীবোৰ একে ধৰণেৰেই আহি মোক থপিয়াব খুজিলে। ভূতশিৱই তেতিয়া মোক মন্দিৰৰ ভিতৰফালে সুমুৱাই গোটেই ৰাতি দুৱাৰমুখত হাতত ত্ৰিশূল লৈ পহৰা দি থাকিল। পুৱা হ'লত আগদিনাৰ দৰেই ডাইনীবোৰ গ'লগৈ। ভূতশিৱই মোক খুৱাই-বুৱাই ক'লে, "বাছা, ময়ো আৰু তোক বেছি সময় ৰক্ষা কৰিব নোৱাৰো। ইয়াৰপৰা দহ যোজনৰ দূৰত 'সন্ধ্যাবাস' নামৰ গাঁৱত

বসুমতী নামৰ এজন ব্ৰাহ্মণ আছে। তাঁলৈ গৈ তই যদি আজিৰ ৰাতিটো কটাব পাৰ তেনেহ'লে তোৰ আৰু ভয় নাই।"

তেওঁ মোক এই দিহা দিলত মই তেওঁক সেৱা জনালো আৰু লৰিলৰিকৈ যাবলৈ ওলালো? পিছে বাট বহুত দীঘল হোৱাত মই গন্তব্যস্থল পোৱাৰ আগেয়েই বেলি বুৰিল। যেই গধূলি হ'ল, ডাইনীবোৰেও পিছ ল'লে আৰু চাৰিওফালৰপৰা বেৰি ধৰিলে। অসহায় হৈ মই ভয়ত আৰ্তনাদ কৰিবলৈ ধৰিলো। কিন্তু কোনে মোক ৰক্ষা কৰিব। ডাইনী-যখিনীবোৰে মোক ডিঙিত চেপা মাৰি ধৰি উৰুৱাই লৈ গ'ল। কি ঈশ্বৰৰ ইচ্ছা। এনেতে আৰু কিছুমান ডাইনী আহি মোক খাব খুজি সিহঁতৰ হাতৰপৰা নিবলৈ কঢ়া-আঁজোৰা লগালে। দুইপক্ষৰ তয়াময় যুঁজৰ অসাৱধানতাত মই তললৈ সৰি পৰিলো।

এনেকৈ ৰক্ষা পৰি মই চকু মেলি চাই দেখিলো যে জনশূন্য সেই ঠাইখনত এটা বিৰাট ৰাজঅট্টালিকা। ভয়ত, ৰক্ষা পাবৰ কাৰণে সেই অট্টালিকালৈ মই লৰি গ'লো। কোনোবাই যেন দুৱাৰ মেলি মোক মাতিলে, "আঁহা।" চকু তুলি চাই দেখিলো এশ গৰাকীমান সখীয়েকৰে সৈতে এগৰাকী ভুবনভুলোৱা অতি ৰূপৱতী নাৰী। গাভৰুগৰাকীৰ ৰূপৰ পোহৰেৰেই ঠাইখন পোহৰ হৈ আছিল। মোৰ চকুত জিল্‌মিল্ লাগিল। লৰালৰিকৈ চকু মোহাৰি সাহ গোটাই সুধিলো, "তুমি কোন?" গাভৰুগৰাকীয়ে ক'লে, "সুমিত্ৰা নামৰ মই এক যখিনী। শাপৰ ফলত মই ইয়াত বাস কৰিবলগা হৈছে। শাপ শেষ হ'বৰ কাৰণে মই এজন মানুহক বিয়া কৰিব লাগিব। তুমি এই জনশূন্য ঠাইত আচম্বিতে আহি ওলাইছাহি। তুমিয়ে মোক বিয়া কৰোৱা। ভয় নকৰিবা।" এইবুলি কৈয়েই যখিনীগৰাকীয়ে তেওঁৰ লগুৱা-লিগিৰীবোৰক ততাতৈয়াকৈ কাম কৰিবলৈ আদেশ দিলে। সিহঁতে মোৰ গা সুবাসিত পানীৰে ধুৱালে, সুন্দৰ কাপোৰ পিন্ধালে, জুতি লগা আহাৰ, মিঠাই, পৰমান্ন, সুস্বাদু ফল-মূল খাবলৈ দিলে। ভাগ্যৰ কি আশ্চৰ্য পৰিবৰ্তন। আগমুহূৰ্তত ডাইনীবোৰৰ ভয়ত থৰহৰি কম্পমান হৈ থকা মোৰ অৱস্থা, পিছ মুহূৰ্ততে ৰাজভোগ আৰু ৰাজসুখ। ভাগ্যৰ চকৰি কেনি ঘূৰে কোনেও আনকি ভাগ্যয়ো হয়তো ক'ব নোৱাৰে।

এনেকৈ কিছুদিন সেই যখিনীৰ লগত ৰাজসুখত থকাৰ পিছত এদিন যখিনীয়ে মোক ক'লে, "হে ব্ৰাহ্মণ, মোৰ অভিশাপত থকা কাল শেষ হ'ল। মই এই মুহূৰ্ততে এতিয়া এই ঠাই এৰিব লাগিব। যি নহওক, মোৰ অনুগ্ৰহত তুমি স্বৰ্গীয় অন্তৰ্দৃষ্টি লাভ কৰিবা। তুমি ভয়ৰপৰা মুক্ত হ'বা। তুমি ইচ্ছা কৰিলেই সকলো ধৰণৰ আনন্দ উপভোগ কৰিব পাৰিবা। কিন্তু তুমি যেতিয়ালৈকে ইয়াত থাকা মোৰ এই অট্টালিকাৰ মাজৰ কোঠাটো কেতিয়াও মেলি নাচাবা।" এই কথাখিনি কৈয়ে যখিনী অদৃশ্য হ'ল। মাজৰ কোঠাটো মেলি চাব নেলাগে বুলি কোৱাত

মোৰ কৌতূহল বেছি হ'ল আৰু লৰালৰিকৈ মই কোঠাটোলৈ গৈ দুৱাৰখন মেলি দিলোগৈ। কোঠাটোৰ সোঁমাজতে দেখোন এটা ঘোঁৰা। ঘোঁৰাটো দেখি মোৰ উঠিবৰ মন গ'ল আৰু ঘোঁৰাটোৰ কাষ পালোগৈ। তেজী আৰু যাদু লগা ঘোঁৰাটোৱে কিন্তু মোক এনেকুৱাকৈ পাছ লাথি মাৰিলে যে মই একে কোবেই আহি এটা শিৱ মন্দিৰত পৰিলোহি।

তেতিয়াৰেপৰা মই শিৱ-মন্দিৰতে আছো। লাহে লাহে মোৰ তিনিওলোকৰ জ্ঞান লাভ হৈছে। মই অলৌকিক শক্তিৰ উপাসনা কৰিছো। মোৰ বাণী হ'ল এয়ে যে সদায় পৃথিৱীত দুখ আৰু সুখ বোলা দুটা বস্তু আছে। সুখ পাবলৈ হ'লে দুখৰ মাজেদি যাবই লাগিব। মংগলময় শিৱৰ আৰাধনা কৰিলে তেওঁ সদায় ইচ্ছা পূৰ্ণ কৰে। কেৱল মানুহে কাৰো অন্যায় কৰিব নেলাগে।

— সমাপ্ত —



অকমানিহঁত,

তোমালোকে দেখিছাই পখিলা উৰণীয়া। উৰি উৰি ফুলে ফুলে পৰে। ভোমোৰা আৰু চৰাইবোৰো উৰণীয়া। দুখনি পাখী মেলি আলাসতে ফুৰে। মেঘো উৰণীয়া। আকাশত কি ধুনীয়াকৈ ভাঁহি থাকে, উৰি ফুৰে। হয়নে নহয়?

তোমালোকে ছাগে ভাবিছা, মেঘৰনো পাখী ক'তা? ওঁ, পাখী নোহোৱাকৈও উৰিব পাৰি। বতাহ যেনেকৈ উৰে। বতাহ নৰয়েই, আৰু ৰ'লেতো বতাহেই নহয়! বতাহৰ দৰেই মনো আমাৰ উৰণীয়া। মন নেদেখি, পিছে মনৰ যিহে বিজুলী যেন গতি! মন কৰিলে মনক পিছে থিৰ কৰিবও পাৰি।

"মন উৰণীয়া"ত নীলা বাইদেউৰ উৰণীয়া মনৰ বতৰা আছে। জিকি-মিকি নামৰ দুটা মাইনাক দুপৰীয়া, গধূলি শুৱাবৰ পৰত নীলা বাইদেৱে 'মন উৰণীয়া'ৰ সাধুবোৰ সাজি সাজি কৈছিল। লাবণ্য প্ৰেছৰ তোমালোকৰ পৱিত্ৰ মামাই সেই সাধুবোৰকে কিতাপ এখন কৰি তোমালোকৰ হাতত (নে কাণত? সাধু শুনিহে।) দিছে।

"মন উৰণীয়া"ৰ লগে লগে তোমালোকৰ মনো যদি উৰি থাকে, আৰু উৰিবলৈ শিকে নীলা বাইদেউ আৰু পৱিত্ৰ মামা দুয়ো বৰ ভাল পাব। সঁচাকৈয়ে।

মৰমেৰে

নীলা বাইদেউ

বুদ্ধ পূৰ্ণিমা,

গুৱাহাটী

১৯৮১



# মাইনাৰ ৰসগোল্লা

এটা মাইনা আছিলে। মাইনাটোক মাকে খেলিবলৈ কৈ ওচৰৰ মানুহ এঘৰত ফুৰিবলৈ গ'ল। মাইনাই ইফালে সিফালে অকলে চাই ফুৰোতে দেখিলে খোৱাবস্তু থোৱা জালৰ সৰু আলমাৰীটোৰ ভিতৰত এটা ৰসগোল্লা। মাইনাই ভাবিলে ৰসগোল্লাটো খাওঁ। এইবুলি আলমাৰীৰ ওচৰলৈ গৈ দুৱাৰখন মেলিব খুজিলে নাই, তলামৰা। চাবি ক'ত মাইনাই নেজানে। ৰসগোল্লাটোক নিজেই ওলাই আহিবলৈ মাইনাই ক'লে— "ৰসগোল্লা তুমি ওলাই আহা। মই তোমাক খাওঁ।" ৰসগোল্লাই ক'লে— "মই দুৱাৰখন মেলিব নোৱাৰো নহয়! তুমি যদি খাব খুজিছা, কটাৰী এখন আনি আলমাৰীৰ দুৱাৰখন কাটা" মাইনাই কটাৰী এখন আনি জালখনত ৰেপ্ দিলে। নাই নেকাটে। সেইপিনে এটা পইতাচোঁৰা গৈছিল। "মাইনা কি কৰিছা?"

"ৰসগোল্লা খাম। তুমি খাবানেকি?"

"অঁ, খামতো! মই খাই পোৱাই নাই। জালখন মই কুটি দিওঁ ৰ'বা। এইবুলি পইতাচোঁৰাই জাল কুটিবলৈ লাগিল। ৰসগোল্লা খাম বুলি ফুৰ্ত্তিতে গান গাবলৈও ধৰিলে। গান কি শুনা—

"ৰসগোল্লা ৰসগোল্লা তোমাৰ ঘৰ ক'ত?"

ৰসগোল্লাই ক'লে— "চাৰিআলিৰ দোকানত মিঠাই ভাজে য'ত।"

গান শুনি নিগনি এটাই গাঁতৰ পৰা মূৰ উলিয়াই চাই সুধিলে— "তোমালোকে কেলেই গান গাইছা?"

"আমি ৰসগোল্লা খাম কাৰণে।"

"মইও এটা গান গাওঁনে? নিগনিয়ে অকণ অকণ দাঁতকেইটা উলিয়াই সুধিলে। মাইনাই ক'লে—

"আহাঁ গোৱাহি। তুমিও খাবা।" নিগনিও আহিল। সৰু সৰু দাঁতেৰে জালখন কুটি কুটি নিগনিয়ে গান জুৰিলে,

"ৰসগোল্লা খাবলৈ কেনে বাৰু? তিতা?"

আলমাৰীৰ ভিতৰৰ পৰা ৰসগোল্লাই ক'লে,

"নহয় নহয় তিতা নহয়, চেনি যেন মিঠা"



পইতাচোঁৰাই গালে—

"ৰসগোল্লা তুমি বাৰু টান নে বীজল?"

ৰসগোল্লাই ক'লে— "খাই চোঁৱা, একদম মাখন যেন কোমল।"

এনেক গান গাই গাই জাল কুটি থাকোতে থাকোতে জালখনত এটা ডাঙৰ বিন্ধা হ'ল। নিগনিয়ে কুটুক্ কৰে গৈ ৰসগোল্লাটো উলিয়াই আনি মুখত লগাই চালে, চেলেকি চালে। ক'ত মিঠা দেখোন নহয়। কোমলো নহয়। কিনো এইটো মিঠাই, এই বুলি মুখখন বিকটাই দিলে। পইতাচোঁৰাই ক'লে, "মোক দিয়া, তুমি খাবকে নেজানা।" এইবুলি পইতাচোঁৰাইও আল্‌ফুল্‌কৈ ৰসগোল্লাটো খাব খুজিলে। কি আচৰিত কোমল নহয় দেখোন! চেলেকি চালে, মিঠাইও নহয়, টেঙাও নহয়, এইটো কি। ৰসগোল্লাক পইতাচোঁৰাই সুধিলে— "তুমি দেখোন কোমল নহয়, মিঠাও নহয়, কেলেইনো কৈছিলা এনেই?" ৰসগোল্লা নিমাত। মাইনাই ক'লে, "মোক দিয়া" এইবুলি মাইনাই ৰসগোল্লাটো লৈ তিনিভাগ কৰিব খুজিলে। নাই হাতেৰে নেভাঙে। কটাৰীৰে তিনিও ধৰি কাটিলে, নেকাটে। মাইনাই এইবাৰ দাঁতেৰে ভাঙিব খুজিলে— নেভাঙে। কি এইটো! কেট্‌কেট্ কৰে টান। সাদ-সোৱাদ নাই। মাইনাই খঙত, দুখত ৰসগোল্লাটো দলিয়াই দিলে। ৰসগোল্লা বাগৰি বাগৰি গৈ ঘৰৰ নলাত পৰিল। বেজাৰতে তিনিওটাই কান্দিবলৈ ধৰিলে। মাইনাৰ কান্দোন শুনি ওচৰৰ ঘৰৰ পৰা মাক লৰি আহিল। "কি হ'ল, কি হ'ল?" মাইনাই কান্দি কান্দি ক'লে— "ৰসগোল্লা এটা খাব খুজিছিলো, টান।" মাকে সুধিলে, "ৰসগোল্লা ক'ত পালা?"

"আলমাৰীতে আছিলে।" মাকে ভাবিলে ক'তা আলমাৰীততো নাই! কি কথা! ভাবি গুণি মাকে ক'লে, "চাওঁ বাৰু, ৰসগোল্লাটো! ক'ত পেলালা?" মাইনাই ক'লে, "দলিয়াই দিলো।" ক'ত দলিয়ালে সুধি সুধি গৈ গৈ মাক নলাৰ কাষ পালেগৈ। মাইনাই ক'লে, "সেইটো, সেইটো।" মাকে চাই দেখে "হৰি হৰি! এইটো দেখোন পিং পং বলহে।" অকৰা মাইনাৰ কাণ্ড দেখি



মাকে মাইনাক সাৱটি ক'লে, "এইটো পিংপং বলহে। কালি তোমাৰ দাদাই কলেজৰ পৰা আনিছিল। মাটিতে পৰি আছিলে। মই আলমাৰীত ভৰাই থৈছিলো। তাকে তুমি ভাবিলা ৰসগোল্লা। আলমাৰী কেনেকৈ খুলিলা?" মাইনাই পইতাচোঁৰা, নিগনিৰ কথা ক'লে। মাকে তিনিওটাকে তেতিয়া তিনিটা ৰসগোল্লা আনি খাবলৈ দিলে। মাইনাহঁতক ফাঁকি কথা কোৱা পিং পং বল নলাতে পৰি থাকিল।

# সখী

কোমোৰা আৰু জলকীয়াৰ বৰ মিল। সখী। কোমোৰাই ঢোল বজাব জানে। জলকীয়াই ৰঙা ৰিহা-মেখেলা পিন্ধি নাচে। বিহু আহিল। বহাগ বিহু। তগৰ ফুলিল। নাহৰ গছত ৰঙা ৰঙা কোমল পাত ওলাল।

ঘৰে ঘৰে মানুহে পিঠা ভাজিছে। দূৰৰ গাঁৱৰ পৰা ঢেঁকীৰ মাত ভাঁহি আহিছে। চিৰাৰ মল্‌মলীয়া গোন্ধ বতাহত উৰি ফুৰিছে। কোমোৰাই জলকীয়াক ক'লে— "ক'ৰবাত চিৰা ভাজিছে। খাওঁগে ব'লা।" কোমোৰাৰ লোভটো বেচি। ক'ত চিৰা খুন্দিছে উমান লৈ লৈ গৈ দুয়ো এখন ঘৰত ওলাল গৈ। বুঢ়ী আইতাই চিৰা খুন্দিছে। গাথলু কোমোৰাই বাটলুগুটি যোৱাৰ দৰে গৈ বুঢ়ীক ক'লে— "আইতা চিৰা দিয়া খাওঁ।" বুঢ়ীৰ খং উঠি আহিল। ক'লে, "চিৰা এটেকেলী হোৱাই নাই, খাবলৈ ওলালিহি। নাই যা।" কোমোৰাই এতিয়া কি কৰিব। লোভো লাগিছে। মনে মনে কৰিলে কি, বুঢ়ীৰ পাছফালে থকা টেকেলীটোতে সোমাল, আৰু সোমাই লৈ কুৰ্‌কুৰ্ কৰে চিৰা খাবলৈ লাগিল। বুঢ়ীয়ে চকুৰে ভালকৈ নেদেখে। ঢেঁকী দিয়া বোৱাৰীয়েকেও লোণ সানি তেঁতেলী খাই থকা কাৰণে কথাটো মন নকৰিলে। সেই কাৰণে টেকেলীতনো কোন সোমাল বুঢ়ী আৰু বোৱাৰীয়েকে গমকে নেপালে। জলকীয়াৰ সেইবোৰ লোভ নাই। ঢেঁকীশালৰ ওচৰৰ গছত কপৌফুল ফুলিছে নেকি চাবলৈহে জলকীয়াই এখোজ-দুখোজকৈ আগবাঢ়িল। কপৌফুল পালে খোপাত মাৰি বিহু নাচিবলৈ ভাল হ'ব।



বুঢ়ীৰ ইপিনে চিৰা খুন্দা হ'ল। টেকেলীটো দাঙি নিবলৈ বোৱাৰীয়েকক ক'লে। ইমান গধুৰ টেকেলীটো! ভিতৰলৈ কোনোমতে নি ডলা এখনত চিৰাখিনি বোৱাৰীয়েকে ঢালি দিলেগৈ। চিৰা জাৰিব লাগিব। অ, চিৰা ইয়াত বেছি নাই! কোমোৰাহে ইয়াত এটা!— "আই, আই



এইটো কোমোৰা। চিৰাৰ টেকেলীত সোমাই আছিল! চিৰা দুটামানহে আছেগৈ।" বুঢ়ীৰ বৰ খং উঠিল। দেখিছানে বাৰু। এনে দুষ্ট হ'ব পায়নে। বুঢ়ীয়ে বোৱাৰীয়েকক ক'লে, "এই লুভীয়া কোমোৰাটোৰ পেটটো ফালি দিয়া। মজা পাওঁক।" কথামতে কাম। বুঢ়ীৰ পুতেকক মাতি আনিলে। পুতেকে দাখনেৰে কোমোৰাক সাউৎকৰে দুফাল কৰিলে। হয়, পেটত এগালিমান চিৰা। ঠাহ খাই আছে। কোমোৰাই দুখ পাই হায়ওঁ বিয়ৌ কৰিবলৈ ধৰিলে। চিঞৰ শুনি জলকীয়া বাৰীৰ পৰা লৰি আহিল। কাণ্ডটো দেখি জলকীয়াই লৰি গৈ বুঢ়ী আৰু বোৱাৰীয়েকৰ চকুত দিলেগৈ হাত মোহাৰি। চকুত জলকীয়াই পোৰাত গোটেই চিয়ঁৰ বাঁখৰ লাগিল। পুতেকে জলকীয়াৰ ভয়ত দৌৰ মাৰিলে। জলকীয়াই ময়দা অকণ তপত পানীত গুলি আঠা কৰি কোমোৰাৰ পেটত লগাই জোৰা দি দিলে আৰু কোমোৰাক বেগাবেগীকৈ তাৰ পৰা লৈ ঘৰলৈ গুচি আহিল। কোমোৰাই চুৰ কৰি আৰু নেখাওঁ বুলি কাণত ধৰিলে।

---

# উলৰ লাড়ু

এটা অকমানি উলৰ বল আছিল। ৰংটো বগা। চুৱেটাৰ কৰাৰ পাছতযে উল থাকি যায় তেনেকুৱা অলপমান উল সৰু লাড়ু এটাৰ দৰে আছিল। জুৰিৰ মাকে মোনা এটাত থৈছিলে। উল বিচাৰোতে কেনেবাকৈ ওলাই মাটিত পৰিলে। কোনেও মনকে কৰা নাছিল। দুপৰীয়া সময়ত মিউ এটা সেইফালে যাওঁতে উলৰ বলটো দেখিলে। মিউটোৱে ভাবিলে "এইটো দেখোন নাৰিকলৰ লাড়ু। মোৰ যে বৰ ভাগ্য ভাল আজি। নাৰিকলৰ লাড়ু ইমানদিনৰ মূৰত খাই বৰ



ভাল লাগিব" এইবুলি উলৰ বলটোৰ ওচৰলৈ যাওঁতে মেকুৰী পোৱালীটোৰ লোভৰ পানী পৰিলেই। নাৰিকলৰ লাড়ু খাবলৈ হাত মেলি লাড়ুটো ধৰোতে লাড়ুটো আঁতৰি গ'ল। আকৌ ধৰিব খুজিলে— লাড়ুটো আকৌ আঁতৰি গ'ল। এনেকৈ মিউটোৱে খেদি খেদি গৈ থাকোতে হঠাতে দেখোন লাড়ুটো নাইকিয়া হ'ল। ক'লৈ গ'ল, লাড়ুটো? ক'লৈ গ'ল?? মিউটোৱে ঘূৰি ঘূৰি চালে, মিউ মিউ কৰি মাতিলে, উঁ উঁ কৰি কান্দিলে— নাই, লাড়ু নাই। মেকুৰী পোৱালীটোৰ বৰ বেজাৰ লাগিল। বাৰীৰ পাছফালে নেমুটেঙা গছ এজোপাৰ তলতে বহি কান্দি কান্দি গাবলৈ ধৰিলে ঃ

নাৰিকলৰ লাডু
ক'লৈ গ'লা বাৰু?
শুৱলৈ দিম গাৰু
হাতত দিম খাৰু
অ' নাৰিকলৰ লাডু
ক'লৈ গ'লা বাৰু??

মেকুৰী পোৱালীটোৱে ৰেডিঅ'ৰ পৰাই গীত মাত শিকে। বিহু হ'লে বিহু চাবলৈও যায়। "শুবলৈ দিম গাৰু, হাতত দিম খাৰু" বিহুৰ পৰাই শিকিছিল। পিচে, গীত গালেহে গালে। নাৰিকলৰ লাডু আৰু নোলাল। বেজাৰতে মিউটো নেমুটেঙা গছৰ তলতে জুপুকা মাৰি বহি থাকিল।

আচলতে হ'ল কি, উলৰ লাডুটো বাগৰি বাগৰি গৈ থাকোতে এদাল দীঘল উল হৈ পৰিল। মিউটোৱে তাকে বুজি পোৱা নাছিল। দীঘল উলদাল চোতালত পৰি থকা গছৰ ডালত থকা কাউৰী এটাই দেখিলে। কাউৰীটোৱে ভাবিলে "এইদাল দীঘল ভুজিয়া ছাগে দেই। খালে



পেট ভৰি যাব। উৰুৱাই লৈ যাওঁ। বাঁহত বহি বহি খামগৈ"— এইবুলি উলদাল মুখত লৈ লাহেকৈ উৰা মাৰিলে। উলদাল দীঘলকৈ তললৈ ওলমি গৈছে। তাকে দেখি ভেকুলী বেঙৰ পোৱালী তিনিটা মানে কোৱাকুই কৰিলে— "চোঁৱা, চোঁৱা বৰষুণ দিছে— ৰূপোৱালী বৰষুণ।

কি ধুনীয়া! বলা আমি ছাতি লৈ ফুৰিবলৈ যাওঁ।" কাঠফুলাৰ কেইটামান ধুনীয়া ছাতি বেঙ পোৱালীকেইটাই দুদিনমান আগতে পাই ঘৰলৈ লৈ আহিছিল। ছাতি মেলি ফুৰিবলৈ যাবলৈ সিহঁতে বৰ ভাল পায়। বৰষুণলৈ সিহঁতে বাট চাইহে আছিল। লৰা লৰিকৈ ছাতি মেলি তিনিওটা ফুৰিবলৈ যাবলৈ ওলাল। মাকে দেখি সুধিলে— "তহঁতে ছাতি মেলিছ কেলেই?" সিহঁতে ক'লে, "বৰষুণ আহিছে তুমি হবলা দেখাই নাই?" মাকে ক'লে, "ক'তা?" তেতিয়া বেঙ পোৱালীকেইটাই ওলমি যোৱা উলদাল দেখুৱাই ক'লে— "সৌৱাচোন বৰষুণ।" মাকে উলদাললৈ চালে, আকাশলৈ চালে, মাটিলৈ চালে আৰু ঠিক কৰি বুজিলে সেয়া বৰষুণ নহয়। কাৰণ বৰষুণ হ'লে বহুত ৰূপালী সূতা আকাশৰ পৰা নামি আহিব, মাটিত পানী বৈ যাব, মেঘেও গৰজিব, আকাশ ক'লা হ'ব। একো নাই যেতিয়া বৰষুণ কেতিয়াও নহয়। "ক'ত বৰষুণ দেখিলিঅ" বুলি অঘাইটং বেঙ পোৱালীকেইটাক কাণ চেপা দুটামান দি মাকে ভিতৰলৈ লৈ আনি আখৰ লিখিবলৈ লগাই দিলে। তাৰপাছত ওলমি থকা সেইটোনো কি বুলি চাবলৈ ভেকুলী বেঙে উলৰ কাষ চাপিল। উলুদাল ঠোঁটত লৈ কাউৰীজনীয়ে গছ এজোপাত পৰি খাবলৈ চেষ্টা কৰি আছিল। খাব নোৱাৰি, সাদ সোৱাদ নেপাই কাউৰীজনীয়ে উলদাল তললৈ পেলাই দিলে। ভেকুলীয়ে মাটিত সৰি পৰা দীঘল উলদাল দেখি ভাবিলে "বগাসাপ ছাগে এইটো।" সাপলৈ ভেকুলীৰ বৰ ভয়। সাপে ভেকুলী খেদি খেদি খায়। ভয়তে একেজাপে ভেকুলী ঘৰ পালেহি আৰু "ভাগ্যে বাচিলো" বুলি দুৱাৰ-ঘৰ মাৰি সোমাই থাকিল।

উলদাল মাটিতে পৰি আছিল, পৰি আছিল। এনেতে এটা টোকোৰা চৰায়ে দেখিলে। টোকোৰা চৰাই বৰ বুধিয়ক। পেলনীয়া বস্তুকে কামত লগাই ধুনীয়া ধুনীয়া বস্তু গঢ়ে। উলদাল দেখি বাঁহ সাজিবলৈ টোকোৰাই লৈ গ'ল। খেৰ, কুটা এইবোৰৰ লগতে উলদাল গুঠি বাঁহ এটা সাজি টোকোৰাই তাতে থাকিবলৈ ল'লে। টোকোৰা চৰাইৰ বাঁহ দেখিছানে নাই? ওলমি যে থাকে গছত? বাঁহত? কি ধুনীয়া। চাবাচোন!

অ' কথাটো কি হ'ল শুনা। যি জোপা নেমুগছৰ তলত মিউটো বহি আছিল সেই গছজোপাৰ ওচৰৰে কঠাল গছ এজোপাতে টোকোৰাই বাঁহটো সাজিছিল। উলে মিউক দেখি বাঁহৰ পৰা মাত লগালে—

মিউ মিউ মেকুৰী
কিয় আছা ফেঁকুৰি—
লাডু নহয় উল
হৈছিলে ভুল।

মেকুৰী পোৱালীটো অবাক হ'ল। কোনে কথা কৈছে এনেকৈ? উল যে বাঁহৰ মাজত সোমাই আছে মিউৱে গমকে পোৱা নাই নহয়। বাৰে বাৰে একেটা কথাকে কোনে কৈছে? কোনে কৈছে? তত ধৰিব নোৱাৰি ভয় খাই মিউৱে চকুপানী মোহাৰি একেলৰে গৈ ঘৰত সোমাই থাকিলগৈ বুইছা। আমাৰো কানি কাপোৰ ক'লা হ'ল আৰু ঘৰলৈ গুচি আহিলো।

---

# ঘঁৰিয়াল, মাছ আৰু বগলী

এটা বৰ ডাঙৰ ঘঁৰিয়াল আছিল। এদিনাখন জিপ্ জিপ্ জিপ্‌কৈ ৰাতিপুৱাৰ পৰা বৰ বৰষুণ দিয়াত ঘঁৰিয়ালটোৰ বৰ পানী লাগিল। ঘঁৰিয়ালটোৱে কেবাটাও হাঁচি মাৰিলে— হাঁচি ঔ, হাঁচি ঔ, গাটোত জাৰ জাৰ লগাত ঘঁৰিয়ালটোৱে ডাঙৰ গছ এজোপাৰ শিপা এদালতে মূৰটো থৈ ৰ'দ ল'বলৈ বহিল। ঠিক সেই সময়তেই বেলিটোও গছৰ পাতৰ মাজেদি লাহেকৈ ওলাইছিল। বৰষুণৰ পাছৰ ৰ'দ জিল্‌মিলিয়া। জাৰ কালিৰ ৰ'দ কাৰণে ৰ'দটো বৰ উম লগাও আছিল। মিঠা ৰ'দ গাত লগাত ঘঁৰিয়ালৰ লাহেকৈ টোপনি আহিল। আৰামকৈ শোওঁ বুলি ঘঁৰিয়ালে ঘাঁহত বঢ়িয়াকৈ দীঘল হৈ দিলে। ওপৰমূৰকৈ শোৱা ঘঁৰিয়ালটোৰ মুখখন টোপনিৰ জালত আকৌ মেল খাই গ'ল। ইফালে বেলিটোও আহি লাহে লাহে মূৰৰ ওপৰ পালেহি। পৰি থকা ঘঁৰিয়ালটো দেখি বেলিয়ে ভাবিলে “এইটোনো কি বস্তু!” এইবুলি বেলিয়ে ঘঁৰিয়ালৰ মুখৰ ওচৰলৈ আহি জুমি চাওঁতেই ঘঁৰিয়ালৰ উশাহটোৱে বেলিটো নিলে টানি— “ঠলৰ্”— পকা বগৰী এটা সৰি পৰাদি ঘঁৰিয়ালৰ মুখত বেলিটো সৰি পৰিল। টোপনিৰ জালত থকা ঘঁৰিয়ালটোৱে ভাবিলে “বা এইটো দেখোন ৰসগোল্লা”— এইবুলি টপক্‌কৰে ঘঁৰিয়ালটোৱে বেলিটো দিলে গিলি। বেলি গৈ ঘঁৰিয়ালৰ পেট পালেগৈ। যেই গিলি দিলে ঘঁৰিয়ালৰ পেটটো যেন জ্বলিহে গ'ল! পুৰিছে, পুৰিছে বুলি ঘঁৰিয়ালে সাৰ পাই কান্দিবলৈ ধৰিলে। বেলিও জানো কম তপত! ওলাবলৈ বাট নেপাই বেলিয়ে ঘঁৰিয়ালৰ পেটত ছট্‌ফট্ কৰিবলৈ যিমানেই ধৰিলে সিমানেই ঘঁৰিয়ালৰ চেক্‌লৌ ভেক্‌লৌ লাগিল। ঘঁৰিয়ালৰ গগণ ফটা চিঞৰত গছৰ পাত সৰিল। বেচেৰা মাছবোৰেও ঘঁৰিয়ালৰ দুখ দেখি বৰ বেজাৰ পালে আৰু কি কৰিব একো ঠিক কৰিব নোৱাৰি লৰালৰিকৈ পানীকে আনি ঘঁৰিয়ালৰ পেটত ঢালিলে। এধান এধান মোৱামাছে আনিলে চামুচত পানী, সৰু সৰু পুঠিমাছে আনিলে কাপত পানী, ডেকা শলমাছে আনিলে ঘটিত পানী, লহ্‌পহিয়া পাভ মাছে আনিলে লোটাত পানী, তজবজীয়া চেঙেলীয়ামাছে আনিলে চুঙাত পানী, ডাঙৰ বৌমাছে আনি বাল্টি পানী, গাভৰু চিতলমাছে আনিলে কলহত পানী, বিৰাট বাহুমাছে আনিলে ড্ৰামত পাতি— এনেকৈ আটাইবোৰে ভাগে ভাগে নৈৰ পৰা পানী আনি ঘঁৰিয়ালৰ পেটত ভাৰে ভাৰে ঢালিলেহি— নাই ক'ত ভাল হয়, পুৰিছে ঔ, পুৰিছে ঔ, মৰিলো ঔ, মৰিলো ঔ, কৈ ঘঁৰিয়ালে মাটিত ঘূৰিবলৈ ধৰিলে।

নৈখনৰ কাষতে আছিল এটা সৰু পাহাৰ। সিফালে পাহাৰৰ নামনিত সৰু সৰু চৰাইবোৰ উমলি আছিল। হঠাতে আকাশখন আন্ধাৰ হোৱা দেখি সিহঁতৰ আচৰিত লাগিল। আচৰিত লাগিবৰে কথা— বেলিটো গৈ যে ঘঁৰিয়ালৰ পেটত সোমাল সিহঁতেতো নেজানে। আন্ধাৰ



দেখি সৰু সৰু চৰাইবোৰে ভয় খাই কান্দিবলৈ ধৰিলে। ডাঙৰ চৰাইবোৰে ক'লে— "নাকান্দিবা ৰ'বা, বেলিৰ গান গালেই বেলিটো ওলাব। বেলিয়ে কিজানি লুকাভাকুহে খেলিছে। বেলিৰ নাম ৰ'দালি। ৰ'দালি বুলিয়ে গান গাওঁ আহাঁ। এইবুলি চৰাইবোৰে বেলিক মাতি গান গাবলৈ ধৰিলে ঃ

ৰ'দালি এ ৰ'দ দে
আঁৰি কাঠী ঢালি দিম
চামৰ পীৰা পাৰি দিম
তাতে বহি বহি ৰ'দ দে
ৰ'দালিৰ মাকৰ তিনিদাল চুলি
গৈ গৈ পালেগৈ যমুনাৰ বালি।।

আকাশলৈ চাই চাই এনেকৈ চৰাইবোৰে গান গাই থাকোতেই বালিমাহী চৰাইৰ ভৰিত কিবা এটা লাগি পিৰ্‌পিৰাই উঠিল। ঘূৰি চাই দেখে এজনী কাৰৈ মাছ আৰু পিছে পিছে এটা জোনাকী পৰুৱা। জোনাকী পৰুৱাটোৱে টিপ্ চাকি এটা হাতত লৈ আহিছে। কি কথা— কি বতৰা— চৰাইবোৰে সুধিলে। উজাই উজাই পাহাৰটো পাৰ হৈ অহা কাৰৈ মাছজনীয়ে ক'লে—



"ইমানবোৰ ঘটনা ঘটিল, তোমালোকে হ'বলা গমেই নোপোৱা?" কি হ'ল, কি হ'ল বুলি চৰাইবোৰে উধাতু খাই সুধিলত কাৰৈ মাছজনীয়ে ক'লে— "আমাৰ ঘঁৰিয়ালৰ বৰ অসুখ। একেবাৰে ততেই নাই। ৰসগোল্লা এটা খাইছিল। কি জানো হ'ল— খোৱাৰে পৰা পেটত ভয়ানক পোৰণি।" চৰাইবোৰে ক'লে— "আমাৰো বৰ বিপদ বুজিছা! আমাৰ বেলি হেৰাল নহয়? গোটেইখন আন্ধাৰ এতিয়া। তোমালোকে পিছে কি কৰিব খুজিছা?" কাৰৈ মাছজনীয়ে একেউশাহতে ক'লে— "ডাক্তৰ আনিবলৈ যাওঁ, মোৰ দেৰীয়েই হ'ল দেও। বগলী খুড়াকে আনোগৈ, ভাল নহ'ব জানো??"

চৰাইবোৰে একেষাৰে ক'লে— বঢ়িয়া ডাক্তৰ তেওঁ। হাত দিলেই বেমাৰ ভাল হয়।" কাৰৈ মাছে ক'লে, "পিছে অকলে যাব নোৱাৰো দেও— মোৰ লগত তোমালোকো ব'লা। বগলী খুড়ালৈ বৰ ভয় লাগে। আমি তেওঁৰ আগত নোলাওঁৱেই। দেখিলেই থাপমাৰি ধৰি পেটটো চায়— ভাত খালানে। দেখিলেই থপিয়াই চকুটো মেলি চায়— তেজ আছেনে। চৰাইবোৰে হাঁহি ক'লে— "ভয় নাই, আমি লগত যাম বাৰু!" ডাঙৰ চৰাইবোৰ লচপচ্কৈ ওলাল, জোনাকীয়ে টিপচাকিৰে বাট দেখুৱালে— কাৰৈ মাছে খৰধৰকৈ বেগ দিলে।

গৈ গৈ সিহঁতে ডাক্তৰ বগলীৰ ঘৰ পালেগৈ। দুপৰীয়া ভাত পানী খাই লেপ লৈ ডাক্তৰ শুই আছিল। চৰাইবোৰে দুৱাৰত টুকুৰিয়ালে। চকুত চশ্মা লৈ ডাক্তৰ উঠি আহি বহা কোঠাত বহিল। কাম কৰা ছোৱালীয়ে দুৱাৰ খুলি দিলে। বেলি হেৰুৱাৰ কথা আৰু ঘঁৰিয়ালৰ পেটৰ পোৰণিৰ কথা শুনি ডাক্তৰে দুখ পালে। বগলীয়ে ভাবিলে, পচা ৰসগোল্লা খায়েই চাগে ঘঁৰিয়ালৰ পেটৰ পোৰণি হ'ল। পেটটো কাটি ৰসগোল্লাটো উলিয়ালেহে নিশ্চয় ঘঁৰিয়ালটো ভাল হ'ব। এইবুলি ডাক্তৰে মন ঠিক কৰি বেগটোত চুৰী কটাৰী, ডেটল, বেজী, সূতা আৰু দৰব ভৰাই লৰালৰিকৈ ঘঁৰিয়ালৰ ঘৰলৈ বেগ দিলে। কাৰৈ মাছ আৰু চৰাইবোৰো পাছে পাছে গ'ল।

বেমাৰী দেখি ডাক্তৰ বগলীয়ে পেট কটাটোকে ঠিক কৰিলে। ঘঁৰিয়ালে ভয়ত থক্থক্কৈ কঁপিবলৈ ধৰিলে। "পেটটো মোৰ নাকাটিবা ঔ, নাকাটিবা ঔ' বুলি ঘঁৰিয়ালে কান্দিবলৈ ধৰাত ডাক্তৰে মাছবোৰক চকুটিপ মাৰি ক'লে— "ধৰা"। জাক জাক মাছে ঘঁৰিয়ালক হেঁচা মাৰি ধৰিলে। চৰাইবোৰে মূৰৰ ওপৰত দেউকাৰে বিচিবলৈ ধৰিলে। বগলীয়ে একেকোবে দিলে পেটটো ফালি। অ' হৰি— এইটো দেখোন ৰসগোল্লা নহয়। বেলি! কি কাণ্ড! ঘঁৰিয়ালৰ পেটক কেনেকৈ সোমাল। আটাইবোৰ অবাক হ'ল। বেলিটোৱেও ওলাবলৈ বাট বিচাৰিহে আছিল! বগলীয়ে পেটতো ফলাৰ লগে লগে বেলিয়ে সাউৎকৰে ওলাই আকাশ পালেগৈ। গোটেইখন আকৌ পোহৰ হৈ গ'ল। জোনাকীৰ টিপ চাকিটো নুমাই থাকিল। বেলিটো যাওঁতে ইমান কোবত গ'ল যে ডাক্তৰ বেলিৰ খুন্দাত লুটি খাই পৰিল। বেলিৰ জুই যেন তপত ৰ'দে ডাক্তৰৰ মূৰৰ চুলিবোৰো তেনেই পুৰি থৈ গ'ল। মূৰত জুই লগাত ডাক্তৰ হাত-ভৰি মেলি অচেতন হ'ল। চৰাইবোৰে লৰালৰিকৈ কাপোৰেৰে ঢাকি জুইকুৰা নুমুৱাই দিলে। কেইটামান চৰায়ে লৰালৰিকৈ পোৰা ঠাইখিনিত নিমখ লগাই দিলে। দুটামান চৰায়ে ঔষধৰ দোকানলৈ গৈ বাৰ্ণল কিনি আনি লগাই দিলেহি। কেইটামান চৰায়ে নিচুকনি গীত গাই ডাক্তৰক শুৱাই থলে।

কিছুমান মাছে ইফালে ধৰি মেলি ঘঁৰিয়ালৰ পেটত ডেটল দিয়া পানীৰে ধুই দিলে। ডাক্তৰে বেগত অনা দৰব উলিয়াই ঘঁৰিয়ালক খুৱাই দিলে। তজবজীয়া শিঙি মাছে সাহ কৰি ঘঁৰিয়ালৰ পেটত বেজী সুমুৱাই সূতাৰে চিলাই বেণ্ডেজ কৰি দিলে।

পেট কটাৰ পৰাই ঘঁৰিয়ালে থিয় হৈ খোজ কাঢ়িব নোৱাৰা হ'ল। অপাৰেটনটো আছিল ডাঙৰ। ডাক্তৰে নিজে চিলাবলৈও নেপালে। সেইকাৰণে ঘঁৰিয়ালৰ পেটটো পূৰাকৈ ভাল নহ'ল। তেতিয়াৰেপৰাই ঘঁৰিয়ালে লাহে-ধীৰে চুচৰিহে যায়। বগলীৰো আছিল গলধনত পৰি থকা বাবৰি চুলি বৰ একোচা। বেলিয়ে পোৰাৰ পৰাই বগলীৰ মূৰৰ চুলিও নোহোৱা হ'ল। আমাৰো কানি-কাপোৰ ক'লা হ'ল আৰু ঘৰলৈ গুচি আহিলো।

---

# বগলী আৰু মাছ

চ'ত মাহ। তেনেই খৰাং দিন। ৰ'দ ৰ'দ আৰু ৰ'দ। কুঁৱা, বিল, নিজৰাৰ পানী চোকা ৰ'দত তেনেই শুকাল। নৈৰ পানীও তাকৰীয়া হ'ল। বগলীয়ে মাছ ধৰিবলৈ খাপ দি দি এটা মাছো নোপোৱা হ'ল। বগলীৰ একেবাৰে পেটে কঁকালে লাগিল।

এদিনাখন বগলীয়ে অলপ ডাঙৰ নৈ এখনৰ পাৰলৈ গ'ল। তাতে মাছ পাওঁ নেকি বুলি খাপ দিবলৈ ধৰিলে। কেইটামান মাছে পানী যুঁৰলিলৈ আহি অলপ ধেমালি কৰি আছিল। তাকে দেখি মনে মনে গৈ বগলীয়ে সিহঁতৰ এটাৰ ডিঙিত মুখেৰে কামোৰ মাৰি ধৰিলে। এটাক ধৰিলে ভৰি এটাৰে চেপা মাৰি। মাছকেইটাৰ চুলিৰ আগে জীৱ গ'ল! সিহঁতে বগলীক কাবৌ কৰিবলৈ ধৰিলে— "আমাক নামাৰিব ভিনদেউ, আমাক নামাৰিব ভিনদেউ।" এইবুলি কৈ থাকোতেই সিহঁতৰ এটাই বুধি সাজিলে আৰু বগলীক ক'লে— "আপোনাক আমি চিনি পাইছোঁ, আপুনিহে আমাক চিনি পোৱা নাই, আমি আপোনাক চাহ খাবলৈ মাতিবলৈহে আহিছিলো।" বগলীয়ে ভাবিলে, এইটো কি কথা! এইকেটানো ক'ৰ পৰা আপোন ওলালহি! এইদৰে পেটতে ভাবি সুধিলে— "তহঁতে মিছা কথা কৈছ নহয়?" সিহঁতে ক'লে, "নহয় ভিনদেউ, কিয় এনেকৈ কৈছে? আমি আপোনাৰ ঘৰলৈ যাওঁ বুলিহে ওলাই আহিছিলো। চন্দা বাইদেৱে আপোনাক আজি আমাৰ ঘৰত চাহ খাবলৈ মাতিছে। তেওঁৰ আজি জন্ম দিন।"

জন্মদিনৰ কথা শুনি বগলীয়ে ঢেক্ ঢেক্ কৰে হাঁহি পেলালে। জন্মদিন যেতিয়া পাতিছে খোৱাৰ যোগাৰ নিশ্চয় বৰ বঢ়িয়া হ'ব। বগলীয়ে চকু দুটা মুদি ভাবিলে— ফুল বাছি নাম লিখা ডাঙৰ এটা কেক্, চাৰিওফালে জ্বলি থকা মমবাতি, ওচৰৰ এখন বেলেগ মেজত ৰসগোল্লা, সন্দেশ, চপ, কাট্‌লেট্, চানাৰ পোলাও, ক্ৰিম, বিস্কুট, পুডিং— বাঃ বাঃ বাঃ বগলীৰ ভাবিয়ে ভাল লাগি গ'ল,— চন্দাজনী সঁচাকৈয়ে মৰম লগা ছোৱালী! তাই ইংৰাজী স্কুলত পঢ়ি ভালকৈয়ে জন্মদিন পাতিবলৈ শিকিলে। এনেয়ে বগী চক্‌চকীয়াজনী, তাতে চাগৈ ফ্ৰিল লগোৱা ধুনীয়া ফ্ৰক পিন্ধিব। ঘৰখনত বেলুন আঁৰিব। ইংৰাজী গানৰ ৰেকৰ্ড বাজি থাকিব। আঃ কি মজা! গানটোৰ সুৰ যেন কাণত বাজিছেই। বগলীৰ নাচিবলৈকে মন গ'ল! "এৰা এইবোৰহে জন্মদিন। আমাৰ আগৰদিনীয়াবোৰে আকৌ জন্মদিনত মাহ-প্ৰসাদ খুৱায়, তিলৰ লাডু খুৱায়, পায়স খুৱায়।

কণী দিয়া কেক, মাছৰ চপ, মাংসৰ কাটলেট নহ'লে কিহৰ জন্মদিন।" লোভতে এইবুলি সেপ ঢুকি বগলীয়ে আকৌ এবাৰ হেঃ হেঃকৈ হাঁহি ক'লে, "বৰ ভাল পালো, নিমন্ত্ৰণ পাই। বুইছা, জন্মদিন যদি খাব লাগে খাবা দিল্লীত। মই নেহেৰুৰ জন্মদিন এবাৰ খাইছিলো চৈধ্য নবেম্বৰত, কি কেক, কি কাটলেট্। অ' মুখত এতিয়াও সোৱাদ লাগিয়ে আছে। তোমালোকেতো এইবোৰ গোটাইছাই।" এইবুলি বগলীয়ে আকৌ এবাৰ মুখ টপালিলে আৰু ঠিক চাৰি বজাৰ লগে লগে পামগৈ বুলি ক'লে। বগলী বৰ কৃপণ মানে নিজে খৰচ কৰি খাবলৈ টান পায়। ভাবিলে কি দুপৰীয়া ভাতসাজো চন্দাৰ ঘৰতে খালেনো কি বেয়া। এইবুলি গলখেকাৰি মাৰি ক'লে, "বুইছা



পাছত গ'লে মই ঘৰ চিনি নেপাম। তোমালোকৰ লগতে যোৱাই ভাল।" মাছকেইটাই বগলীৰ ভৰিৰ আঙুলীয়ে টিপা মাৰি ধৰাৰ পৰা কেনেকৈ এৰায় তাকেই ভাবি আছিল। ক'লে, "বলক বলক ভিনদেউ, আপুনি গ'লে আমি বৰ ভাল পাম। বলক আমাৰ লগতে।" বগলীয়ে ক'লে, "জন্মদিনৰ উপহাৰ পিচে কিনা নহ'ল নহয়। ঠিক আছে আশীৰ্বাদকে দিম, কি বোলা?" মাছকেইটাই টপৰাই ক'লে, "আশীৰ্বাদতকৈ ডাঙৰ বস্তু কি আছেনো। আপুনি "হেপী বাৰ্থ

ডে'কে গাব, হৈ যাব। অন্য উপহাৰ কেনেই?" বগলীয়ে উপহাৰ কিনা পইচাও ৰাহি হ'ল বুলি জানি আৰু ৰং পালে। দীঘল দীঘল খোজ দি মাছৰ লগত যাবলৈ ওলাল।

ইফালে হ'ল কি, বগলীৰ ঠেং দুখন তৰাং পানীত ডুবি থকা কাৰণে পানীত থকা সৰু ভেকোলাকেইটামানে ভাবিলে এই দুডাল ওচৰা-ওচৰিকৈ থকা গছ। সিহঁত আকৌ বৰ ৰঙিয়াল। তজ্‌বজাই থাকে। ইটোয়ে সিটোক ক'লে— "দেখিছানে কি সুন্দৰ দুডাল ডাল-পাত নোহোৱা গছ। আহা আমি ইয়াতে দোলনা সাজো।" এইবুলি লৰালৰিকৈ পঘা এডাল বিচাৰি আনি বগলীৰ ঠেঙত বান্ধি মহা আৰামেৰে দুলি আছিল। এবাৰ ইটো উঠে এবাৰ সিটো উঠে। যেই বগলী ওলাল, বগলীয়ে ঠেং দাঙোতেই সিহঁত দুটা উফৰি পৰিল আৰু ভেঁ ভেঁ কৰে মুখ মেলিবলৈ ধৰিলে। বগলীয়ে কান্দোন শুনি তললৈ চাই দেখে, "অ' ঠেঙত দেখোন পঘা বন্ধা। কোনে বান্ধিলে? মাছকেইটাই কথাটো গম পাইছিল। লাহেকৈ ক'লে, "খং নকৰিব ভিনদেউ, এইকেইটা মাইনা ভেকোলা, একো নেজানে। সিহঁতে ধেমালীতেহে বান্ধিছিল।" এই বুলি বগলীৰ ঠেঙৰপৰা পঘাডাল খুলি দিলে। বগলীৰ আজি মন ভাল। একো ধমকি নিদিলে। মাছকেইটাৰ লগে লগে গৈ চন্দাৰ ঘৰ ওলালগৈ আৰু কলিং বেল টিপিলে।

আচলতেতো চন্দা মাছৰ সেইদিনা জন্মদিন নহয়! মাছকেইটাই বগলীয়ে খাব বুলি ভয়তহে তেনেকৈ কৈছিল! বৰ ডাঙৰ বিপদ হ'লে, কোনোবাই মাৰিব খুজিলে, আনক অপকাৰ নকৰা মিছা কথা ক'ব পাৰি বুলি সিহঁতক স্কুলত চাৰে কৈছিল। আনৰ অন্যায় হোৱা, অপকাৰ হোৱা মিছা কথা পিছে কেতিয়াও, কোনো কালতে ক'ব নেপায়। এনেয়ে মিছা কথা ক'বও নেপায়। কাৰণ মিছা কথাৰ ঠেং চুটি। সঁচা কথাটো অলপ পাছতে ওলাই পৰে। মাছকেইটাৰ ভয় লাগিল— সঁচা কথা ওলাই পৰে বুলি। সেইদেখি সিহঁতে লৰি গৈ পাছ দুৱাৰেদি সোমাই চন্দামাছক একে উশাহে সকলো কথা বিৱৰি ক'লেগৈ, আৰু জন্মদিনৰ খোৱা এতিয়া এনেয়ে যোগাৰ কৰিব লাগিব বুলিও ক'লে। কাৰণ ভালবস্তু খাবলৈ নেপালে বগলীয়ে এতিয়া মাছকে খাব। "ঠিক আছে, হ'ব" বুলি চন্দাই ধুনীয়া চোলা এটা পিন্ধি লচ্‌পচ্‌কৈ গৈ বগলীক দুৱাৰ মেলি দি মাতিলে— আহক, বহক। চন্দাক দেখিয়েই বগলীয়ে গালেই—

হেপী বাৰ্থ ডে টু ইউ
হেপী বাৰ্থ ডে টু ইউ
হেপী বাৰ্থ ডে টু ইউ চন্দা......

চন্দাই হাঁহি মাৰি "ধন্যবাদ ভিনদেউ, থেঙ্ক ইউ ভিনদেউ আহক, আহক" বুলি বগলীক আদৰি আনিলে আৰু বহাকোঠাত বহুৱালে। বগলীয়ে সুধিলে " কি কৰিছিলা চন্দা?" চন্দাই ক'লে,

"আজি জন্মদিন। একো কৰিবলৈকে ইহঁতে মোক দিয়া নাই। মই ঘৰত ফুল সজাইহে আছো। ৰন্ধা-বঢ়া হয় মানে আপুনি গানকে শুনক" এইবুলি চন্দাই ইংৰাজী গানৰ ৰেকর্ড লগাই দিলে। কিতাপো দুখনমান দিলে পঢ়িবলৈ। বগলীয়ে আৰামী চকীত দীঘল দি, আৰামেৰে গান শুনি



শুনি বাতৰি কাকত পঢ়িবলৈ ধৰিলে। চন্দাই লৰালৰিকৈ বগলীক চাহ, বিস্কুট, নাৰিকলৰ লাডু, পাপৰ ভজা খাবলৈ দিল। তাৰ পাছত ঘৰত বেলুন আঁৰিলে। বাকীবোৰ মাছ ৰন্ধা-বঢ়াত লাগিল। পোলাও, দাইল, চাটনি, কোপ্তা এইবোৰ। পিছে কেক কৰিবলৈ আৰু কাট্‌লেট কৰিবলৈহে ওচৰত কণী, মাংস নাই। কি হ'ব এতিয়া! গোটেইবোৰে ভাবি-গুণি ঠিক কৰিলে যে বগলীক দুপৰীয়াৰ ভাতকে দৈ, মিঠাই আদিৰে ইমান বেছিকৈ "খাওক, ভিনদেউ, খাওক" বুলি খুৱাব যে খাওঁতে খাওঁতে বগলীয়ে আবেলিৰ "বাৰ্থ ডে পাৰ্টি" খাব নোৱাৰো, পেটত জাগা নাই বুলি কৈ দিব। ভবামতে কাম। চন্দাৰ মাক-বায়েকহঁতেও ৰান্ধিলে। মেজত বগা কাপোৰ পাৰি দি মেজ সজালে, ফুল থলে, তাৰ পাছত বগলীক আথেবেথে আনি "ইটো খাওক, সিটো খাওক কৰি খুব খুৱালে! বগলীয়ে ইমান খালে যে খাওঁতেই চকীতে টোপনি গ'ল। মাছবোৰে তিতা ৰুমালেৰে মুখ মচি দি, ধৰি দাঙি নি আলহী শোৱা ৰুমৰ বিছনাতে বগলীক শুৱাই দিলে।

বগলীয়ে টোপনি গৈ থাকোতেই সন্ধিয়া হ'বৰ হ'ল। হৰি! হৰি! বগলী যদি 'আজি ৰাতি হ'ল' বুলি ঘৰলৈ নেযায়গৈ কি হ'ব হয়নে! মাছবোৰৰ মহা চিন্তা লাগিল। ৰাতিলৈ আকৌ ভাল বস্তু নেপালে বগলীয়ে মাছকে খাব! আৰু জন্মদিনৰ কেক্ খাবলৈও বিচাৰিব নহয়! সেই কাৰণে যেনেতেনে বগলীক ঘৰলৈ পঠাবই লাগিব। আটাইবোৰে ভাবিলে, গুণিলে, কিন্তু কি কৰিব ঠিক কৰিব নোৱাৰিলে। শেহত চেঙা মাছেই বুদ্ধি এটা সাজি সাহ কৰি আগবাঢ়ি আহিল আৰু বগলীক জগালে— "ভিনদেউ ভিনদেউ, উঠক, উঠক গাড়ী যাবই এতিয়া। এইখনেই শেষ গাড়ী।" টোপনিৰপৰা বগলীয়ে ধহ্মহ্কৰে উঠি বাথৰুমলৈ যাব খুজিলে। পিচে কি কাণ্ড! দুৱাৰেদি বগলী এতিয়া নোসোমায়েই। খাই খাই বগলী একদম ইম্মান শকত হৈ গ'ল! দুৱাৰত লাগি ধৰিলে। গাটো বেকা-বেকি কৰি সৰকাব খোজে, নেযায়। মাছবোৰে চকুৰ পচাৰতে বুধি সাজিলে আৰু ক'লে— "ভিনদেউ, ভয় নকৰিব অকণো, আমি আছো, ৰব" এইবুলি শাৰীপাতি ইটোৰ পাছত সিটোকৈ মাছবোৰ থিয় হ'ল আৰু বগলীক ঠেলিবলৈ ধৰিলে আৰু মুখেৰে কৈ গ'ল—

মাৰ জোৰে হেইচৌ
আৰু জোৰে হেইচৌ
লগাও জোৰে হেইচৌ
হেইচৌ, হেইচৌ
হেইচৌ হেইচৌ
হেইচৌ......।

গ'ল বগলী ফাউৎকৰে ওলাই। বাঁহৰ চুঙাৰ ভিতৰৰ কাগজৰ গুলী ওলোৱাৰ দৰে বগলী ওলাই গ'ল। মাছবোৰে, "আয়ে ভিনদেউ, দুখ পালে নেকি" বুলি কোলাত তুলি লোৱাৰ দৰে ল'লে আৰু ক'লে— "ইচ্ ৰাম ৰাম, বলক আপোনাক কোলাত তুলিয়ে ঘৰত থৈ আহোঁগৈ, বাছত যাব নেলাগে।" এইবুলি মাছবোৰে বগলীক ডাঙি নি একেকোবে ঘৰত থৈ আহিলগৈ।

বগলীক থৈ অহাৰ পাচতহে মাছবোৰৰ মুখলৈ পানী আহিল।

---

# মোৱামাছৰ বিয়া

এজনী মোৱামাছ আছিলে। মোৱামাছৰ বিয়া ঠিক হ'ল পাভমাছৰ লগত। বিয়াৰ ৰভা শিঙিমাছে দিলে। দলঙৰ খৰিৰ খুটা, কলমৌ পাতৰ ছালি। জোনাকী পৰুৱাই গৈ তাত লাইট জ্বলাই পোহৰ কৰিলে। দৰাঘৰৰ পৰা কইনাক কাপোৰ দিব লাগে নহয়? বগা কাপোৰ কোনে দিব? পাভ মাছৰ মাকে বগলীৰ ওচৰলৈ গৈ ক'লে, "বগা কাপোৰ তুমি আমাৰ বিয়ালৈ দিবানে?" বগলীয়ে ক'লে, "ওঁ, লৈ যোৱা"— এইবুলি বগলীয়ে ঢকঢকীয়া বগা কাপোৰ এসাজ দিলে। তাতে পাটমাদৈ চৰায়ে হালধীয়া সূতাৰে ফুল তুলি আৰু ধুনীয়া কৰি দিলে। পিচে এযোৰ কাপোৰেৰে নহ'ব। এযোৰ কাপোৰেৰে জোৰোণ দিলে মানুহে হাঁহিব, জোৰা নাম গাবই— "শবদত শুনিলো দৰাঘৰ চহকী জোৰোণৰ কাপোৰখন চোৱা।" আৰু দুসাজ কাপোৰ লাগিব। পাভমাছৰ মাক এইবাৰ ভাটৌৰ ওচৰলৈ গ'ল। ভাটৌৱে ক'লে, "মই মোৰ গাৰ ৰঙৰ নিচিনা সেউজীয়া কাপোৰ এযোৰ দিওঁ লৈ যোৱা।" পাভমাছৰ মাক এইবাৰ গ'ল হাবিৰ ফুটুকা ফুটুকি হৰিণীৰ ওচৰলৈ। হৰিণীক গৈ পাভমাছৰ মাকে ক'লে, "আমাৰ পাভৰ বিয়া পাতিছো। জোৰোণত দিবলৈ তুমি মুগা সাজৰ নিচিনা কাপোৰ এসাজ দিয়া। পাৰিবানে?" হৰিণীয়ে ক'লে, "মই বৈ থোৱা আছেই, হোঁৱা।" কাপোৰ তিনি সাজ লৈ বৰ ৰংমনে পাভৰ মাকে বিয়ালৈ আটাইকে মাতি থৈ আহিল। সহায়ৰ কাৰণে আটাইকে ধন্যবাদো জনালে।

এতিয়া লাগে কাণ, হাত, ডিঙিলৈ গহনা। ডালিমৰ ফুলে দিলে কেৰু, শেৱালীৰ ফুলে দিলে ডিঙিৰ মালা, গধূলিগোপাল ফুলে চাকি গুথি দিলে খাৰু। টেঙেচী ফুলে দিলে আঙঠি, ধুনীয়া গহনা হ'ল। আটায়ে বৰ ভাল হৈছে বুলি ক'লে। অ হালধিও লাগিব নহয় কইনাক দিবলৈ— হালধি ক'ত পাব? আটায়ে ক'লে, "ওচৰতে কেতেকী ফুল আছে তালৈকে যোৱা। তেওঁ হালধি সানি হালধীয়া হৈ থাকে।

পাভমাছৰ মাকে কইনাক দিবৰ কাৰণে হালধি খুজিবলৈ গ'ল কেতেকী ফুলৰ কাৰণে। "কেতেকী ফুল, তুমি ইমান ধুনীয়া হালধীয়া! হালধি তোমাৰ ঘৰত আছে নহয়!" কেতেকী ফুলে পুৱা সদায় কেঁচা হালধি পটাত বটি গাখীৰৰ সৰৰ লগত মিহলাই মুখত ঘঁহে। তাৰ এবেলা পাছতহে গা ধোৱে। এই কথাটো পাভৰ মাকে জানিছিল। কেতেকী ফুলে ক'লে, "অ'

আছেতো! কেলেই নহ'ব? মই দিয়া হালধিৰে কইনাক গা ধুৱাবা, মোৰ যে ভাবিয়েই ভাল লাগিছে। হোঁৱা এয়া হালধি।" ধন্যবাদ দি পাভৰ মাকে হালধি লৈ ঘৰলৈ আহিল।

বিয়াৰ বাবে আটাইবোৰ যোগাৰ হ'ল। মাথোন থাকিল সেন্দুৰ! সেন্দুৰ খুজিবলৈ আবেলি বেলিৰ ওচৰলৈকে যাব লাগিব। পাভমাছৰ মাকে লগত পুঠি আৰু ইলিচ মাছক লৈ সেন্দুৰ খুজিবলৈ আবেলি ওলাই গ'ল। সেন্দুৰী বেলিৰ ঘৰ পাহাৰটোৰ সিপাৰে। পাহাৰটো নৈৰ কাষতে। বেলিয়ে পূবৰ পৰা কাম কৰি আহি পশ্চিমৰ পাহৰলৈ যাবলৈ লৰালৰি কৰোঁতেই পাভৰ মাকে বেলিৰ ওচৰ পাই লাহেকৈ ক'লে, "তোমাক আমাৰ পাভৰ বিয়ালৈ মাতিবলৈ আহিলো। আহিবা দেই। আৰু এটা কথা, তুমিয়েই সেন্দুৰৰ ভঁড়াল। আমাৰ কইনাক দিবলৈ সেন্দুৰ অকণ দিবানে?" বেলিয়ে ক'লে, "মোৰ ইমান সেন্দুৰ। পানীতহে পেলাই দিওঁ আবেলি হ'লে! নিয়া, নিয়া।" সেন্দুৰৰ যোগাৰো হ'ল। হওঁতে জবাফুলৰো সেন্দুৰ আছিল। পিছে জবাই গোঁসাইৰ পূজাত দিব লগা হয়। সেই কাৰণে অইনলৈ নাটে।

পাভৰ মাকে ঘনচিৰিকাকো বিয়াত তামোল কাটিবলৈ মাতি থৈ আহিল।



গোটেইখন খদমদম্। পাভৰ বিয়া মোৱাৰ লগত। জোৰোণ হৈ গ'ল। ধুনীয়া সাজ পিন্ধি, গহনা পিন্ধি, ফোঁট লৈ মোৱা জিলিকি উঠিল। ঘনচিৰিকাই তামোল কাটিলে লচপচ্ কৰে।

গেদগেদী মাছে, খলিহনা মাছ, কাৱৈ মাছ, চন্দা, মিছাইঁতক লগত লৈ বিয়ানাম গালে। শিঙৰা, মাগুৰ, এলেং, ভাঙোন, কুড়ি, শ'ল ইহঁতে আলহীক তামোল দিছে, মছলা দিছে, চাহ দিছে। ৰৌ, বাহু, কান্দুলি, মিৰিকা, চিতল ইহঁতে বিয়াৰ দিহা ভাগে ভাগে দিছে। ভেকুলীয়ে বেগু বজাইছে। আঁৰি, কচ, ভেউ, বৰালী মাছে মজলিচ্ পাতিছে। নতুন নতুন গান গাইছে গোটেইবোৰে। তোৰা আৰু বামী মাছে গ্ৰামোফোনত বিয়ানামৰ ৰেকৰ্ড লগাইছে।

বিয়াঘৰৰ ইমান ৰং-ৰহইচ শুনি বাঁহৰ জোপত মনে, মনে লুকাই থকা শিয়াল আহিল বিয়া চাবলৈ। অ' হৰি শিয়াল অবাক হ'ল— ইমানবোৰ খোৱাবস্তু— লুচি-ভাজি, বেঙেনা ভাজি, ক্ৰীম, মিঠাই— শিয়ালে মনৰ ৰঙতে শিয়ালনীক চিঞৰি মাতিলে— "অ বোলো আহাঁ, আহাঁ,— চোঁৱা চোঁৱা, মিঠাই খোৱা, কে কে হোঁৱা।" শিয়ালৰ বেসুৰা ডাঙৰ চিয়ঁৰ শুনি জোনাকীয়ে ভয় খাই লাইট নুমুৱাই দিলে বাপেকে। দৰা-কইনা আন্ধাৰত বহি থাকিল। সৰু মাছবোৰে



আন্ধাৰ দেখি কান্দিবলৈ ধৰিলে। তেহে ডাঙৰ শাল মাছ, গৰুৱা মাছে শিয়ালক খেদি গ'ল, লাঠী এডাল লৈ। শিয়ালে নেগুৰ মোটোকাই দিলে দৌৰ। জলপান বিলাই থকা শিঙৰা আৰু চেঙেলীয়া শিয়ালৰ কাণত ভোৰ্‌ভোৰালে— "আহাঁ মোৰ সোণাই, খুৱাওঁ জলপান এটা ভালকৈ।" শিয়াল বৰ খকুৱা। বিয়ালৈ মাতিলে গোটেইবোৰ জলপান খাই পেলাব নহয়। সেই কাৰণে শিয়ালক বিয়ালৈ মতা নাই। শিয়ালৰ জলপান খোৱা আশা নাইকীয়া হ'ল। খেদাকে খালে আৰু। তাতে শিয়ালৰ পেট ভৰি গ'ল। আমি হ'লে বিয়াৰ জলপান বঢ়িয়াকৈ খালোঁ, আৰু বিয়া ভগাত ঘৰলৈ গুচি আহিলো। বুজিলা? ইচ্ তোমালোকো যদি মোৰ লগত বিয়া খাবলৈ গ'লাহেঁতেন।

# কঠালৰ মুচি, আতলচ আৰু হাতী

এজোপা কঠাল গছ। কঠাল গছজোপাত কঠালৰ সৰু মুচি কেইটামান লাগিলে। মুচিবোৰ আছিল বৰ কট্‌কটীয়া আৰু টটাটিঙা। অনবৰতে ক'ত কি হৈছে চাবলৈ ইফালে সিফালে চকু দি থাকে। এনেকৈ চাওঁতে দেখিলে অলপ দূৰৰ মাইনাহঁতৰ বাৰীত আতলচ্ গছ এজোপা। গছজোপা ভৰি আতলচ্ লাগিছে। আতলচৰ গাটোত মাটিকঠালৰ দৰে সৰু সৰু টৌ। কঠালৰ মুচিয়ে আতলচটোক জোকাবলৈ ঠিক কৰিলে আৰু চিয়ঁৰি ক'লে, "হেৰা আতলচ্ তোমাৰ গাত ইমান খহু! তোমাক আমি খহুৰা বুলি মাতিম।"

কথাটো শুনি আতলচৰ বৰ দুখ লাগিল। আতলচে নিজে নিজে জানো নিজৰ গাটো সাজি লৈছে! গোঁসায়েহে কৰিছে। ঈশ্বৰে কাৰোবাক মিহিকৈ সাজিছে, কাৰোবাক ওখোৰা মোখোৰাকৈ সাজিছে। আতলচ বৰ শান্ত। কাকো নোজোকায়। আতলচে ক'লে— "লোকক জোকাব নেপায় নহয়! কেলেই জোকাইছা?"

কঠালৰ মুচিবোৰে ক'লে, "কিনো হ'ব জোকালে? তুমি খহুৰা কাৰণেহে খহুৰা বুলিছো—

আতলচ খহুৰা

দহটকা ধৰুৱা।।

মিছাকৈয়ে এনেকৈ জোকাই থকাত আতলচটোৱে আৰু বেজাৰ পালে। মনে মনে গোঁসাইক ক'লে— "প্ৰভু চোৱাচোন, মোক মিছাকৈয়ে কঠালৰ মুচিয়ে ধৰুৱা বুলিছে, খকুৱা বুলিছে। মই দেখোন তেওঁক একো কৰা নাই। তোমাক হ'লে ক'লো।" এইবুলি আতলচে আকাশলৈ চাই সেৱা এটা কৰি মনে মনে থাকিল।

আতলচে নমতা দেখি কঠালৰ মুচিয়ে ছালত থকা কোমোৰাক জোকাবলৈ লাগিল—

"কোমোৰাৰ পেটটো ঢোল যেন ডাঙৰ

কিল খালে, ভুকু খালে, খালে এখন মটৰ।

কোমোৰাই ওলোটাই একো ক'বলৈ নৌ পাওঁতেই বাৰীলৈ ঘৰৰ কাম কৰা লগুৱাজন সোমাই অহাত আটাইবোৰ মনে মনে থাকিল।

এনেকৈ আনক জোকাই মেলি থাকোতে মুচিকেইটা লাহে লাহে ডাঙৰ হৈ আহিল,

আৰু কঠাল হৈ পৰিল। কঠাল হোৱাৰ লগে লগে সিহঁতৰ গাবোৰ জোং থকা খহুৰে একেবাৰে ভৰি পৰিল। সিহঁতে নিজৰ গাটো চাই বৰ আচৰিত হ'ল। আতলচক জোকাওঁতে সিহঁত নিজেই এতিয়া খহুৰা হৈ পৰিল। কোমোৰাক জোকাওঁতে সিহঁতৰ নিজৰে পেটটো ঢোল যেন ডাঙৰ



হৈ পৰিল। আনক জোকালে যে নিজৰো তেনেকুৰা হয় এতিয়াহে সিহঁতে বুজি পালে। তথাপিও সিহঁতৰ আনক জোকোৱা স্বভাৱটো নগ'ল। ভেদ্দিক জোকালে মুনীয়া বুলি, লেচেৰা মাহক জোকালে চেপেটা বুলি, জলকীয়াক জোকালে কি বুলি জানা?

জলকীয়া জলকীয়া
মিঠা কিয় নাইকিয়া??
তাহানিতে জলকীয়াই মিঠা খালে ৰাতি
দাঁতবোৰ খাই দিলে নিগনিয়ে কুটি।
তাৰে পৰা জলকীয়াৰ কি চাবা খং।
লগৰীয়া হ'লগৈ জালুক আৰু লং।।

কঠালে ইমান জোকাব পাৰে! আটাইৰে বৰ খং উঠে। মনে মনে গোঁসাইক কয় আৰু 'চাবা' বুলি।

তাৰ পাছত হ'ল কি, কঠালবোৰ লাহে লাহে পকিবলৈ ধৰিলে। পকা কঠালৰ গোন্ধ পাই বনৰীয়া হাতী হাবিৰ পৰা ওলাই আহি একেবাৰে কঠালৰ ওচৰ পালেহি। কঠালে ভয়ত



হাঁয় ঔ, বিয়ৌ লগালে। "আমাক তোমালোকে বচোৱা, বচোৱা।"কৈ ইমান চিঞৰিলে কোনেও কাণষাৰ নকৰিলে। আটায়ে ভাবিলে "পাওক মজাপালি।" হাতীয়ে দীঘল শুৰ মেলি কঠালবোৰ ছিঙি আনি মোকোৰা-মোকোৰে খাই গোটেইবোৰ একেবাৰে পেটত ভৰালে। চাই আছিল, চাই আছিল— একেবাৰতে গোঁসায়ে ভালৈ সেকা দিলে। লপালপ্ কঠাল খাওঁতে হাতীৰ মুখত তেনেই আঠা লাগিল। আঠাবোৰ এতিয়া কেনেকৈ গুচাব! ভঁড়ালৰ গাধৈতে পুৰণি তুলাৰে ভৰা থৈলা এটা আছিল। তাতে গৈ হাতীয়ে মুখ ঘঁহাই দিলে। হাতীৰ মুখ গোটেইখন তুলাৰে বগা হ'ল। হাতীয়ে ভাবিলে এঠা গ'ল। এই বুলি হাবিলৈ যাওঁতে লগৰ বন্ধুবোৰে "এইটো কি আহিলে ঔ" বুলি চিঞৰি বাখৰি লৰিবলৈ ধৰিলে। হাতীয়েও "কি হ'ল" বুলি নিজেও ভয় খাই কান্দিবলৈ ধৰিলে। তেহে হাতীৰ মাক আহি হাতীৰ মুখত মিঠাতেল সানি আঠা গুচাই তাৰ পাছত জুৰিত মুখখন ধুৱাই দিলেগৈ। তেতিয়া লগৰবোৰে হাতী বুলি চিনি পালে। হাতীটোৱে জীৱনত আৰু কঠাল নাখাওঁ বুলি ঠিক কৰিলে।

দুষ্ট বুদ্ধিৰ কঠালে কি মজা পালে দেখিলা?

# শিয়ালৰ অসুখ

এটা শিয়াল আছিল। শিয়ালটোৰ এদিন হাঁহ এটা খাবৰ মন গ'ল। ৰাতি হলত গোটেইবোৰ যেতিয়া নিজম পৰিল মামণিৰ ঘৰলৈ শিয়ালটোৱে হাঁহ বিচাৰি আহিল। মামণিৰ ঘৰৰ চোতালতে



মিনুৱে নীলৰ পানী এচৰিয়াও দিনতে থৈছিল। ৰাতি ভিতৰলৈ নিবলৈ পাহৰিলে। আন্ধাৰে-মুধাৰে শিয়ালটোৱে আহি জপংকৰে নীলৰ পানীত পৰিল! গোটেইটো একেবাৰে নীলা হ'ল। শিয়ালটোৰ কাপোৰবোৰো তিতিল। কাপোৰ সলাবলৈ বুলি সি ঘৰলৈ গ'ল! ঘৰত শিয়ালটোক কোনেও চিনি নেপালে। ইটোৱে সিটোক ক'লে, "চোঁৰা", সিটোৱে ইটোক ক'লে, "চোঁৰা, চোঁৰা"— গোটেইখন কোৰ্‌হাল লাগিল। শিয়ালৰ মাক শুই আছিল। চিয়ঁৰ-বাখৰ লগাত বুঢ়ীও বিছনাৰ পৰা উঠি আহিল। 'কি হ'লনো' বুলি টোপনিৰ জালতে চাই দেখে এটা নীলা শিয়াল। বুঢ়ীৰ পুতেকটো এনেকুৱা নহয়। বুঢ়ীয়ে "কোনে এনে কৰিলে কোঁৰা, কোঁৰা" বুলি বিনাবলৈ ধৰিলে। পুতেকে ক'লেহে ক'লে পানী এচৰিয়াত পৰিলো বুলি, পুতেকৰ মাত আটাইৰে চিয়ঁৰ-

বাখৰত তলেই পৰিল। গোটেইবোৰে ৰাউচি জুৰি "কোঁৱা, কোঁৱা, চোঁৱা, চোঁৱা" কৰিবলৈ ধৰিলে। কিছু বেলি যোৱাত আটাইবোৰে গুণি-গাথি ঠিক কৰিলে যে শিয়ালটোৰ অসুখহে হৈছে— নীলা পৰা অসুখ। গতিকেই ডাক্তৰৰ ওচৰলৈ নিব লাগে।



সিহঁতৰ গাঁওখনতে আছিল এটা ভেবেলা ডাক্তৰ। শিয়ালটোক কোচত তুলি অইন শিয়ালকেইটামানে ডাক্তৰৰ গুৰি পোৱালেগৈ। ডাক্তৰে বেমাৰী চাই গহীনকৈ সুধিলে— "তুমি কালি পুৰাকল খাইছিলা, নহয়নে?" শিয়ালে ক'লে, "জানো পাহৰিলো।" "খাইছিলা খাইছিলা। নহ'লে তুমি ক'লাজামু হ'লেও খাইছিলা। ক'লাজামু খাই প্ৰথমে জিভা নীলা হ'ল, নীলা জিভাৰে অইন বস্তু খোৱাত এতিয়া গাটো নীলা হ'ল। মোৰ আগত বেমাৰ ক'ত সাৰিব। শুনিলেই গম পাওঁ। চাবই নেলাগে নহয়! ৰবা বেজী দিওঁ"— এইবুলি ডাক্তৰে খচ্‌খচ্‌কৰে কেবাদিনো বেজী দিলে। ক'ত বেমাৰ ভাল হয়! বেজীৰ বিষতে জ্বৰহে উঠিল। কাপোৰ-কানি গাত লৈ শিয়াল শুই থকা হ'ল। ডাক্তৰৰ দৰবে ভাল নোহোৱাত এইবাৰ আহিল বেজ। ৰঙা কাপোৰ পিন্ধা, কান্ধত জোলোঙা লোৱা বেজ। বেজে একোছা বিহলঙনি বিচাৰি আনি শিয়ালৰ গাত কোবাই কোবাই জাৰিবলৈ ধৰিলে ঃ

উৰি গ'ল শগুণী
পৰি গ'ল পাখী
কোন কোন বিয়াধিয়ে
থৈছিলে ৰাখি
হৰ বিষ্ণু হৰ
নীলা শিয়াল
ভাল হৈ পৰ।।



বেজে জাৰিলে, সৰিয়হ আৰু শুকান জলকীয়াৰে মুখ ভাপি জুইত দিলে, মাদলী দিলে, পূজা কৰিলে। নাই, শিয়ালৰ ভাল নহ'ল। বেজাৰত গোটেই ঘৰৰে মুখ শুকাল। "আয়ে দেহি, এইহেন ল'ৰাটোক কিহে পালে। কথা নাই, বতৰা নাই হঠাতে ক'ৰ অসুখ লাগিল!" চিন্তাত আটায়ে খোৱা-বোৱাই এৰিলে। গোটেইবোৰে আকৌ ভাবি-গুণি এইবাৰ সোঁৱৰণী চোৱা দেউৰ ওচৰলৈ গ'ল। তামোল-পাণ এটা আৰু পইচা চাৰি অনা দি দেউক গোটেই অসুখটোৰ কথা

ক'লে। দেউৰে সুধিলে— "সোঁৱৰণী আছেনে নাই?" এটাই উত্তৰ দিলে— "আছিল, নিগনিয়ে কুটিলে, হেৰাল।" সোঁৱৰণী নোহোৱাকৈ দেউৰে কেনেকৈ চাব? এনেয়ে আন্দাজতে দেউৰে ক'লে— এওঁৰ কিজানি কেতুৰ দোষেই লাগিছে। সেই কাৰণে ছালৰ বেমাৰে দেখা দিছে। এওঁৰ হৈ দান দিয়ক আৰু নাম গোৱাওঁক।"



কথামতে কাম। শিয়ালবোৰে মিলি ডাঙৰ সবাহ এটা পাতিলে। সবাহত এতিয়া কি কি গোটাব লাগিব? শিয়ালৰ ককায়েকে ৰাইজক সুধিলে—

কি কি গোটাম কোঁৱা, কোঁৱা
ৰাইজে ক'লে— নাৰিকল, মগু, বুট লোঁৱা লোঁৱা।
মাকে সুধিলে— আৰু কি লাগিব কোঁৱা, কোঁৱা
ৰাইজে ক'লে— কল, কুঁহিয়াৰ দিয়া, দিয়া।
মাকে ক'লে— নামঘাৰ এতিয়া গোঁৱা, গোঁৱা
ৰাইজে ক'লে— শৰাইতে মিঠৈ থোঁৱা, থোঁৱা।।

মাকে তেনেকৈয়ে শৰাই সজাই নামঘৰত দিলে। বুট, মগু, জহা চাউলৰ প্ৰসাদ, নাৰিকল, কল, কুঁহিয়াৰ, নাচপতি, মাটিকঠাল, আম, ডালিম, তিয়ঁহ এই সকলোবোৰ ভাগে ভাগে সজাই দিলে। কেঁচা পিঠাগুড়ি, চেনি, গাখীৰ, ঘিউ, কৰ্পূৰ দি ধুনীয়াকৈ মিঠৈ সাজিও শৰাইত দিলে। ৰাইজে তেতিয়া নাম ধৰিলে—

এ কি গাম হোঁৱা হোঁৱা কি অ' হে
গোঁসাই তুষ্ট হোঁৱা (হোঁৱা হে হোৱা)
মাকে ক'লে— অ কীৰ্তন একাইধা গোঁৱা গোঁৱা
নাম থৈ জলপান খোৱা খোৱা।

শিয়ালৰ ঘৰত জলপান গোটাইছে কোমল চাউল, দৈ, গাখীৰ, গুৰ। বঢ়িয়া জলপান। জলপানৰ কথা শুনি ৰাইজে নাম গাবলৈ ধৰিলে। নামৰ জাউৰিত হাবি গধূলিতেই ৰজন্‌জনাই উঠিল। লাহে লাহে নাম থ'বৰ হ'ল। ৰাইজৰ ভিতৰৰ এজনে ক'লে— "এতিয়া সেৱা কৰিবৰ হ'ল। ল'ৰাটি বেগেতাই লৈ আহাঁ।" নীলা শিয়ালৰ মাকে ল'ৰাটিক কোঁচত লৈ ততাতৈয়াকৈ তপত পানীৰে গাটো ভালকৈ ধুৱাই মচি-কাচি কাপোৰ পিন্ধাই নামঘৰলৈ লৈ আহিল। গোঁসাই সেৱা বাহী গাৰে কৰিব নেপায় নহয়। সেই কাৰণে তামোল-পাণ পইচা দি মাকে-পুতেকে নামঘৰত দীঘল দি সেৱা কৰিলে। ৰাইজে আশীৰ্বাদ দিলে—

হোঁৱা, হোঁৱা
নীলা গুচি ভাল হোৱা, হোৱা।।

আশীৰ্বাদ দি ৰাইজে জলপান খাই গ'লগৈ। কাৰণ ৰাতি বহুত হ'ল। পাচদিনা পুৱা পোহৰ হলত আটায়ে দেখিলে শিয়ালৰ গাৰ নীলা অসুখ একেবাৰে নাই। একেবাৰে আগৰ দৰে হ'ল। আটায়ে ক'লে— নামৰ কি মহিলা। গোটেই ঘৰৰে বৰ আনন্দ লাগিল। গাঁৱৰ আটাইকে ৰঙতে চিয়ঁৰি ক'লে— "চোঁৱাহি, চোঁৱা চোঁৱা চোঁৱা।"

---

# আপেল, আঙুৰ আৰু পৰী

এজনী বৰ ধুনীয়া পৰী আছিল। একেবাৰে আকাশৰ জোনৰ দৰে বগা। পৰীৰ বাহুত লগোৱা আছিল জিএঞৰ দুখন পাখী। তাৰে আকাশত উৰি ফুৰে। এদিন তেনেকৈ উৰি ফুৰোতে দেখিলে এজোপ আপেল গছত বৰ ধুনীয়া ৰঙা এটা আপেল লাগিল আছে। তেনেই কাষতে এজোপা সেউজীয়া আঙুৰ লতা। তাত লাগি আছে এটা আঙুৰ। এটা আপেল, এটা আঙুৰ! কি কথা! থোপাথোপে আপেল লগা নাই, থোপাথোপে আঙুৰ লগা নাই। এটা এটাহে লাগিছে।



টক্ টক্ কৰে ৰঙা আপেল আৰু সোণবৰণীয়া আঙুৰটো দেখি পৰীৰ ছিঙি আনি ল'বৰ মন গ'ল। আপেল আৰু আঙুৰ গছৰ কাষলৈ গৈ পৰীয়ে লাহেকৈ ছিঙি আনিব খোজোতেই আপেলে মাত লগালে, "নিছিঙিবা, নিছিঙিবা।" আঙুৰেও ক'লে, "নেপায় নহয়, হাতেৰে ছিঙিব।" পৰী

অবাক হ'ল। কিহেৰে ছিঙিব এতিয়া। পৰীৰ মনৰ ভাব বুলি আপেলে ক'লে, “কটাৰী বা কেচিৰেহে কাটিব লাগে। তুমি তাকো নেজানা।” পৰীৰ ঘৰত আকৌ কটাৰী, কেচি একো নাই। পৰীয়ে ভাবিলে উৰি গৈ কাৰোবাৰ পৰা বিচাৰিয়ে আনিব লাগিল। এই বুলি ভাবি পৰীয়ে জিলিমিয়া পাখী মেলি, বতাহত ঢউ খেলি খেলি আহি ধুনীয়া ডাঙৰ হাবিত ৰ'লহি। বনত প্ৰথমেই গৈ পৰীয়ে কাউৰী এজনীৰ কাষ চাপিল আৰু ক'লে, “তোমাৰ কটাৰী আছেনে? যদি আছে মোক দিয়াচোন— অলপ বেলিৰ কাৰণে।” কাউৰীয়ে আবেলি পৰত সদায় গলা সাধনা কৰে— আ আ আ কা কা কা। পৰীয়ে গৈ আমনি কৰাত কাউৰীৰ খং উঠিল আৰু কৰ্কশ কণ্ঠেৰে ক'লে, “নাই, নাই, যা।” কাউৰীৰ পৰা সমিধান পাই পৰী গ'ল এইবাৰ ভাটৌ এটাৰ ওচৰলে। এজাৰ গছৰ ডাল এটাত বহি ভাটৌৱে মনত বেজাৰ কৰি আছিল। কাৰণ ভাটৌক আজিকালি আটায়ে “ভকত” বুলি মাতে। ভাটৌৱে ভাবে “মইনো কেতিয়াৰ পৰা ভকত হলো। মোৰ দেখোন ভকতৰ বগা সাজ নায়েই। কলপাতৰ দৰে কলপতীয়া ৰঙৰ সাজহে মোৰ গাত।” এইদৰে ভাবি-গুণি ভাটৌৱে ৰঙা ঠোঁটটো তললৈ কৰি মন মাৰি থাকোতেই পৰীয়ে গৈ সুধিলে— “ভকত, তোমাৰ হাতত কেচি আছেনে?” ভাটৌৱে ক'লে— “নাই দেউ, আজিকালি



মই কাপোৰ নিচিলাওৱেই। তোমাকনো কেচি কেলেই?” “লাগে বুজিছানে, বৰ দৰকাৰ। চুৰী কটাৰী এখন পালেও হয়। ক'ত পাম ক'ব পাৰিবানে?” “তুমি বাৰু ধনেশ পখীৰ ওচৰলৈকে যোৱাচোন। তেওঁৰ হাতত থাকিব পায়।” ধনেশ পখীক বিচাৰি পৰীয়ে জান-জুৰি হাবি-বন

পাৰ হৈ গৈ গৈ এডাল ওখ গছত পৰি থকা পালেগৈ। ধনেশ পখীক কৈ কলত ধনেশে ডাঙৰ হালধীয়া ঠোঁটটো লাহেকৈ লৰাই ক'লে, "মই কাটি-কুটি বেয়া পাওঁ বুজিছা। সেই কাৰণে কেচি, কটাৰী নাৰাখোৱেই। মই কোন গছত চম্পা ফুল ফুলিছে, ক'ত কপৌ ফুল ফুলিছে, এইবোৰ চাইহে ভাল পাওঁ জানিছা। এতিয়াও তাকে চাই আছিলো।" পৰীয়ে সুধিলে, "কোঁৱাচোন ক'ত পাম।" ধনেশ পখীয়ে ক'লে, "তুমি ফেঁচাকে সোধাচোন। তেওঁ ক'ব পাৰিব। কাৰণ তেওঁ বহুত কথা জানে। কথাবোৰ ক'ব পাৰে।" পৰীয়ে উৰি উৰি গৈ ডাঙৰ গছৰ খোৰোং এটাত ফেঁচা বহি থকা পালেগৈ। তেতিয়া গধূলি হৈছিল। ফেঁচাই গধূলি হ'লে উৰুলী দিয়ে নহয়, উৰুলী দিছিল। পৰীয়ে ফেঁচাৰ উৰুলী শুনি বৰ ভাল পালে। লাহেকৈ ফেঁচাক ক'লে— "অ, তোমাক এই কাৰণেই লক্ষ্মী ফেঁচা বোলে। গধূলি উৰুলী দি লক্ষ্মী মাতা। মই আহিছো আকাশৰ পৰা। মোক এখন কটাৰী লাগে। ক'ত পাম বাৰু?" ফেঁচাই ক'লে— "তুমি যদি কিবা ফল কাটিব খুজিছা তেনেহ'লে দেখোন কাঠৰোকাকে ক'ব পাৰা। ঠোঁটেৰে কুটি দিব। কটাৰী বিচাৰি হাবাথুৰি নেখাবা।" পৰীয়ে ভাবিলে সঁচাই কথাটো। ইমানপৰে এই কথাটোকে কোনেও কোৱা নাই। পৰীয়ে পাখীৰে উৰা মাৰি কাঠৰোকা চৰাইৰ ওচৰ পালেগৈ। কাঠৰোকাই ডাঙৰ গছ এডালত ঠোঁটেৰে খুটিয়াই খুটিয়াই ফুটা এটা কৰিব খুজিছিল। পৰীয়ে



গৈ ক'লে, নমস্কাৰ, মই বৰ দৰকাৰ এটাত আহিলো।" কাঠৰোকাই আথে-বেথে পৰীক বহুৱাই কথাবোৰ শুনিলে। পৰীৰ অনুৰোধমতে আকাশলৈও যাবলৈ ওলাল। সেইমতে পৰীয়ে কাঠৰোকাক বাট দেখুৱাই লৈ গ'ল আৰু ৰাতি তেওঁলোকে আকাশ পালেগৈ।

পৰীয়ে কাঠৰোকাক নি আপেল-আঙুৰৰ গছজোপা দেখুৱালে। কাঠৰোকাই আলফুল কৰে ঠাৰিতে কুটি আপেলটো আৰু আঙুৰটো পৰীৰ হাতত দিলে। পৰীৰ যে কি আনন্দ! ৰঙা আপেল আৰু সোণবৰণীয়া আঙুৰ পাই পৰীৰ কি কৰো কি নকৰো লাগিল। কাৰোবাক উপহাৰ দিবৰহে মন গ'ল। পৰীৰ এজনী বৰ মৰমৰ বন্ধু আছিল। নাম আইমণি। পৰীয়ে ভাবিলে আঙুৰ আৰু আপেল নি যদি আইমণিক দিয়া যায় বৰ ভাল পাব। পৰীয়ে ভবামতেই উৰা মাৰি মাটিলৈ নামি আহিবলৈ ঠিক কৰিলে, আৰু কাঠৰোকাকো ঘৰত আহি থৈ যোবাৰ কথা ভাবিলে। কাঠৰোকাক ধন্যবাদ দি, খুৱাই-বোৱাই, লগত লৈ ৰাতিয়েই পৰীয়ে আপেল, আঙুৰক বুকুত সুমুৱাই উৰি আহিবলৈ ধৰিলে।



আকাশৰ পৰা আপেল আঙুৰক লৈ অহাত তৰাবোৰে বেয়া পাইছিল। জোনেও বেয়া পাইছিল। সেই দেখি পৰীৰ বাটটো পোহৰ নহ'বৰ কাৰণে তৰাবোৰ নুমাই থাকিল। জোনটোৱেই ডাৱৰৰ আঁৰত লুকাই গোটেইখন আন্ধাৰ কৰি দিলে। মেঘবোৰবো কথাটো শুনি পৰীৰ ওপৰত খং উঠিল, "আও, আকাশৰ ধুনীয়া বস্তুকেইটা লৈ গৈছে চোৱা।" এইবুলি মেঘে একেবাৰে

গৰজিবলৈ ধৰিলে, বিজুলী মাৰি পঠিয়ালে, গুৰুম্ গুৰুম্ কৰে খণ্ডত গাজিবলৈ ধৰিলে, ধাৰাসাৰ বৰষুণ দিবলৈ ধৰিলে। পৰী বেচেৰীয়ে বুকুত আপেল আঙুৰক লৈ উৰোতে উৰোতে তিতি জুৰুলি-জুপুৰি হ'ল। পাখীদুখনৰ ভাগৰ লাগি গ'ল। কি হ'ব! উপায় নাই। বিজুলীয়ে খেদি খেদি গৈছে পৰীক। আন্ধাৰতে পৰীয়ে উমানতে উৰিছে। উৰোতে, উৰোতে, উৰোতে, উৰোতে, উৰোতে ৰাতি পুৱাই গ'ল। বেলি ওলাল। যেই বেলি ওলাল জোনটো বেলিৰ ভয়ত শেঁতা হৈ গ'ল। মেঘবোৰো মনে মনে থাকিল। বেলিয়ে খঙৰ চকুৰে ৰঙা হৈ সিহঁতক চাই পঠিয়াইছিল। অকমানি পৰীজনীক ইমান দিগদাৰ কৰা কাৰণে বেলিৰ খং উঠিছিল। বেলিয়ে পৃথিৱীখন জোনতকৈ বেছি ভাল পায়। সেই কাৰণে মাটিতে মূৰ থৈ ডুব যায়। মেঘৰ খং শাম কাটিলতহে পৰীৰ ভাল লাগিল। পৰীয়ে লৰালৰিকৈ উৰা মাৰি আহি আইমণিৰ ঘৰ পালেহি। আইমণিয়ে পুৱা গা ধুই উঠিছিলেহে। পৰীয়ে ক'লে "আঁহা, আহাঁ, ওলাই আহাঁ। তোমালৈ ধুনীয়া বস্তু দুটা আনিছো। লোৱা, হাত পাতা।" এইবুলি পৰীয়ে আপেল আঙুৰ দুটা আইমণিৰ হাতত দি নৰলেই, উৰা মাৰিলে। আইমণিয়ে দেখি অবাক! আনন্দতে নি গোঁসাই থাপনাত দি, চাকি জ্বলাই সেৱা কৰাৰ পাছত দেখিলে "অ এই দুটা দেখোন অকণি অকণি, চকুৰে মাইনা! সোণবৰণীয়া আঙুৰৰ দৰে এটা মাইনা, ৰঙা আপেলটোৰ দৰে এটা মাইনা। ইমান ধুনীয়া! পৰীক আৰু গোঁসাইক হিয়া উবুৰিয়াই ধন্যবাদ দি মাইনা দুটা আইমণিয়ে বুকুত সুমুৱাই ল'লে আৰু দুটা নাম দিলে। কি দিলে? আঙুৰ আৰু আপেল।

---

# দৈত্যৰ মৰম

এখন ডাঙৰ খেল পথাৰ আছিল। তাতে এদিন জিকিমিকি, আলফুল, আপেল, আঙুৰ, পিকুমণি, জুৰি, জুলীয়ে আবেলি পৰত খেলি আছিল। এনেতে আকাশত সোঁ সোঁকৈ এটা শব্দ হ'ল। আটাইবোৰে ভাবিলে এৰোপ্লেন আহিছে। এইবুলি ওপৰলৈ চাওঁতে দেখিলে— "অ হৰি! ক'লা কিবা এটাহে দেখোন নামি আহিছে, ওপৰৰ পৰা।" "এইটো কি আহিছে বুলি" আটাইবোৰ ল'ৰা-ছোৱালীয়ে চিঞৰ-বাখৰ লগালে। আঙুৰ আৰু জুৰীয়ে ভয়তে মুখেই মেলিলে। লোদোৰা-পোদোৰ আপেলৰ একেবাৰে ভয় নাই। আপেলে আটাইবোৰকে ক'লে, "ৰবা, ভয়



নকৰিবা। এটুকুৰা মেঘহে নামি আহিছে। মেঘৰ পানী হাতেৰে চুম দেই আমি!" পিছে মেঘ নহয়। চাওঁতে চাওঁতে বিৰাট মানুহ এটাহে আহি ল'ৰা-ছোৱালীবোৰৰ ওচৰতে নামিলহি। মানুহটো ইমান দীঘল যে একেবাৰে তামোল গছৰ সমান। গাটোও দুটামান হাতীৰ সমান শকত। হাতখনৰ তলুৱা এখন নাওহে যেনিবা। জিক্‌মিকে কিতাপত ডাঙৰ দৈত্যৰ ছবি দেখিছিল। ভাবিলে, এইটোও দৈত্য। ভয়তে "দৈত্য-দৈত্য" বুলি চিঞৰি দিলত বাকীবিলাকেও কান্দিবলৈ

ধৰিলে। মানুহটো দৈত্যই হয়। পিছে বৰ মৰমীয়াল দৈত্য! দৈত্যটোৱে গান গাবও জানে। ল'ৰা-ছোৱালীবোৰে কন্দা দেখি দৈত্যই "অলৌগুটি, তলৌগুটি" খেলাৰ দৰে হাত দুখন মুঠি মাৰি আগলৈ নি দেখুৱাই ক'লে, "দেখ, দেখ মৰ্টন হ্যায় ইধাৰমে।" ল'ৰা-ছোৱালীবোৰে মৰ্টনৰ নাম শুনিয়েই কন্দা আধা-আধি বন্ধ কৰি দৈত্যৰ পিনে চাবলৈ ধৰিলে। "কিধাৰমে বল্?" এইবুলি দৈত্যই সিহঁতৰ মনত মৰ্টনৰ লোভ লগাই দি গান গাবলৈ ধৰিলে—

"নন্‌হে মুন্‌হে বাচ্ছু বল
হাতমে ক্যা হ্যায়?
বল্ বল্ তুম্‌হাৰা হাতমে,
মৰ্টন হামাৰি হ্যায়!"

পিকু আৰু জুৰীয়ে গান গাই বৰ ভাল পায়। সিহঁতে লগে লগে চিঞৰি গালেই— "তুম্‌হাৰা হাতমে মৰ্টন হামাৰি হ্যায়।" পিকুৱে জুৰীয়ে লগাই দিলত জুলী, আঙুৰ, আলফুল আটাইবোৰে গাবলৈ ধৰিলে গানটো। সিহঁতৰ ভয় নাইকিয়া হ'ল। দৈত্যই তেতিয়া হাতৰ মুঠি খুলি এসোপা মৰ্টন উলিয়াই সিহঁতক খাবলৈ দি সুধিলে— মৰ্টন অউৰ খায়েগা? কাজু খায়েগা? চন্‌ট্ৰা খায়েগা? বাদাম? পেস্তা? ক্যা খায়েগা বাতাও? খায়েগা তো ওপৰমে চল মেৰা সাথ।" দৈত্যই "চল্ মেৰা সাথ" বুলি ক'বলৈহে পালে, আপেলৰ গান এটা মনত পৰিলেই— "চল্ চল্ চল্ মেৰা সাথী, অ মেৰে হাতী.... হাতী কোনটো?" দৈত্যই সুধিলে— "কিউ হাতীকা বাত বোলা?" আপেলে ক'লে কেলেই গানটোত আছে নহয়? চল মেৰা সাথী বুলিলে হাতী থাকিবই লাগিব।" আপেল আকউ তেনেকুৱাই। কথা ক'লৈই লগে লগে তেওঁৰ কিছুমান গানলৈ মনত পৰে। দৈত্যই কথাটো বুজি হাঁহি হাঁহি ক'লে, "অ' হাতী? হামি হ্যায় না হাতী? হ্যায় কি নেহি?" দৈত্যটোক ল'ৰা-ছোৱালীবোৰৰ হাতী যেন লাগিছিলেই। সিহঁতে ক'লে, "হয়, হয়।" তেতিয়া দৈত্যই ক'লে— "চল আভি মেৰা সাথ। ঘুমকে আয়েগা, কাজু খায়েগা, মৌচম্বী খায়েগা, গানা শিখেগা......" এইবুলি ডাঙৰ হাতখন মেলি ল'ৰা-ছোৱালীবোৰক নিজৰ হাতৰ তলুৱাত উঠিবলৈ দিলে। দৈত্যৰ হাতৰ তলুৱাতে আটাইবোৰ উঠিল— জিক্‌মিক্, আপেল, আঙুৰ, আলফুল, জুৰি, পিকু, জুলী। দৈত্যই সো সোকৈ ওপৰলৈ ঘূৰি ঘূৰি উঠিবলৈ ধৰিলে। আঙুৰে ক'লে, "আনন্দ মেলা, বাঃ বাঃ।" গুৱাহাটীৰ জজ্ ফিল্ডত হোৱা আনন্দ মেলাৰ চকৰীত সিহঁত উঠিছিল কাৰণে সিহঁতৰ অকণো ভয় নেলাগিছিল। আকাশেদি উৰি উৰি গৈ দৈত্যটোৱে একেবাৰে ওখ পৰ্বতৰ টিঙত থকা এখন বৰ ধুনীয়া বাগিছাত নামিলগৈ। বাগিছাখন ফল আৰু ফুলেৰে উপচি থকা। কিমান যে ধুনীয়া ধুনীয়া ফুল। ৰঙা, বগা, হালধীয়া, গুলপীয়া,

বেঙুনীয়া...... বহুৰূপী...... কত যে ৰং! এফালে গোলাপ, তগৰ, বকুল, খৰিকাজাঁই, যুতি, শেৱালী, ৰজনীগন্ধা ফুল। সৌপিনে আকৌ কি আচৰিত! এজোপা ডাঙৰ গছ! তাত ফলেই



ফল! একেজোপা গছতে আটাইবোৰ ফল লাগিছে দেখোন। মৌচম্বী, আঙুৰ, আপেল, মালভোগ কল, নাচপতি, আনাৰস। কোনোবাই আকৌ আখৰোট্, কাজু, বাদামবোৰো দ'ম দ'মকৈ থৈছে। মৰ্টন, চিকলেট, লুজেন, কেডবেৰী, এইবোৰো আছে দ'ম পাতি পাতি। দেখিয়েই এটা লুজন আনিবৰ মন গ'ল জুলীৰ। জুলীয়ে লুজেন বৰ ভাল পায়। চপক্ চপক্কৈ খায়। আঙুৰৰো মন গ'ল চিক্লেট্ খাবলৈ। সিহঁত দুটাই মনে মনে বস্তু দুটা আনিব খোজোতেই দৈত্যই দেখিলে। দৈত্যই এইবাৰ অসমীয়াতে ক'লে— "ওহোঁ, এনেকৈ নহয়। বস্তু নিজে লৈ খাব নেপায় নহয়! সুধিহে ল'ব লাগে।" জুলী আৰু আঙুৰক মাকে এইবিলাক কথা শিকাইছেই। পিছে লুজেন, চিক্লেট্ দেখি ইমান লোভ লাগিছিল যে পাহৰিয়ে গৈছিল। জুলী আৰু আঙুৰে "চৰী আঙ্কল, মাফ কৰিব খুড়াদেউ" বুলি দৈত্যৰ ওচৰত ক্ষমা খুজিলে। সিহঁতক এনেকৈ ক'বলৈ স্কুলত মিছে শিকাইছে। দৈত্যই লাহেকৈ মৰম কৰি ক'লে, "ঠিক আছে, প্ৰথমতে তোমালোকে এটা গান শিকিবা। মই আপেল, কাজু আৰু মৰ্টন গছৰ পৰা ছিঙি দিম। তাৰ পাছত আৰু এটা গান শিকিবা। মই বুইছা গান শিকাই বৰ ভাল পাওঁ। গান শিকাবলৈহে মই তোমালোকক ইয়ালৈ লৈ আহিছো। গান শিকা হৈ গ'লে গছৰ পৰা যি মন যায় ছিঙি ছিঙি ল'বা। হ'ব? ৰাজী?"

ল'ৰা-ছোৱালীবোৰে আনন্দতে কি মজা, কি মজা বুলি জপিয়াবলৈ ধৰিলে। দৈত্যই ল'ৰা-ছোৱালীবোৰক থিয় কৰাই ক'লে ঃ মই এটা গান শিকাম। তোমালোকে লগে লগে গাবা দেই। এইটো পতাকাৰ গীত বুইছা? আমাৰ যে ফ্লেগ আছে— গেৰুৱা, বগা, সেউজীয়া ৰঙৰ? ফ্লেগ উৰাৰ সময়ত এইটো গীত গাব লাগে।



গোঁৱা— এক, দুই, তিনি— ষ্টার্ট ঃ
ঝাণ্ডা উচাঁ, ৰহে হামাৰা
বিজয়ী, বিশ্ব, ত্ৰিৰঙ্গা, প্যাৰা
ঝাণ্ডা উচাঁ ৰহে হামাৰা।।
আও অ ভাইঅ, বহিন অ আও অ
দেশভূমি পৰ বলি বলি যাও অ
এক সাথ সবে মিল কৰে গাও অ
প্যাৰা ভাৰত দেশ হামাৰা।।

গীতটো গালে ইমান গা উঠে! আপেল, জুলী, জিক্‌মিক্, আলফুল আটাইবোৰে বৰ ভাল পালে। সিহঁতে এনেয়েতো গালেই, কান্ধত পতাকা লোৱাৰ দৰে লৈ লেফট্ ৰাইট্ কৰি কৰিও গালে। দৈত্যই সিহঁতক বৰ ভাল পালে। টপক্‌কৰে সিহঁতে গীতটো শিকিলে। মৰমীয়াল দৈত্যই সিহঁতক কাজু আৰু কেড়বেৰী এসোপা, এসোপা খাবলৈ দিলে। সিহঁতে গছৰ ওচৰতে বহি বহি আনন্দেৰে খালে। তাৰ পাছত দৈত্যই ক'লে, "বুইছা তোমালোকৰ জাতীয় সংগীত মোৰ বৰ ভাল লাগে। তাকে মই গাওঁ— তোমালোকে শিকা। তোমালোকৰ দেশখনৰ নাম ভাৰতবৰ্ষ। বহুত ৰাজ্য গোট খাই দেশখন হৈছে। তোমালোকৰ দেশৰ জাতীয় গীত "জনগণমন"। গীতটো গাওঁতে থিয় হৈ ভাবে-ভক্তিৰে গাব লাগে। একেলগে থিয় হোৱা আৰু গোঁৱা—

'জনগণ মন অধিনায়ক জয়হে ভাৰত ভাগ্য বিধাতা
পঞ্জাব, সিন্ধু, গুজৰাট, মাৰাঠা, দ্ৰাবিড় উৎকল বঙ্গ
বিন্ধ্য, হিমাচল, যমুনা, গঙ্গা উচ্ছল জলধি তৰঙ্গ
তব শুভ নাম জাগে, তব শুভ আশীষ মাগে
গাহে তব জয় গাথা
জনগণ মঙ্গল দায়ক জয়হে ভাৰত ভাগ্য বিধাতা
জয়হে, জয়হে, জয়হে.......।।

গোটেইবোৰে সুন্দৰকৈ গীতটো গালে। মৰমীয়াল দৈত্যই তেতিয়া আৰু বহুত ফলমূল দি ল'ৰা-ছোৱালী আটাইকেইটাকে আকৌ হাতৰ তলুৱাত তুলি কোওঁ কৰি তললৈ নমাই আনিলে। দৈত্যৰ হাতৰ তলুৱাত সিহঁতক দেখিবলৈ অকণি অকণি পুতলাৰ দৰে হৈছিল। সিহঁতক আনি দৈত্যই আকৌ খেল পথাৰত নমাই দি, সিহঁতক একোটা চুমা খাই উৰি গুচি গ'ল। তেতিয়া গধূলি হ'বৰ হৈছিল। ল'ৰা-ছোৱালীকেইটা ঘৰলৈ উভটি নহা দেখি মাকহঁতৰ চিন্তাই লাগিছিল। তেনেতেই সিহঁত দৌৰি দৌৰি যেনিবা ঘৰ পালেহি আৰু মাকহঁতৰ আগত দৈত্যৰ আচৰিত কথাবোৰ ক'বলৈ ধৰিলে। মাকহঁতেও শুনি একেবাৰে অবাক হৈ গ'ল। পিকুৱে লাহেকৈ আইতাকৰ ওচৰলৈ গৈ সুধিলে— "আইতা, দৈত্যবোৰ বেয়া বুলিহে কোৱা! এইটো দৈত্য কেনেকৈ ভাল হ'ল? ইমান মৰম কৰিলে আমাক।"

আইতাকে ওৰণীখন টানি পিকুক কাষত বহুৱাই ক'লে— "গান গায় নহয় দৈত্যটোৱে, সেইকাৰণে হ'ল। গানে মনটো মাখনৰ দৰে কোমল কৰে।"

---

# আগকথা

জিকি আৰু মিকি। সাধুকথা নহয় সঁচা সঁচিকৈ দুটা মাইনা আছিল। এতিয়া দুয়োটা ডাঙৰ হ'ল। বৰ মৰমলগা আছিল সিহঁত। সিহঁতৰ নাম আপেল-আঙুৰো আছিল। দুয়োটা যজা কাৰণে কিছুমানে মৰমতে সিহঁতক ভুজিয়া-বুগুিয়া, নাৰিকলৰ লাডু, গমৰ লাডু বুলিও মাতিছিল। সিহঁতৰ আইমণিয়ে মৰমতে সিহঁতৰ নাম দিছিল আকাশ আৰু জোনাক, অমিতাভ অনুৰাগ, ঋতুপৰ্ণ সুপৰ্ণ— এইবোৰ। আৰু যে কত কি।

সিহঁতৰ কথাবোৰ আছিল সকলে পৰাই বৰ বেলেগ ধৰণৰ। শৰাইত নৈবেদ্য সজাই গোসাঁইঘৰত গোসাঁইলৈ আগবঢ়োৱা হয়। শৰাইত নৈবেদ্য একেধৰণেই থাকে। তাকে দেখিলে সিহঁতৰ খং উঠে। ভাবে, গোসাঁয়ে দুষ্টামী কৰি খোৱা নাই। লৰি গৈ আইমণিক মাতি আনেগৈ আৰু কয়, গোসাঁইক খং, গোসাঁইক খং— অৰ্থাৎ গোসাঁইক খং কৰিব লাগে, কিয় নোখোৱা বুলি। সিহঁতৰ খেলাৰ লগৰী কাঠৰ দুলি থকা ঘোঁৰা এটা আছিল। ঘোঁৰাটোৰ ওলাই থকা দাঁত ৰাতিপুৱা সিহঁতে সদায় ব্ৰাচ কৰি দিয়ে। সিহঁতে স্কুললৈ নিয়া টিফিন সদায় লগৰ ল'ৰাক খুৱায়, কাৰণ সিহঁতৰ হেনো ভোক লাগে, (নিজৰ হ'লে নেলাগে)। নিজৰ গাৰ চুৰেটাৰ, কোট খুলি বাটৰকাষৰ মগনীয়া ল'ৰাক পিন্ধাই দিয়ে (কাৰণ তাৰ জাৰ লাগিছে)। সিহঁতে ৰঙীন পেন্সিলেৰে আঁকা ভাৰতৰ তিনিৰঙীয়া ওখ পতাকাখনত দেউতাকৰ মুখ আঁকি মুখত চুৰট দি দিয়ে। অঁ, সিহঁতে সকলে পৰাই ছবি খুব আঁকিছিল। ইমান ডাঙৰ শিল্পী হেমন্ত মিশ্ৰই ছবিবোৰ চাই অবাক হৈছিল আৰু বৰ প্ৰশংসা কৰিছিল। "জিকি মিকিৰ ছবিৰ মেলা" বুলি সিহঁতে আঠ বছৰ বয়সতে এশ পঞ্চাশখন ছবিৰ এখন ধুনীয়া প্ৰদৰ্শনীও পাতিছিল গুৱাহাটীত। ছবি চোৱা মানুহবোৰে হেঁপাহতে দুদিনৰ ঠাইত কেইবাদিনলৈ প্ৰদৰ্শনীৰ দিন বঢ়াই দিছিল।

জিকি আৰু মিকিয়ে সৰুৰে পৰা কোৱা কথাবোৰ আইমণিয়ে ডায়েৰীত টুকি টুকি থৈছিল। তাৰে দুটামান কথা তোমালোকক এয়া জানিবলৈ দিছে আৰু লগতে সিহঁতে আবৃত্তি কৰা দুটা দীঘল কবিতাও লগতে দিছে— তোমালোকেও যাতে আবৃত্তি কৰিব পাৰা।

তোমালোকে নীলা বাইদেউৰ কিতাপ পঢ়ি বৰ ভাল পোৱা। এইখনো যদি ভাল পোৱা, মোৰ কি যে ভাল লাগিব!! ভালপালে চিঠি লিখিবা, দেই।

মৰমেৰে—

নীলা বাইদেউ
২০ জুলাই/৮৯

মাৰফৎ ঃ নিৰ্ম্মলপ্ৰভা বৰদলৈ
শ্ৰীময়ী
গীতানগৰ, গুৱাহাটী-২১

জিকি আৰু মিকি। দুটা অকণি অকণি মাইনা। সিহঁত দুটাৰ কিমান যে কথা। এদিনাখন হ'ল কি শুনা ঃ

(১)

জিকিমিকিৰ ঘৰলৈ ধুনীয়া, কেঁচা হালধি যেন ৰঙৰ এগৰাকী বুঢ়ী মানুহ ফুৰিবলৈ আহিল। জিকিমিকিৰ আইতাকে হাতত তামোলৰ বটাটো লৈ ওলাই গৈ তেখেতক আথেবেথে আনি আগফালৰ চ'ৰা ঘৰতে "আহক, আহক, বহকহি" বুলি বহুৱালে। বহুত দিনৰ মূৰত তেখেত ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহিছে। জিকিমিকিয়ে ধুনীয়া বস্তু বৰ ভাল পায়। বুঢ়াগৰাকীৰ পকাথেকেৰা যেন গোল মুখখনত ৰঙা সেন্দুৰৰ ডাঙৰ এটা ফোঁট। তামোল খাই ওঁঠ দুখন ৰঙা। পাটৰ মেখেলা, কেছ বছা ৰিহা, বগা কপাহী চাদৰ পিন্ধা বুঢ়ীগৰাকীৰ দুয়োফালে দুটা বহি ল'লৈগে। বুঢ়ীগৰাকী মৰমতে পমি গ'ল— "এনে ভাল ল'ৰা, কেনেকৈ মোৰ কাষত বহিছেহি চোৱাচোন, কি নাম তোমালোকৰ বোপাই?" এটাই ক'লে, "জিকি", এটাই ক'লে, "মিকি"। বুঢ়ীগৰাকীয়ে ভাবিলে এইটো ইংৰাজী নাম। আইতাকক সুধিলে— "ইহঁত দুটাক নো ইংৰাজী নাম দুটা কিয় দিলা?"

আইতাকে ক'লে, দুয়োটা নাম মিলি অসমীয়া নাম জিকিমিকি হয়। ইহঁত দুটা যজাঁহে— দুটা মিলি এটা। নামটোও দুটা মিলি এটা— জিকমিক বা জিকিমিকি। ঘৰখন ইহঁত দুটাই জিকমিকাই ৰাখিছে। সেই কাৰণেই জিকিমিকি। কথাটো বুজি বুঢ়ীগৰাকীয়ে বৰ আনন্দ পালে আৰু "অ এইটোহে কথা" বুলি ঢেকঢেকাই হাঁহিলে।

আইতাকে সুধিলে— "আপুনি আহি ক'ত আছেহি এতিয়া?"

বুঢ়ীগৰাকীৰ ল'ৰা এটিৰ নাম লুজেন। তেওঁ গুৱাহাটীতে অলপ দূৰলৈ থাকে। বুঢ়ীগৰাকীয়ে ক'লে, "লুজেনৰ ঘৰত।" বুঢ়ীগৰাকীয়ে কথাটো ক'বলৈহে পালে জিকিমিকিয়ে দুফালৰ পৰা বুঢ়ীগৰাকীৰ মুখখন নিজৰ ফাললৈ ঘূৰাই সুধিবলৈ ধৰিলে— "তুমি কেলেই কেডবেৰীৰ ঘৰত নেথাকা? কেলেই লুজেনৰ ঘৰত আছা? কেলেই নাথাকা কেডবেৰীৰ ঘৰত?"

বুঢ়ীগৰাকীয়ে সিহঁতে আধাফুটা মাতেৰে কি কৈছে বুজি নেপাই অবাক হ'ল। সিহঁতেও উত্তৰ নেপাই মানে নেৰে। বুঢ়ীগৰাকীয়ে আইতাকক সুধিলে, "ইহঁতে কি কৈছে হয়নে?"

আইতাকে হাঁহি হাঁহি বুজাই ক'লে, "ইহঁতে কৈছে আপুনি কিয় লুজেনৰ ঘৰত আছে? কেডবেৰীৰ ঘৰত কিয় থকা নাই? আপোনাৰ ল'ৰাৰ নাম যে লুজেন নাজানে। ভাবিছে আপুনি সৰু ল'ৰা-ছোৱালীয়ে খোৱা লুজেন, টফী যে থাকে সেই লুজেনৰ ঘৰত আছে। সিহঁত দুটাই কেডবেৰী বেছি ভাল পায় কাৰণে কেডবেৰীৰ ঘৰত কিয় থকা নাই সুধিছে।" বুঢ়ীগৰাকীয়ে কথাটোত ইমান ৰস পালে যে ল'ৰা দুটাৰ এই কথাটো ঘৰে ঘৰে কৈ ফুৰিলে।

(২)

এদিন বৰ মজাৰ কথা এটা হ'ল। কি হ'ল শুনা— আইমণিয়ে জিকিক পথালি কোলাত লৈ বহি বহি বিছনীৰে বিছি বিছি নাম গাই শুৱাই আছিল। মিকি আগতে শুলে। জিকি মানে জোনৰ টোপনি বৰ কম। আইমণিয়ে গাইছিল—

এ হৰি এ জয় জগন্নাথ
দিয়া দেখা কৰো সেৱা
দোঁৱাই আছো মাথ হে
জয় জগন্নাথ

জিকিৰ টোপনি ধৰিব ক'ত। লাহেকৈ মাত লগালে— "অহিদ গোৱা, অহিদ গোৱা।" আইমণি বিচূৰ্ত্তি। কি অহিদ গাবলৈ কৈছে? অহিদ দেখোন আইমণিহঁতৰ ঘৰৰ চিটি বাছখনৰ ড্ৰাইভাৰজনৰ নাম। চিটি বাছখনৰ কণ্ডাক্টৰৰ নাম জগন্নাথ। অ এতিয়াহে বুজিলে আইমণিয়ে। হয়তো জগন্নাথৰ নাম গাই থাকিলে কেনেকৈ হ'ব! অহিদৰ নাম লৈও নাম গাব লাগিব, তেহে হ'ব। গোটেই ঘৰত হাঁহিৰ ৰোল উঠিল। জগন্নাথ যে গোসাঁইৰ নাম অকমান মাইনাহঁতেতো নাজানে।

(৩)

এদিনাখন হ'ল কি চান্দমাৰীত থকা আইমণিৰ (আইতাকক সিহঁতে আইমণি বুলি মাতে) ঘৰলৈ কলেজৰ ছোৱালী কেইজনীমান আহিল। তাৰে এজনীয়ে নীলাৰ ওপৰত বগা বগা ফুল থকা শাৰী পিন্ধি আহিছিল। অকণি অকণি সিহঁত দুটাই লৰি গৈ ছোৱালীজনীক সুধিলে— "ফুল ফুলিবৰ বতৰ আহিল?" সিটোৱেও সুধিলে— "ফুল ফুলিবৰ বতৰ আহিল?" সিহঁতৰ মাত আধা ফুটা। ছোৱালীকেইজনীয়ে একো বুজিব নোৱাৰি 'কি কৈছা, কি কৈছা' বুলি যিমানে সোধে, সিহঁতেও একেটা কথাকে কয়। এনেতে আইমণি ওলাই আহিল আৰু জিকিমিকিয়ে

কোবা শুনিলে— "ফুল ফুলিবৰ বতৰ আহিল?" এই গানটো আইমণিয়ে "বনৰীয়া ফুল" চিনেমাখনৰ কাৰণে জয়ন্ত হাজৰিকাৰ সুৰৰ ওপৰত লিখিছিল। ঘৰত কেতিয়াবা গানটো গাই থকাও শুনে। ছোৱালীজনীৰ শাৰীখনত ফুল ফুলি থকা দেখি সিহঁতৰ গানটোলৈ তৎক্ষণাৎ মনত পৰিল। আইমণিয়ে কথাটো বুজিলে আৰু ছোৱালীজনীক বুজাই দিলে। এই তজবজীয়া ল'ৰাকেইটাৰ কথা শুনি আটায়ে অবাক হ'ল।



(৪)

ভাদমাহৰ গধূলি বেলিকা। গধূলিগোপাল ফুল পিৰালিৰ কাষে-কাষে ৰমক-জমককৈ ফুলি আছে। ফুলবোৰৰ ফুৰফুৰীয়া গোন্ধ এটা ঘৰৰ ভিতৰলৈ আলফুলকৈ সোমাই আহিছে। এনেতে গুৰু গুৰু গুৰু গুৰু কৰি মেঘে গাজিলে। আইমণিয়ে আকাশলৈ চালে, দেখিলে বহুতো ক'লা মেঘে আকাশ আৱৰি পেলাইছে। আইমণিয়ে ক'লে, "বৰষুণ আহিব এতিয়া।" জিকিমিকিয়ে তপৰাই সুধিলে— "ৰিম্‌জিম্ বৰষুণ আহিব? কোবা না ৰিম্‌জিম্ বৰষুণ আহিব?" সিহঁত তেনেকুৱাই। কথা ক'লেই গানৰ শাৰীলৈ সিহঁতৰ মনত পৰে। ঘৰত কোনোবাই কেতিয়াবা গোৱা শুনিছিল :

"ৰিম্‌জিম্ বৰষুণ পৰিছিল
আকাশ ক'লা মেঘে ঢাকিছিল।"

(৫)

জিকিমিকিয়ে কিবা এটা দুষ্টামি কৰিলে আইমণিয়ে কয়, "হে ৰাম," লগে লগে জিকিয়ে আধাফুটা মাতেৰে গাই দিয়ে— "ৰাম গোসাঁই কৰহু গোহাৰী।" আইমণিৰ হাঁহি উঠি যায়। ইহঁত এনেকুৱানো হ'ব পায়নে? ঘৰত আইমণিয়ে ৰাতিপুৱা-গধূলি বৰগীত গোৱা সিহঁতে শুনিয়ে থাকে। আকৌ যদি কেতিয়াবা আইমণিয়ে কিবা কথাত বিচূৰ্ত্তি হৈ কৈ উঠে "অ' হৰি" সিহঁত দুটাই লগে লগে আধাফুটা মাতেৰে গাই উঠিব— "হৰি হেৰ ৰে বাপ পশিলো শৰণ।" ইহঁতৰ মনত ৰখা শক্তি আচৰিত।

(৬)

আইমণিৰ গোসাঁই ঘৰত গোসাঁইৰ কেবাখনো ছবি আছে। এখন ছবি শিৱৰ। তুলু মইনা নামৰ সম্বন্ধীয়া ভায়েক এজনে বাইদেৱেকক উপহাৰ দিছিল। তেওঁ গোসাঁইঘৰতে ছবিখন আঁৰি থ'লে। এদিনাখন আইমণিয়ে দুপৰীয়া শোৱাৰ পৰা উঠি মুখ ধুবলৈ যাওঁতে শুনিলে— গোসাঁই ঘৰত কোনোবাই গুণ গুণাই আছে। কোননো? চাই দেখে— জিকিমিকি। কি কৰিছে ইহঁতে? কাক কথা কৈছে— "তুমি কেলেই চকুটো মুদি থাকা? কেলেই ফিয়াজ (পিয়াঁজ) চুইছিলা?" হে হৰি, ইহঁতে অথনিৰে পৰা শিৱকে প্ৰশ্ন কৰি আছে। শিৱৰ আধামুদা চকু নিশ্চয় পিয়াঁজ চোৱাৰ কাৰণেই। আইমণিয়ে মৰমতে সিহঁতক কোঁচত তুলি ল'লে।

(৭)

জিকিমিকিয়ে ডেৰবছৰ দুবছৰ বয়সীয়া হৈ থাকোতে ৰেলগাড়ী দেখিলে বৰ ভয় কৰে। বিশেষকৈ জিকিয়ে কান্দি কান্দি ভয়তে থৰ লাগে। সেই কাৰণে ভয়টো ভাঙিবলৈ আইমণিয়ে ৰাতিপুৱা সিহঁতক ফুৰাবলৈ নিওঁতে সদায় ৰেলগাড়ীখনকে দেখুৱাই কেনেকৈ ঘৰ্ ঘৰ্ ঘৰ্ ঘৰ্ শব্দ কৰি যায় তাকে দেখুৱায়। ঘৰলৈ আহি জিকিয়ে দীঘল ৰেলগাড়ী এখন সাজে। ফণী এখন মাটিত দিয়ে, তাৰ ওচৰত পেঞ্চিল এডাল, মটৰ মাহৰ গুটি এটা, টফি এটা, গাখীৰ খোৱা বটলটো, মুৰি এটা, ভাত এটা দি দীঘল কৰে। হাঁহি মৰিব লাগে। তাকে দেখি মিকিয়ে— "ভয়, ভয়" বুলি আইমণিক সাৱটি ধৰে।

(৮)

অকমান ডাঙৰ হৈ পঢ়িব লিখিবলৈ শিকিলত, ধৰা চাৰি বছৰমানত আইমণিয়ে এটা যোগ অংক দিলে ৭+৭+৫+২ = মিকিয়ে আকৌ অংক বৰ ভাল পায়। অংকটো শুদ্ধ হোৱাত আইমণিয়ে ✓✓✓এনেকৈ 'ৰাইট' চিন দি গ'ল, লগে লগে মিকিয়ে ক'লে, "তু, খচ্ খচ্ কৰি ধোঁৱা উৰাই উৰাই ৰেল গাড়ীখন গ'ল।" সিহঁতৰ কল্পনাবোৰ দেখি আইমণি অবাক হয়।

(৯)

এদিন আবেলি বৰ জোৰেৰে বৰষুণ আহিছিল। আইমণিয়ে বাৰান্দাত বহি দুয়োটাকে আঠুঁত বহুৱাই লৈ গান এটা গাই আছিল— "হো হো ধুমুহা আহিলেও আকাশ ক'লা মেঘে ছানিলেও, ৰিম্ জিম্ বৰষুণ পৰিলেও তুমি যেন থাকা মোৰ কাষতে।" লগে লগে জিকিয়ে আইমণিক ক'লে— "তি তি তিতিব নহয়!" আইমণিয়ে শুনি অবাক হ'ল— কি প্ৰখৰ কল্পনা। বৰষুণ আহোতে তুমি মোৰ কাষত থাকিলে তিতিবাইতো। আইমণিয়ে ভাবিলে এই কথা গীতটো ৰচনা কৰোঁতাজনক কোৱা যাওক। গীতটো আছিল আমাৰ অতি মৰমৰ ভূপেনদাৰ (হাজৰিকাৰ)। তেখেত তেতিয়া চান্দমাৰীৰ ওচৰৰ নিজৰাপাৰত আছিল। সিহঁত দুটাৰে সৈতে আইমণি তেখেতৰ ঘৰলৈ গ'ল আৰু তেখেতক ক'লে— "আপোনাৰ নাতিৰ কথা শুনক, গানত ভুল ধৰিছে।" ভূপেনদাই শুনিও অতি আচৰিত হ'ল— "মইতো কেতিয়াও ভবা নাই এনেকৈ, আজিকালিৰ ল'ৰাৰ মগজেই বেলেগ।"

(১০)

অকণমান হৈ থাকোতেই এদিন আইমণিয়ে সিহঁতক ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰাবলৈ নিছিল। ব্ৰহ্মপুত্ৰখন দেখিয়েই মিকিয়ে চিয়ঁৰি উঠিল— "ইমান পানী কোনে পেলালে?" জিকিয়ে ক'লে, "মিনু মুচি নেহি।" মিনু হৈছে কামকৰা ছোৱালীজনী। মিনু ত'ত যে ওচৰত নায়েই।

(১১)

সৰুতে সিহঁতে ভাত নেখায়। সিহঁতক ভাত খুৱাওঁতে ইমান যুঁজিব লগা হয় যে আইমণি, মামনিৰ ভাগৰ লাগেগৈ। এদিনাখন পূজাৰ সময়ত আইমণিয়ে ক'লে, "ভাত যদি নোখোৱা দুৰ্খা গোসাঁনীক ফোন কৰি মাতি দিওঁ, হাতত ত্ৰিশূল লৈ আহক তোমালোকৰ ওচৰলৈ।"

জিকিয়ে সুধিলে, "কিহত আহিব?" আইমণিয়ে ক'লে, "আমাৰ ঘৰৰ গাড়ীখন পঠাই দিওঁ তাতে আহক।" মিকিয়ে ক'লে— "কেনেকে সোমাব? গোসাঁনী ইমান ডাঙৰ, নোৱাৰে আহিব।"



(১২)

এদিন দুৰ্গাপূজা দেখুৱাবলৈ আইমণিয়ে সিহঁতক লৈ গ'ল। আটায়ে ক'লে, গোসাঁনী ইমান ধুনীয়া হৈছে। মিকিয়ে ক'লে— "ভুল হৈছে।" কি ভুল, কি ভুল আটায়ে উদগ্ৰীৱ হৈ সুধিলে। মিকিয়ে ক'লে— "অসুৰক খোচ মাৰিছে, তেজেই ওলোৱা নাই।"

(১৩)

অকণ অকণকৈ সিহঁত ডাঙৰ হৈ আঢ়ৈ বছৰ পালেহি। আইমণিয়ে সিহঁতক আঁক-বাক কৰিবলৈ ৰঙা-নীলা পেঞ্চিল দিলে। ৰাতি নাই দিন নাই মাটিত পেট পেলাই সিহঁতে ছবি



আঁকে। এদিন এখন ছবি আঁকিলে জিকিয়ে— ফুট ফুট ফুট ফুট কাঠ পেঞ্চিলৰ ফুট গোটেই কাগজখনত। আইমণিয়ে সুধিলে, "কি আঁকিলা?" জিকিয়ে ক'লে— "পচেচন (প্ৰচেচন)।" সিহঁতে প্ৰচেচনত দেখা মানুহবোৰৰ মূৰবোৰ তেনেকৈ দিছে। বাঃ বাঃ বাঃ। এদিনাখন

মিকিয়ে আঁকিলে— নীলা পানী তাতে ৰঙা ৰঙা ফুট। আইমণিয়ে সুধিলে— এইটো কি? "শিলপুখুৰী"। বাৰু শিলপুখুৰী, ৰঙা ফুটকেইটা? "তাকো নেজানা? চাবাচোন।" আইমণিয়ে গৈ দেখে শিলপুখুৰীৰ দক্ষিণপাৰে ৰঙা কেনা ফুল ফুলি থকা গছ। পানীত তাৰে ৰঙা ছাঁ। হে হৰি, এই অকণ অকণকেইটাৰ চকুৰপৰা একো সাৰি নেযায়।

(১৪)

এদিনাখন আইমণিয়ে জিকিমিকিক ৰেডিঅ' ষ্টেচনৰ পিনে ফুৰাবলৈ লৈ গ'ল। তেতিয়া মে' মাহ আছিল। সেউজীয়া বনে বনে পখিলাবোৰ উৰি ফুৰিছিল। তেনেই পাতল সেউজীয়া ৰঙৰ পখিলাবোৰ যেনি তেনি উৰি ফুৰা জিকিমিকিয়ে দেখিলে। ইয়াৰ আগেয়ে পখিলা দেখোতে সিহঁতে ফুট্ ফুটীয়া পখিলা দেখিছিল। সেইদিনা সিহঁতে পখিলাৰ গাত ফুট্ ফুট্ থকা নেদেখি আইমণিক সুধিলে— "কেলেই ফুট্ ফুট্ নাই?" ফুট্ ফুট্ আঁকিবলৈ গোসাঁইৰ সময় নাই— আইমণিয়ে ক'লে। মিকিয়ে তপৰাই সুধিলে— "মিটিং আছে?" আইমণিয়ে ঘৰত কেতিয়াবা কোবা সিহঁতে শুনিছিল— "মোৰ মিটিং আছে, সময় নাই।" সিহঁতে সেয়ে কল্পনা কৰিলে— ঈশ্বৰো মিটিং আছে। হাঁহি হাঁহি আইমণিয়ে সিহঁতক ঘৰলৈ লৈ আহিল।

(১৫)

আৰু এদিনৰ কথা। গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত পুতলা নাচ হৈছিল। আইমণিৰ ঘৰৰ গোটেইবোৰ পুতলা নাচ চাবলৈ ওলাল আৰু জিকিমিকিকো লৈ গ'ল। একেবাৰে আগৰ শাৰীত আইমণিক নি বহুওৱা হ'ল। জিকিমিকিহঁতো ওচৰতে বহিল। ষ্টেজত পুতলাবোৰে নাচি থকা দেখি হঠাতে মিকিয়ে (জানে) জিকি (জোন)ক ক'লে— ব'ল জোন আমিও যাওঁ নাচোগৈ। — এইবুলি দুয়োটা ষ্টেজলৈ উঠি গ'ল— সিহঁতে ভাবিছিল পুতলাবোৰো সিহঁতৰ দৰেই সৰু সৰু ল'ৰা। আইমণিয়ে তৰ্কিবই নোৱাৰিলে। তেতিয়াৰ ডাইৰেক্টৰ, শিল্পী ৰুদ্ৰ বৰুৱাইহে সিহঁতক বুজাই মেলি তললৈ নমাই আনি আইমণিক গটাই দিলেহি। দৰ্শকবোৰে বৰ আমোদ পাইছিল সিহঁতেও নাচিব বুলি। আচলতে নাচিবলৈকে দুয়োটা গৈছিল। পাছত যি কান্দোন— "আমাক নাচিবলৈ কেলেই নিদিলা?"

(১৬)

আৰু এদিনৰ কথা, এবাৰ শিৱসাগৰৰ ঘৰৰ পৰা গুৱাহাটীলৈ আহোঁতে ঘৰৰ গাড়ী ৰখাই বাটতে মুৰ্গী দুটা ঘৰত খাবৰ কাৰণে কিনি লৈ অহা হৈছিল। মুৰ্গী দুটাৰ পাখীবোৰ ৰঙা ক'লা বৰণৰ বৰ ধুনীয়া আছিল। জিকিমিকিয়ে মুৰ্গী দুটালৈ প্ৰথমে ভয় কৰিলে। তাৰ পাছত গাড়ীৰ ভৰি থোৱা ঠাইতে মূৰ দি পৰি অহা মুৰ্গীকেইটা দেখি ভয় ভাগিল আৰু সিহঁতৰ পাখী চুইও চালে।



গুৱাহাটী পাওঁতে ৰাতি হ'ল। আলহীও লগত আছিল। লৰালৰিকৈ মুৰ্গীকেইটাকে ৰান্ধি দিওঁ বুলি ঘৰৰ কাম কৰা ল'ৰাটোক ঘৰৰ পাচফালে নি মাৰিবলৈ আৰু পাখী গুচাবলৈ দিলে। ল'ৰাটোও ইমান বুৰ্ব্বক যে পাখী গুচোৱা মৰা মূৰ্গী দুটা আনি যেনেকৈ থ'লেহি, জিকিমিকিয়ে উচপ খাই চিয়ঁৰি উঠিল— "ফ্ৰক কেলেই খুলি দিলা? পিন্ধাই দিয়া, পিন্ধাই দিয়া" বুলি ফেঁকুৰি ফেঁকুৰি কান্দি কান্দি লালকাল দিলে। আলহীক ৰান্ধি-বাঢ়ি দিলে যদিও ঘৰৰ কোনেও সেই দিনা দুখতে ভাত নেখালে।

(১৭)

অন্য এদিন কি হ'ল কওঁ শুনা— সদায় আইমণিয়ে জিকিমিকিক ফুৰিবলৈ যাবলৈ জগাই দিয়ে— "উঠা ফু ফু কৰিবলৈ যাব লাগে উঠা।" মিকি যদি আগতে উঠে আইমণিয়ে কয় জোনক জগাই দিয়া। জোন (জিকি) যদি আগতে উঠে জানক (মিকি) জগাই দিবলৈ কয়। এদিন হ'ল কি ফুৰি আহি সিহঁতৰ এটাই আইমণিক ক'লেহি, "আহাঁচোন আহাঁ গিলাচটো জগাই দিয়াহি।" কি গিলাচটো জগাই দিয়াহি? আইমণিয়ে বুজি নেপাই লগে লগে গ'ল। পাকঘৰলৈ সিহঁতে আইমণিক লৈ গ'ল আৰু শাৰীপাতি উবুৰিয়াই থোৱা গিলাচৰ ওচৰত থিয় কৰালে আৰু ক'লে, "জগাই দিয়াচোন গিলাচবোৰ।" উবুৰিয়াই থোৱা গিলাচ এটা হাতত লৈ ওপৰমুৱা কৰি আইমণিয়ে সুধিলে, "এনেকৈ?" 'ও, এনেকৈ' বুলি সিহঁতে মূৰ দুপিয়ালে। সিহঁতে ভাবিছিল গিলাচকেইটা শুইহে থাকে তেনেকৈ। সিহঁতে মানে সৰু সৰু মাইনাবোৰে সকলো বস্তুকে নিজৰ নিচিনা বুলিয়েই ভাবে নহয়? সৰু সৰু অথচ ইমান সুন্দৰ মাইনাবোৰৰ কথা! বৰ ভাল লাগে, নহয়?

(১৮)

আৰু এদিনৰ কথা। জাৰকালি, কুঁৱলী পৰিছে। সেইদিনা আটায়ে পিকনিকলৈ বুলি ওলালে। ওচৰতে চন্দ্ৰপুৰলৈ যাব। গাড়ীখনত আইমণি, মুন্না, মামনি, মুন্নী আৰু জিকিমিকি। সাতগাঁৱত গাড়ীখন ৰখাই মুন্নাই কমলা কিনিবলৈ গ'ল। এপাচি ডাঙৰ সোণবৰণীয়া কমলা। মিকিয়ে চিয়ঁৰি উঠিল— "আইমণি, আইমণি কেইবাটাও বেলি।" আইমণিয়ে তৎ ধৰিব নোৱাৰি ক'তা, ক'তা বুলি সোধাত ক'লে— সৌকেইটা, তাতে আছে।" কি আছে? "বেলি, বেলি, ৰঙা বেলি।" ডাঠ কুঁৱলীৰ মাজত সোণবৰণীয়া কমলাকেইটা সিহঁতৰ বেলি যেন লাগিছিল। আইমণিৰ সিহঁতলৈ বৰ মৰম লাগিল।

(১৯)

চান্দমাৰীত আকৌ এদিন হ'ল কি— জিকিমিকিৰ ঘৰৰ কাষৰ প্ৰকাণ্ড খুটা এটা লাইটৰ খুটা কৰা হৈছিল। সেইদিনা গধূলি কিবা এটা বিজুতি হৈ লাইটৰ তাঁৰৰ পৰা ফুলজাৰীৰ নিচিনা জুই ওলাই টপ্ টপ্‌কৈ পৰিছিল। মিকিয়ে দেখিলে আৰু লৰি গৈ আইমণিক ক'লেগৈ, "আহাঁচোন বেগেতে চোৱাঁহি— তৰা এটা সৰি পৰিলে হ'বলা।" হৰি হৰি, ভাগ্যে যে তৰাটো সিহঁতে বুটলিবলৈ নগ'ল! আইমণিয়ে ভাবিলে।

(২০)

চাওঁতে চাওঁতে সিহঁতৰ দুবছৰ পাৰ গৈ গ'ল। আইমণিয়ে সিহঁতখ অ, আ, ক, খ, এ, বি, চি, ডি শিকাওঁ বুলি দুখন কিতাপ আনিলে আৰু সিহঁতক শিকাব খুজিলে। ইংৰাজী C আখৰটো দেখুৱাই সিহঁতে কয়, "জোন, জোন, আকাশৰ জোন", O আখৰটো আঙুলীৰে আইতাকে দেখুৱালেই জিকিয়ে চিয়ঁৰি কয়, "নুচুবা, নুচুবা, চকা, চকা, চেপিব" চকাটো মুখত ফুটে, চেপিবটো টেপিব। অসমীয়া তালব্য'শ'টো পঢ়ালে কয় এই দুটা আপেল, আপেল। ইংৰাজী আইটো দেখিলে কয় দলং, দলং। বুঢ়ীমাকৰ নাকটোও দলং বুলি কয় আৰু চকু দুটা হেনো পুখুৰী। সিহঁতৰ কল্পনাৰ প্ৰতাপত বুঢ়ীমাকে তৎ নেপায়। পঢ়াব কি হাঁহি উঠি যায়। কিন্তু এটা সত্য আইমণিয়ে দেখিলে যে সুৰ কৰি গালে সিহঁতে তৎক্ষণাৎ শিকে। সেইকাৰণে আইমণিয়ে সিহঁতে ছন্দত গাব পৰাকৈ নাৰ্চাৰী ৰাইমচৰ কিতাপকে লিখি পেলালে। নাম হ'ল 'অসমীয়া ওমলা গীত'। মাইনাবোৰে সুৰ অসম্ভৱ ভাল পায়। নেওঁতাও সেইদেখি সুৰত হে শিকাব লাগে।

(২১)

জিকিমিকিয়ে জোন, বেলি, তৰা বৰ ভাল পায়। আইমণিয়েও দুপৰীয়া, গধূলি সিহঁতক শুৱাওঁতে জোন আৰু বেলিৰ সাধুকে সাজি সাজি কয়। এদিনা আইমণিয়ে ক'লে, "তোমালোকে ভালকৈ পঢ়া পাৰিলে বেলিটোৰ দৰেই জিকমিক কৰিবা চাবাচোন। কথাকেইটা ক'লে আৰু আইমণিয়ে অইন কথাত পাহৰি গ'ল। এদিনাখন নাৰ্চাৰী নাম দিলে কি? জিকিমিকিৰ কথা।



# এনেখন মৰমৰ দেশ

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুনী দেশ
এনেখন সুৱলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ।।

"এনেখন-মৰমৰ দেশ" সেই সকলৰ কাৰণে—যি সকল ন-শিকাৰু, তেনেই কোমল বয়সীয়া। কেৱল যুটীয়া অথবা যুক্ত আখৰ পঢ়িবলৈ শিকিছেহে। তেওঁবিলাকৰ কাৰণে, দেশখননো মোৰ কিয় মৰমৰ এই কথা জনাৰ লগতে দেশখনৰ প্ৰতি অনুৰাগ বেচিকৈ বাঢ়িবৰ কাৰণেই কৌতুহলী শিশুৰ মানসিকতাৰ লগত ৰজিতা খুৱাই পুথিখন লিখিবৰ চেষ্টা কৰা হৈছে। চৰ অঞ্চল আৰু চাহ বাগিছা অঞ্চলৰ অসমীয়া ন-শিকাৰুৰ মনত এনে পুথিয়ে প্ৰভাৱ পেলাব আৰু তেওঁবিলাক থকা ঠাইখনক তেওঁবিলাকে বেচি ভাল পাই ঠাইখনৰ প্ৰতি আন্তৰিকভাৱে অনুগত হ'ব—এনে কল্পনা মনলৈ আহিছিল। অসমীয়া, লোককথা, লোক গীত-মাত মানুহৰ কাষ চপাই অনাতো এই পুথিয়ে সহায় কৰিব বুলি আশা কৰিছো। মৰমৰ ঠাইখনৰ প্ৰতি অনুৰাগ আৰু নিবিড় হওক এই আশাৰেই এখুদমান পুথিখন অসম সাহিত্য সভাৰ দ্বাৰা অনুৰোধ পাই লিখি নতুন শিকাৰুসকললৈ আগবঢ়ালোঁ।

ড' নিৰ্মল প্ৰভা বৰদলৈ
(ড০ নিৰ্মলপ্ৰভা বৰদলৈ)
১৫/২/৯২

# এনেখন মৰমৰ দেশ

ইমান ধুনীয়া, ইমান সেউজীয়া! গছবোৰ কি ভাল লাগে! ওখ-চাপৰ, হেলনীয়া পোন কত যে গঢ়ৰ গছবোৰ! পাতবোৰো কত যে ঠগৰ! তাতে ৰিব্ ৰিব্ বতাহ। গছে যেন হাতহে মেলি দিছে, আঙুলিহে মেলি দিছে, হালি-জালি যেন নাচিহে আছে। ৰাতিপুৱাই শুনো চৰাইবোৰৰ বিবিধ মাত— কপৌ কু কু, বউ কথা ক, কুউ-কুউ, অ কেতেকী, কেতেকী, সখী কৃষ্ণ, সখী কৃষ্ণ! কি যে মউসনা মাত! চৰাইৰ মাত শুনি শুনি যেন কাষলৈ গৈহে থাকিম! সৌ যে দূৰত নৈখন! বৈ বৈ ক'লৈ গৈছেগৈ? ময়ো যেন তেনেকৈয়ে দূৰলৈ গৈ গৈ গৈ থাকিম! ৰঙা মাটি, সেউজীয়া বননি। তাৰ বুকুত নীলা নৈখন, তাৰ ফট্‌ফটীয়া পানীবোৰ। দুয়োপাৰে বালি, শিল, ঝাও বন। নৈৰ পাৰলৈ গ'লেই মন জুৰ পৰি যায়। ফিৰ্‌ফিৰিয়া বতাহ গাত লাগে, গা শাঁত পৰে। এনেকুৱা লাগে আইয়েহে যেন গাত চেনেহৰ হাত বুলাই দিছে!

ৰাতিপুৱা নৈখনৰ বুকুতে এইফালে বেলিটো ওলায়। চৌদিশ লাহে লাহে পোহৰ হয়। কুঁৱলীৰ দিনত বেলিটো কি যে মৰম লাগে! যেন বুকুতহে ল'ম। বেলিটো লাহে লাহে মূৰৰ ওপৰ পায়হি। তাৰ পাচত হেলনীয়া হয়। পশ্চিমৰ পিনে যায়গৈ। বেলিৰ পাখী আছে নেকি? কেনেকৈ উৰে? গধূলি হ'লে সিফালে নৈখনৰ বুকুতে মূৰ থৈ বেলিটো যেন শোৱেহে। নৈখন বেলিৰ মাক নেকি? মোৰ আইয়ে কয় পাহাৰ সিপাৰেহে বোলে বেলিৰ ঘৰ। তাতহে বেলিৰ মাক থাকে। আইহঁতৰ মাকৰ গাঁৱত নৈ নাই, পাহাৰহে আছে। তাত হেনো পূবৰ পাহাৰৰপৰা বেলি উঠি আহে, দিনটো আমাৰ লগতে থাকে, গধূলি বেলিকা পশ্চিমৰ পাহাৰৰ সিপাৰলৈ গৈ গৈ নেদেখা হয়গৈ।

আমাৰ তেনেই ওচৰতে পাহাৰ নাই। কেতিয়াবা ক'ৰবালৈ গ'লে পাহাৰ দেখোঁ। দূৰৰ পাহাৰবোৰ নীলা, নীলা; ওচৰৰবোৰ সেউজীয়া। পাহাৰবোৰে যেন কাষলৈ মাতে। সৰু সৰু ৰঙা ৰঙা পাহাৰীয়া বাটেদি একা বেঁকাকৈ বহুত ওপৰলৈ উঠিবলৈ বৰ ভাল লাগে। পাহাৰত কত ধৰণৰ জোপোহা, কত ধৰণৰ ডাঙৰ ডাঙৰ গছ, তাতে লতা। হালধীয়া ঠোঁটৰ, ৰঙা ঠোঁটৰ, ক'লা ঠোঁটৰ কত বিধৰ যে চৰাই! কিছুমান চৰাইৰ ৰং হালধীয়া, কিছুমানৰ পাখীৰ ৰং সেউজীয়া, কিছুমানৰ নেজ দীঘল, নীলা ৰঙৰ, কিছুমান চৰাই ফুট্‌ফুটীয়া আৰু যে কিমান মিহলি ৰঙৰ! পখিলাবো কত ৰং! পকা নেমুৰ ৰঙৰ, ধান খেৰৰ ৰঙৰ, বেঙেনাবুলীয়া, ক'লা, বগা, গাত ফুট্‌ফুটীয়া ছবি থকা কত পখিলা। পখিলা খেদিহে ফুৰোঁ, ধৰিবকে নোৱাৰোঁ। পাহাৰৰ, পাহাৰৰ

নামনিৰ আৰু য'তে ত'তে ফুলা ফুলবোৰে যেন মূৰ দুপিয়াই মোকেই কাষলৈ মাতে। ফুল নুফুলা গছ দেখিলেই আমাৰ পেহী এজনীয়ে গায়—

অ' ফুল, অ' ফুল নুফুল কিয়?

ফুলগছ জোপাই কয়— গৰুৱে যে আগ খায় মইনো ফুলিম কিয়?

আকৌ সোধে— অ' গৰু, অ' গৰু, আগ খাব কিয়?

গৰুৱে কয়— গৰখীয়াই যে নচৰায় মইনো নাখাম কিয়?

গৰখীয়াক সোধে— অ' গৰখীয়া, অ' গৰখীয়া গৰু নচৰাব কিয়?

গৰখীয়াই কয়— ৰান্ধনীয়ে যে ভাত নিদিয়ে মইনো চৰাম কিয়?

ৰান্ধনীক সোধে— অ' ৰান্ধনী, অ' ৰান্ধনী ভাত নিদিয় কিয়?

ৰান্ধনীয়ে কয়— খৰিকটীয়াই যে খৰি নিদিয়ে মইনো ৰান্ধিম কিয়?

খৰিকটীয়াক সোধে— অ' খৰিকটীয়া, অ' খৰিকটীয়া খৰি নিদিয় কি?

খৰিকটীয়াই কয়— মেঘে যে বৰষুণ দিয়ে মইনো দিম কিয়?

মেঘক সোধে— অ' মেঘ, অ' মেঘ বৰষুণ দিয় কিয়?

মেঘে কয়— ভেকুলীয়ে যে টোৰ্‌টোৰায় বৰষুণ নিদিম কিয়?

ভেকুলীক সোধে— অ' ভেকুলী, অ' ভেকুলী টোৰ্‌টোৰাব কিয়?

ভেকুলীয়ে কয়— বোপা-ককাৰ বৃত্তিটো মইবা এৰিম কিয়?

পেহীয়ে হাতেৰে দেখুৱাই দেখুৱাই যি গায়। পেহীক সুধিছিলোঁ, বোপা-ককাৰ বৃত্তি মানে কি? পেহীয়ে ক'লে, নাজানে। গান গোৱা দাদাক সুধিলো, তেওঁ ক'লে, আগৰে পৰা চলি অহা নিয়ম।

আজি বতাহ দি আছে। কেতিয়াবা অলপ বেছিকৈ বতাহ বয় সোঁ সোঁকৈ। কেতিয়াবা তাতোকৈ ডাঙৰকৈ বয় হোহোৱাই। এনে ডাঙৰ বতাহৰ নাম হেনো ধুমুহা। ধুমুহাত গছৰ ডাল ভাগে, শিপাও উঘাল খাই পৰে। ধুমুহা হ'লে ভয়েই লাগে। জিৰজিৰকৈ পৰা বৰষুণ পিছে ভাল লাগে দেই। পথাৰৰ মাটি কোমল হ'বলৈ বোলে বৰষুণ লাগেই। পথাৰত তেতিয়াহে হাল বাব পাৰি। হাল বাই ধান সিঁচিলেহে ধানৰ কঠিয়া হয়, কঠিয়া ৰুলেহে ধান হয় বোলে। ৰুই দিয়া সেউজীয়া কঠিয়াবোৰ লাহে লাহে সোণোৱালী হয়। ৰ'দৰ ৰঙেই সোণোৱালী কৰেনে? সোণবৰণীয়া ধানৰ কি যে ফুৰফুৰীয়া গোন্ধ! ইপিনে সোণোৱালী ধান, সিপিনে সোণোৱালী সৰিয়হ ফুল। ইপিনে শইচ, সিপিনে শইচ, নদন-বদন শাক-পাচলি। ঘৰে ঘৰে মৰণা, ঘৰে ঘৰে হাঁহি। মানুহৰ হাঁহিবোৰ ৰ'দৰ দৰে লাগে, ফুলৰ দৰে লাগে। মানুহবোৰে হাঁহি হাঁহি

থাকোঁতেই মাঘ বিহুও পায়হি, লগত ভোজ-ভাত, মেজি, পিঠা-পনা, চিৰা-সান্দহ লৈ। কি যে মজা! কাতি বিহুত জ্বলাওঁ তুলসী তলত চাকি— সকলোতকৈ ভাল লাগে বহাগৰ বিহু। তগৰ ফুলে, কপৌ ফুলে, ঢোলৰ মাত ওলায়, পেঁপাৰ মাত ওলায়। তাৰ লগত বিহু গীত, বিহু নাচ, নতুন গামোচা, হাতত জেতুকা। বঢ়িয়া।

পূজা, দেৱালী, নামগোৱা, ঈদ, বৰদিন হ'লে মনটোত কিবা উখল-মাখল লাগে। অন্য ঠাইত এইবোৰ হয়নে নহয়?

আমাৰ গাঁৱত এইপিনে নৈ, সেইপিনে চাহবাগিছা। শাৰী শাৰী চাহ গছবোৰ কোমল সেউজীয়া, ঘন সেউজীয়া। এটি কলি, দুটি পাত। চাই চাই হেঁপাহ নপলায়। ৰাতি হ'লে জোনাকত আৰু ধুনীয়া হয়। জোনৰ পোহৰত গাঁৱৰ বাট-পথবোৰ কেনেকুৱা ধুনীয়া হৈ উঠে! মনটোত ইমান উলাহ লাগে। জোনটোক হাতেৰে চুবলৈ মন যায়। কাঁচি জোনক আইতাই প্ৰণাম কৰিবলৈ শিকায়। সেয়া বোলে পোহৰক প্ৰণাম। বৰ জোনৰ পোহৰত চোতালত পাটী পাৰি আইতাই সাধুকথা কয়—

আগলি কলপাত লৰে কি চৰে।
চিলনী আই মোৰ আগতে পৰে।।

এনেকৈ চিলনীৰ জীয়েকজনীয়ে গালেই মাক ক'ৰবাৰপৰা আহি আগত ওলায়। চিলনী জীয়েকজনীয়ে ভাত ৰান্ধিব নেজানে, মাকে ৰান্ধি দিয়ে। চিলনী জীয়েকজনীয়ে পানী আনিব নেজানে, মাকে আনি দিয়ে। চিলনী জীয়েকজনীয়ে সূতা কাটিব নেজানে, তাঁত বব নেজানে। মাকে সূতা কাটি দিয়ে, তাঁত বৈ দিয়ে। চিলনীৰ মাকে চুলেই হেনো কামটো হৈ যায়। চিলনীৰ জীয়েকৰ চুলি হেনো ইমান দীঘল আছিল যে গছত বহি থাকিলে চুলি আহি মাটি চোৱেহি। কি আচৰিত! আইতাই ইমানবোৰ সাধুকথা জানে— ফুলকোঁৱৰৰ সাধু, কমলা কুঁৱৰীৰ সাধু, ভীমে গৰু চৰোৱাৰ সাধু। কমলা কুঁৱৰীৰ সাধুটোও কি আচৰিত। এখন দেশত এবাৰ ক'তো পানী নোহোৱা হৈছিল। পানী নাই, পানী নাই— খাবলৈ পানী নাই, গা ধুবলৈ পানী নাই, কাপোৰ ধুবলৈ পানী নাই— পুখুৰীত পানী নাই, নৈত পানী নাই, ক'তো এটোপা পানী নাই। বৰষুণ নাই। মানুহৰ হাঁহাকাৰ, কান্দোন। কি হ'ব এতিয়া, কি হ'ব এতিয়া! মাটি শুকাই শুকাই ফাঁট মেলিলে। হৰি, হৰি। ৰজাই কি কৰিব এতিয়া! ৰজাই কিমান পুজা কৰিলে, কান্দি কান্দি গোঁসাইক কাকুতি কৰিলে। সেইকাৰণেই হ'বলা ৰাতি এদিন সপোন দেখিলে, ৰজাই পুখুৰী এটা খান্দিব লাগিব, তাৰে মাজত নিজৰ ৰাণীক থৈ দিব লাগিব, মানে জলকোঁৱৰক দি দিব লাগিব, তেতিয়া পুখুৰী পানীৰে ভৰি যাব। ৰজাই সাৰ পাই ইমান কান্দিলে, এইটো কি সপোন

## লাড়ুৰা গোসাঁই অ’

লাড়ুৰা গোসাঁই অ’
লাড়ুৰা গোসাঁই
দিয়া মোকো লাড়ু এটা
মই পোৱা নাই।।
মাই দিয়া চিৰা-পিঠা
নেখাওঁ নেখাওঁ,
তোমাৰ লাড়ুহে ভাল
দিয়াচোন খাওঁ
ইমান ধুনীয়া লাড়ু,
খাই পোৱা নাই
দিয়াচোঁ গোসাঁই।।
নাৰিকলৰ লাড়ু নে
বুন্দিয়াৰ লাড়ু?
সদায় খোৱা কিয়
নুঢুকায় বাৰু?
দিয়াচোঁন এনে লাড়ু
দুহাত ভৰাই
গোসাঁই গোসাঁই।।

## সাধু এটা কোৱা আমাক

*এজাক ল’ৰা-ছোৱালী* : সাধু এটা কোৱা আমাক
সাধু কোঁৱা কোঁৱা
*এজন ডাঙৰ মানুহ* : সাধু ক’লে মোক বাৰু
কি দিবা কোঁৱা?
*ল’ৰা-ছোৱালী* : টফি?
*ডাঙৰ মানুহ* : ওঁহো।
*ল’ৰা-ছোৱালী* : চিকলেট?
*ডাঙৰ মানুহ* : ওঁহো
চুমা চুমা চুমা
*ল’ৰা-ছোৱালী* : দিম, সাধু কোঁৱা।
*ডাঙৰ মানুহ* : শুনা, এখন গাঁৱত
এটা ল’ৰা আছিল
ল’ৰাটোৰ গাত
এটা চোলাও নাছিল
লাগিল তাৰ
জাৰ...........
অহহ, অহহ, জাৰ
জাৰ, বৰ জাৰ!
সি আনিলে কুঠাৰ
কাটিবলৈ গ’ল সি
গছ যে এজোপা
জুই ধৰি পলুৱাব

জাৰ
ঘেকেছ...:
ঘেচেক.... ঘেচ্
শব্দ যে দাৰ।।
হৰিণে দেখি ক'লে— গছ কাটিছাহি কাৰ??
মযূৰে ক'লে আহি— হৰি, হৰি, এই গছ
বন ৰজাৰ।।
শিয়ালে সুধিলে আহি— "ক্যা হুৱা হুৱা"?
এনেতে ওলাল বাঘ
খঙৰ চকুৰে ক'লে— হেৰেই অমুকা
মোৰ গছ কাট কিয়?
হাও, মাও, খাওঁ তোক খাওঁ, তোক খাওঁ
*ল'ৰা*— নাখাবা, নাখাবা মোক সখি পাতি
যাওঁ।।
মোৰ ঘৰত আছে
বাইদেউজনী
ভাজিব বহুত পিঠা
তিলগুৰ সানি
পিঠা খাবলৈ তুমি
যাবানে মোক কোঁৰা??
*বাঘ*— কোন দিনা হ'ব পিঠা
কোঁৰা মোক কোঁৰা।।
*ল'ৰা*— যি দিনা দেখিবা ধোঁৱা
আমাৰ ঘৰত
পিঠা ভাজিছে
আহিবা ৰঙত।।
*ডাঙৰ মানুহ*— শিয়ালে ক'লে—
"আচ্ছা হুৱা হুৱা।।

পিঠাৰ নাম শুনি
ওলালে বান্দৰ
লোভতে হেকটি আহে
হেকৰ্ হেকৰ্
লোভৰ পানী পৰে
টপৰ টপৰ।।
ইফালে ল'ৰাটো
ঘৰলৈ গ'ল
শুনা শুনা বাইদেউ
কথা এটা হ'ল।।
কথা শুনি বায়েকে
ক'লে, ভয় নাই
ৰ খুৱাম পিঠা
জোৰাই জোখাই।।
পাছদিনা পিঠা হ'ল
কত তৰহৰ
তিল পিছা, কচু পিঠা,
চূণ পিঠা বৰ।।
পদূলীত তিল পিঠা
ঘিলা তাৰ পাছত
কচু পিঠা মাৰলত
চূণ পিঠা শেহত।।
খেৰৰ ধোঁৱা দিলে
চোতালত গৈ
ধোঁৱা দেখি বাঘ আহে
লৰালৰিকৈ।।
*ল'ৰা-ছোৱালী*— আইঔ, আইঔ।
*ডাঙৰ মানুহ*— বায়েক ভায়েক দুয়ো

থাকিল লুকাই
খাই গ'ল পিঠা বাঘে
বৰ জুতি পাই
*ল'ৰা-ছোৱালী—* হা হা হায় হায় (হাঁহি)
*ডাঙৰ মানুহ—* কচুপিঠা খালে যেতিয়া
বপুৰাই
চিঞৰি থাকিল বাঘে ডিঙি
খজুৱাই
আই ঐ, আই ঐ।
*ল'ৰা-ছোৱালী—* হাঃ হাঃ হাঃ
গাখীৰৰ পিঠা বুলি
চূণ পিঠা খালে
ঘা লাগি গ'ল ডিঙিত
তেজ বতিয়ালে।।
*ল'ৰা-ছোৱালী—* বাঃ বাঃ বাঃ
বাঘ বপুৰা হায়
ইদৰে ছিগিল
বলতকৈ চোঁৰা ভাই
বুদ্ধি জিকিল।।
*ল'ৰা-ছোৱালী—* বুদ্ধি জিকিল
বুদ্ধি জিকিল।।

## স্কুলীয়া ল'ৰা আমি

স্কুলীয়া ল'ৰা আমি
দুখে কষ্টে পঢ়ো
বহী কিনাৰ টকা নাই
কিতাপ কিনাৰ টকা নাই
লোককে খোজো মাগো।।

থাকো ভগা ঘৰত আমি
পেটত নাই ভাত
পেটৰ ভোকত পঢ়া নহয়
মুখৰ নোলায় মাত
আজিৰ প্ৰতিযোগিতাত
কেনেকৈ পঢ়ো?
(আমাক) ভাত দিয়া দুয়োবেলা
থাকিবলৈ ঠাই
কাপোৰ দিয়া অভয় দিয়া
য'ত জীয়াই থকাৰ অধিকাৰ
মানুহ হৈ পায়
শিশু, আমাক দিয়া বিকাশ
ভৱিষ্যত গঢ়ো।।

## সোণ সূৰুযৰ সোণালী ৰহন

সোণ সূৰুযৰ
সোণালী ৰহন
সানি ললো গালে মুখে
উখল-মাখল
আমাৰ মনটি
পোহৰৰ বাটে বাটে।
জিৰ্‌জিৰ্‌কৈ
দুলি থাকিব যে মন
আগলৈ যাম
আগলৈ যাম
মনৰ হ'ব যে পণ
শিলৰ দৰে
অচল নহওঁ
আগুৱাম দিশে দিশে।।
ফুলৰ দৰে সুবাস বিলাম
ধুনীয়া ধুনীয়া কামেৰে
নদীৰ দৰে
বৈ যাম আমি
সোণ সূৰুযৰ উলাহিত গতিৰে
সোণালী ৰহন
সানি ললো
গালে মুখে।

## হ'লনে নৌ

হ'লনে নৌ
হ'লনে নৌ
কি হ'ল?
যাবৰ হ'ল?
ক'লা ডাৱৰ সৌ?

গ'ল গ'ল
শুকাই গ'ল
লুইতৰে
বাঢ়ি অহা ঢৌ।।

হ'লনে নৌ
নিয়ৰ পৰাৰ নৌ
বকুলৰে সময় গ'ল
নিয়ৰৰে নৌ।।

হ'ল হ'ল আহিবৰ
পূজাৰ বতৰ
হ'ল হ'ল ফুলিবৰ
শেৱালী ফুলৰ
হ'ল হ'ল মন হ'ল
থৌকি বাথৌ।।

## শিশুৰ গীত

বিহুটি হাঁহিনে
বিহুটি নাচোনে
বিহুটি পিন্ধনে
বিহুটি খাৱনে
মিলি হয় বিহুটি শুনা
নতুনে শকতি
পাওঁ তাতে গতি।

বিহু থাকে বনত
বিহু থাকে মনত
বিহু থাকে পণত ঐ
আমাৰ নতুন পণত

বিহু থাকে গামোচাত
বিহু থাকে জেতুকাত
বিহু থাকে সেৱাটি কৰাত
মাহ আৰু হালধিৰে
গাটো ঐ ধোৱাত
জলপানৰ কাঁহী লৈ
সকলোটি মিল হৈ
বিধে বিধে চিৰা-পিঠা খোৱাত
পিঠা পনা
লাডু মিঠৈ খোৱাত।

## পূজা

পূজা আহিল পূজা আহিল
ৰিহিনাৰিণ, ৰিহিনাৰিণ
মাদল বাজে দূৰণিত
ৰিহিনাৰিণ, ৰিহিনাৰিণ।।
নাচে দেহে
নাচে মনে ৰঙৰ মেলাত
দোলা লাগে
লাগে দোলা
কিহৰ মায়াত
আহা ...... আহা......
কহুঁৱাৰে ফুল
হায় হায়
আজি বিয়াকুল জোনৰ জোনাকেও নাচিছে
ভৰিৰে নেপূৰ
উঠে কিনো সুৰ
মহুৱাৰে মায়া ওপচে।
ঝুমুৰ নাচো
একেলগে পূজাৰ দিনত
জবা ৰঙা শাৰী পিন্ধি
শ্যামল দেহত
জবা ফুলৰ
মালা পিন্ধি
সেউজী বনত।।

## অসম দেশ

ঢোল বায় ক'ত— অসম দেশত
পেঁপা বায় ক'ত— অসম দে
শত
ঢোলে পেঁপাই আহে ক'ত
নতুন বছৰ
অসম দেশত
এই
অসম দেশত।।
বিহুৱান দিয়ে ক'ত
অসম দেশত
ৰঙালী বিহুটি ক'ত
অসম দেশত
ক'ত পাবা এনে বিহু
এই জাতিত
কেৱল আমাৰ আছে
অসম দেশত।।
কুলিৰ মাতত মউ বৰষেণো ক'ত
বিহুৰ দিনত এই অসম দেশত
পলাশৰ ৰঙা ফুল বাছে বাৰু ক'ত
আমাৰ অসমত
মুখৰ ৰঙিলী হাঁহি
ফুলে বাৰু ক'ত
জেতুকা বোলেৰে ৰঙা
আমাৰ হাতত
এই অসম দেশত।।

# গছ

সেউজীয়া গছ, গছ
সেউজীয়া লতা
বৰ ভালপাওঁ চাই
এই কথা সঁচা।

ঘৰটো অকলে আছে
দেখি অশুৱনী
গছ-লতা দিয়া ৰুই
দেখিব লাৱনী।

সেউজীয়া দেখিলেই
মনে মোৰ নাচে
গছৰ মান ধুনীয়া
আৰু কিনো আছে!

গছে গছে পাতি দিলে
ফুলৰে শৰাই
ইমান যে মোহনীয়া
থাকো তাকে চাই।

ৰঙচুৱা, গুলপীয়া, হালধীয়া ফুল
ফুলে ৰং ক'ত পায়?
কোৱাচোন বকুল।

সোণাৰু ফুলৰ ৰং
সোণ বৰণীয়া
কৃষ্ণচূড়াৰ ৰঙা পাহি
অতিকে ধুনীয়া।

বৰষুণৰ বতৰত
এইবোৰ ফুলে
বতাহৰ ছেঁৱে ছেঁৱে
হালে-জালে, দোলে।

গুলচৰ ফুল অ'
গুলচৰ ফুল
তোমাৰ সুৰভিয়ে
কৰে যে আকুল।

শেৱালী ফুলিলেই
বতৰ কোমল
জোনেও আকাশত
কৰে জ্বলমল।

সৰিয়হ ফুল ফুলে
পথাৰে পথাৰে
হালধীয়া নৈ যেন
ইপাৰে সিপাৰে।

পলাশ, মদাৰ আৰু
শিমলুৰ ৰঙে
মন ৰঙাই যায়
ফাগুনে, ফাগুনে।

কপৌ, তগৰ আৰু
নাহৰ, কেতেকী
বিহুৰ বেলিকা ফুলে
যেন বৈ থাকি।

আমাৰ গছতে
আমে মলিয়ায়
কুলিৰ মাতকে শুনি
জোপোহা গছৰ
শীতল ছাঁয়াত
বহি থাকে ঋষি-মুনি।

জিৰ্ জিৰ্ জিৰ্ জিৰ্
গছে দিয়ে বা
ছাঁত বহি গাম দেই
সা ৰে গা মা পা।

লিচু গছ শুৱনী
সেউজীয়া বননি
ছাঁত বহি তাতে
কিতাপ পঢ়িম দেই
ছবিও আঁকিম দেই
আমি লগে-ভাগে।

আঁহত আৰু জৰী
পাত সৰি সৰি
লঠঙা নহয়
দূৰণিৰ পখী
আহে জাক পাতি
তাতে বাঁহ লয়।

দেৱদাৰু গছবোৰ
থাকে শাৰী পাতি
'গাৰ্ড অব অনাৰ' দিয়ে
সকলোৰে প্ৰতি।
আম খাম
জাম খাম
আৰু খাম কল
তেহে আমি
পাম বোলে
তেজ আৰু বল।

বেল গছৰ
পকা বেল
গোন্ধ কিযে ভাল
খাম দেই
গাখীৰেৰে ৰঙা হ'ব গাল।

বাঁহৰ আগত
বগলী নাচে
ধান পকিবলে
কেইদিন আছে।

কাতি বিহুৰ আহিলে দিন
তুলসী গছ ৰুম

কলপাত পাৰি তাতে
চাকি, শৰাই দিম।

পলাশবাৰীত পিক্‌নিক্ হ'ব
পলাশ গছৰ তলত
চাঁদডুবিত ডুবিব জোন
চাম উঠি নাৱত।

শালনিত শাল গছ
হাফলঙত লং
বৰতলত বৰ গছ
যদি নাই, খং।

হাবিয়ে নকয় কথা
নীৰৱ, মগন
শান্ত, গম্ভীৰ কি যে
আদৰ্শ পৰম।

মানুহে গছক কাটে
তথাপিতো গছে
ছাঁ দিয়ে, ফুল দিয়ে
মুখেৰে নেমাতে
গছে ক্ষমা কৰে
গছৰ আছে জীৱ
সেয়ে গছ কল্পতৰু,
(যেন) ভোলানাথ, শিৱ।
গছৰ শিপাই .....
মাটিকেই ধৰি

গছ নহ'লে মাটি
যাব উটি, বুৰি।

গছ আমাৰ বন্ধু জানা
বৰ মৰমৰ
বিপদত তৰি আছে
নাৰাখো খবৰ।
বেয়া বায়ু শুহি লয়
ভাল বায়ু দিয়ে
গছ নহ'লে মানুহ
থাকিব নোৱাৰে।

সেৱা কৰোঁ, সেৱা কৰোঁ
অৰণ্য বননি
গছ ৰুম সৰু, বৰ
মিলি ভাই-ভনী
গছ ৰুম, গছে দূৰ
কৰিব বিঘিনি।

কলমৌত...
কলমৌ লতা
নাৰিকলত ....
খাবলৈ মিঠা।

আম, জাম, কঠাল জানা
বাৰিষাৰ ফল
আটাই ঋতুতে পাবাই
নানাবিধ ফল।

আঠিয়াৰ গুটি থাকে
জাহাজী দীঘল
মালভোগ, মনোহৰ
কলৰ যুগল।

আগলি কলাপাত
লৰে কি চৰে
আইৰে ঘৰলৈ
মনতে পৰে।

কলগছৰ দোনা সজা
বিয়াই শৰাধে
কিমান কামত আহে
অতি সহজতে।
কলগছৰ কত গুণ
পচলাৰ জুতি
কলডিলো কিয়ে ভাল
খাম খুজি খুজি।

কলপাত কাটি লোৱা
তাতে গৰম ভাত
গৰু ঘিউ দি লোৱা
অতিকে সোৱাদ।
ভীমকলৰ বাকলি
পুৰি খাৰ কৰা
মিঠাতেল দি খাই
মাত ভাল কৰা।

নাচপতি আমলখী
ৰঙাকৈ ডালিম
ৰুই দিবা সযতনে
সোনকালে আহিম

তুলসী দিবা ৰুই
কাতি বিহুৰ দিনা
জোনৰ বুকুতে তেহে
দেখিবা হৰিণা।

লাই, লফা, ধনীয়া
জাৰকালি কৰো
গছ বুলি নকওঁ তাক
হালি কুৰি ধৰো।

মাটিকদুৰী মানিমুনি
এইবোৰ বন
অসুখত এইবোৰে
আচলৰ ধন।

ৰঙালাও, পানীলাও
আৰু যে কোমোৰা
জিকা, ভেন্দি, তিয়হ আৰু
পকাকৈ ঠেকেৰা
মৰিচা, চজিনা আৰু
বিলাহী, বেঙেনা
পটল, স্কোৱাচ খেতি
ঘৰতে কৰানা।

শিলিখা, ভোমোৰা
আৰু আমলখী
'ত্ৰিফলা' বুলি কয়
এই তিনি সখী
ঔষধৰ গছ এয়া
বহু অসুখৰ।
ঘৰৰ বাৰীত ৰুবা
পাহৰি ভাগৰ।

ঔটেঙা, তেতেলী
আৰু নিমগছ
বাৰীত থাকিলে ভাল
লাগে প্ৰয়োজনত।

নাহৰ সুকাঠী গছ
আঁহত আৰু জৰী
শাল, সৰল, মজ
এজাৰ
দেৱদাৰু, সোণাৰী
অগৰু, চন্দন
শিমলু, পলাশ, মদাৰ
কিযে বিতোপন।

লহপহ নাহৰৰ
ৰঙা কুঁহিপাত
বিহু আহি পালেহিয়েই
তত নাই গাত

বাঁহ গছ দেখাত যদিও
শুৱনী নহয়
বাঁহৰ কিমান কাম
জানিবা নিশ্চয়
জেওৰা জপনা হয়
দলং আৰু চাং
ঘৰ সাজোঁ বাঁহেৰেই
কাঠী, কামী, খাং।

কিমান শুনিবা আৰু
অৰণ্যৰ গান
ওলাবা এদিনা হাবি
চাবলৈ যাম।
গছ চাম, বন চাম আৰু ফুল লতা
গছৰ ছাঁয়ানে যেন ..... আঁকা।

অমৰা, মধুৰী, কৰ্দ্দৈ
কমলা, বগৰী
মিৰিকা টেঙাৰ ৰং
চাম চকু ভৰি।

গছ নহ'লে মানুহ
থাকিব নোৱাৰে
শুদ্ধ বায়ু বিয়পায়
কেৱল গছেহে।

# ৰজা

[মঞ্চসজ্জা ঃ গছ-গছনিৰে এখন অৰণ্য; গছবোৰ নানা ৰঙৰ ফুলেৰে সুশোভিত; দূৰত দেখা যাব পাহাৰ। ভিতৰত টেপৰেকৰ্ডাৰৰ সহায়ত বিভিন্ন চৰাইৰ কিচিৰ মিচিৰ মাত বজাই থাকিব।

ময়ূৰ, ৰাজহাঁহ, কপৌ, ভাটৌ, কাউৰী, বগলী, বৰটোকোলা আদি সৰু-ডাঙৰ চৰাই আৰু হৰিণা, শহা, বান্দৰ আদি জন্তুৰ দৰে মুখা আৰু সাজ পিন্ধি ল'ৰা-ছোৱালী কিছুমানে মঞ্চত ইফাল-সিফাল কৰি থাকিব। এনেতে মেঘৰ গুৰু গুৰু গুৰু ধ্বনি শুনা যাব। মেঘৰ গুৰু গুৰু মাতৰ লগে লগে তিনিটামান ময়ূৰে পেখম ধৰি ধৰি নাচিব।]

**ময়ূৰ নৃত্যৰ গীত**

কাজল মেঘে কৰে গুৰু, গুৰু
সেয়া গুৰু, গুৰু
উলাহতে মন উৰু উৰু
মন উৰু উৰু
ফুলাম পাখিৰে আহাঁ ধুনীয়া পেখম তুলি
আকাশলে আহাঁ
উৰা মাৰো।।
নাচে নাচে মন নাচে নাচে
বৰষাক ওলগনি যাচে, যাচে
সেউজীয়া হ'ব ধৰা
সোণাৰু, কৃষ্ণচূড়া
ফুলিব যে গছে গছে
মৌ মাখি উৰিবহি আৰু
কাজল মেঘে কৰে গুৰু গুৰু

[ময়ূৰ তিনিটাই নাচি নাচি আঁতৰি যোৱাৰ পাছত ফৰিঙৰ দৰে সেউজীয়া সাজ পিন্ধি অকণমানি তজবজীয়া ল'ৰা এটা জপিয়াই জপিয়াই আহি ক'লে]

ফৰিং : মই ফৰিং ৰিং ৰিং ৰিং
ফোন এটা কৰো ক'ত
কিৰিং কিৰিং
বনতে মুখ দি কওঁ
হেল্ল, হয়নে চাৰিং?
ইজ ইট্ চাৰিং?
চাৰি বজাত তোমাক
লগ পাব পাৰিম??

[কৈ কৈ ফৰিং আঁতৰি গ'ল। সখিয়তী চৰায়ে হাতত বেহেলা লৈ গীত গাই গাই আহিল।]

সখিয়তী : সখী ক'ত সখী ক'ত
মই সখিয়তী
বিচাৰি ফুৰিছো সখীক
মই দিনে ৰাতি
সখীক নেপাই হিয়া
হাঁয় ছাটি ফুটি
বিনাও গছে গছে
সখীকেই মাতি
সখী ক'ত সখী ক'ত
মই সখিয়তী।।

[সখিয়তীয়ে গীত গাই গাই আঁতৰি যোৱাৰ পাছত বুঢ়ী এজনীৰ বেশত এজনী চৰাইয়ে নাতিনীয়েক কেতেকীক মাতি মাতি আহিব।]

বুঢ়ী চৰাই : অ' কেতেকী, অ' কেতেকী
ভাত হ'ল নেকি??

[বুঢ়ী চৰাইজনীয়ে তিনিবাৰমান মাতি মাতি ভিতৰলৈ যাব। সৰু সৰু শহা আৰু পোৱালী চৰাই কেইটামান এনেতে ওলাই আহি মঞ্চত গীত গাই উমলি থাকিবহি।]

অলং দলং কৰিছে, আমাৰ ঘৰ লৰিছে
আমৰ কলি সৰিছে, কেঁচা কঠাল পকিছে
বিদ্যা আমাৰ বন্ধু।।

[এনেতে চশমা আৰু কোট পিন্ধি, লাখুটি হাতত লৈ বগলী ওলালহি। শহা আৰু সৰু সৰু চৰাইবোৰে বগলীক দেখি "ছাৰ আহিছে", "ছাৰ আহিছে" বুলি "নমস্কাৰ", "নমস্কাৰ" কৰি চিঞৰিবলৈ ধৰিলে, বগলীয়ে ক'লে ঃ]

বগলী ঃ কি কৰিছ তহঁতবোৰে?

চৰাই ঃ ছাৰ, নেওঁতা মাতিছো সুৰে সুৰে

বগলী ঃ সাঁথৰ এটা সোধো ৰ,
কোনে পাৰ বেগাই ক।।
ধৰি ল, মোৰ হাতত আম
পাঁচটা আছে, এটা খাম...

পাতিহাঁহ ঃ কি ধৰিম? ক'ত ধৰিম?

শহা ঃ কোনটো আম?
মই খাম।।

বগলী ঃ নহ'ব সাঁথৰ, বাদ দে।
অৰ্থ সোধো, উত্তৰ দে
ভাতৰ তিতা খাব পাৰি
মাতৰ তিতা খাব নোৱাৰি...

চৰাই ঃ ছাৰ, বৰষুণত তিতা নে নিয়ৰত তিতা?
বহুতদিন নিয়ৰ নাই, বৰষুণনো ক'তা??

বগলী ঃ একো নোৱাৰ তহঁতে
বেঞ্চৰ ওপৰত উঠ
তিনিঘণ্টাৰ কাৰণে
বন্ধ কৰহঁত মুখ।।

[এনেতে ডিঙিত ভঙা টিন এটা আঁৰি বান্দৰে মঞ্চত প্ৰৱেশ কৰিব]

বান্দৰ ঃ ৰাইজ শুনক শুনক
খবৰ আছে আমোদজনক
কাইলৈ আবেলি পৰত
সভা হ'ব এই বনত
দলে দলে যোগ দিয়ক, ৰাইজ শুনক শুনক।।

## ২য় দৃশ্য

[চৰাইবোৰে সভা পাতিছে। মুঢ়া বা চকীত আটায়ে সাজপাৰ কৰি বহিব।]

টেক্ৰেটাৰী ভাটৌ ঃ আৰম্ভণি হক সুৰেৰে
বন-কুকুৰাৰ গীতেৰে।।

বন কুকুৰা ঃ পুৱালে ৰজনী, উঠা বন্ধু তুমি
টোপনি সামৰি থোৱা
জাগিলে আকাশ জাগিলে বতাহ
উঠা উঠা সাৰ পোৱা।

ভাটৌ ঃ হ'ব আৰু গান
সভাৰ বিষয়ে কওঁ শুনা পাতি কাণ
বগলী ডাঙৰীয়াই
চলাওক আজিৰ সভাৰ
সভাপতিৰ কাম।।

[ফেঁচাই উৰুলী দিলে, বাকীবোৰে হাত-চাপৰি দিলে, চশমাযোৰ পিন্ধি বগলী আগলৈ আহি বহিলহি।]

বগলী ঃ চকুৰ কাম কৰি কৰি
চকুৰে নমনো;
ৰাইজৰ আদেশনো
কেনেকৈ নামানো।

ভাটৌ ঃ ৰাইজ এটা দুখৰ কথা
পালো ভাবি চাই
ৰজা এজন চৰাইবোৰে
পাতি লোৱা নাই।
পশুৰ ৰজা আছে
সিংহ মহাৰাজ

পখীৰ ৰজা নাই
এয়া বৰ লাজ
কাক আমি ৰজা পাতো
হওক আলোচনা
অভিষেক পাতি তেওঁক
কৰিম বন্দনা।।

[চৰাইবোৰৰ কোৢাল বাঢ়িল। কথা কটাকটি হ'ল। তাৰ পাছত কপৌৱে উঠি ক'বলৈ আৰম্ভ কৰিলে।]

কপৌ ঃ সভাপতি মহোদয়, মই কপৌ
শান্তিৰে হ'ব লাগে কামবোৰ নিতৌ
ভোট লোৱা বেয়া হ'ব এটা নাম কওক
ভাল পখী যি তাকে ৰজা পাতি লওক।

এটা চৰাই ঃ ভাল মানে কি?

অন্য এটা চৰাই ঃ ধুনীয়া আমাৰ মাজত
যি আছে সি।

শগুণ ঃ ৰূপ থকা হ'লে ময়ে ৰজা হ'লো হয়,
পিছে আটায়ে কোম হাঁয়, শগুণটো যেন বুলি কয়।

বৰটোকোলা ঃ পৰিপাটী, জক্‌মক্ তেলীয়া সাৰেং
ৰজা হ'লে শুৱাব ঠিক ৰজাৰ কাৰেং
কি বোলে ৰাইজসৱ, নহ'বনে ঠিক?
অশুৱনী ৰজাক সৱে কৰে ধিক ধিক।

সভাপতি ঃ তেলীয়া সাৰেং ৰজা হ'ব
নহ'লে আপত্তি
হাত চাপৰিৰে ৰাইজ
জনাওক সন্মতি।

[আটাইবোৰে হাতচাপৰি....]

সৰু সৰু শহা আৰু চৰাইবোৰৰ গীত ঃ
তেলীয়া সাৰেং, তেলীয়া সাৰেং

আগলৈ আহাঁ
কাৰেঙত চাৰেং বাজে
ৰাজপাটত বহা।

[তেলীয়া সাৰেং হৈছে অসম্ভৱ ধুন-পেচ মৰা চৰাই। তেলীয়া সাৰেঙে ছোৱালীৰ দৰে থিয় হৈ নমস্কাৰ দিলে।]

ভাটৌ ঃ ৰাইজসকল,
পৰহিলৈ তিনি বজাত ৰজা পতা হ'ব
আনন্দ-উৎসৱ কৰি ভোজ-ভাত খাব
ৰাইজসকল, দিহাদিহি কামত লাগক
বিহাৰ্চেল নিমন্ত্ৰণ সকলো কৰক।।

বগলী ঃ সভাৰ কাম আজি শেষ হ'ল তেনে
জাতীয় সঙ্গীত গাওঁ আমি আটাইখনেÐ

[আটাইবোৰ থিয় হৈ জাতীয় সঙ্গীত একান্তমনে গালে]

জাতীয় সঙ্গীত ঃঅ' মোৰ মৰমৰ বন
অ' মোৰ বুকুৰে ধন
এনেখন ধুনীয়া, এনে সেউজীয়া
এনেখন অৰণ্য ঘন।।
অ' মোৰ গছৰে ফল
তোকে খাই গাতে পাওঁ বল
আমি মিলিজুলি থাকিম সকলোটি
আহিলেও বাৰিষা ঢল।।

## ৩য় দৃশ্য

[এখন চকীত বহি মেজ আগত লৈ কাঠৰোকাই খট্ খট্কৈ টেলিগ্ৰাম কৰিছে]

কাঠৰোকা ঃ টৰে টক্কা, টৰে টক্কা
আনন্দৰ বাজে ডঙ্কা।।
তেলীয়াসাৰেং ৰজা হ'ব
মিটিঙলৈ আহি যাব।।

(সিফালে আন এটা মূৰত চকীত বহি মেজ আগত লৈ এটা হেতুলুকা চৰায়ে হিকটিয়াই হিকটিয়াই চিঠিৰ খামত নাম লিখি থাকোতে মুখেৰে গাই গৈছে)

হেটুলুকা ঃ আমেৰিকা, বাৰ্লিন
জাঁৰ্জী, নেঘেৰিটিং
আফ্ৰিকা, মঙ্গলদৈ
মেক্সিকো, ডিগবৈ
জাপান, ভালুকপুং
ৰুচিয়া, হাতীচোং
নিমন্ত্ৰণ চিঠি যায়
ৰ'বৰ সময় নাই।

[মঞ্চৰ এমূৰৰ পৰা চট্ চট্কৈ ঘনচিৰিকা সোমাই আহোঁতেই ঠিক ইফালৰ পৰা ভাটৌৱে কাউৰী, ৰাজহাঁহ, বালিমাহী, গেদগেদী মাছ, চেঙেলী মাছ আৰু গঙ্গাটোপ মাছক লৈ সোমাই আহিব। ঘনচিৰিকাক দেখি ভাটৌৱে ক'ব ঃ]

ভাটৌ ঃ ঘনচিৰিকা, ঘনচিৰিকা
কেনি তুমি যোৱা

ঘনচিৰিকা ঃ তামোল কটা হোৱাই নাই
মেল মৰা থোৱা।।

[ঘনচিৰিকাৰ প্ৰস্থান]

[ভাটৌৰ তেতিয়া ইবোৰক ক'ব]

ভাটৌ ঃ ষ্টেজ ৰিহাৰ্চেল ইয়াতেই কৰা
এটা ৰাতি আছে চব ৰেডী কৰা।।

[ভাটৌৰ কথা শুনি কাউৰীয়ে হাৰমনিয়াম লৈ বহিব, শালিকী চৰায়ে তবলা ল'ব। গলগলীয়া মাতেৰে কাউৰীয়ে গাব ঃ]

কাউৰী ঃ কা, কা,
বাছাহঁত গলা সুৰলা কৰি
মোৰ দৰে গা, গা।
কা, কা,
বালিমাহীৰ টুইষ্ট নাচ
চা চাĐ

[কঁকাল ঘূৰাই ঘূৰাই বালিমাহীয়ে 'টুইষ্ট' দিব]

কাউৰী ঃ কা কা
এইবাৰ ৰাজহাঁহ
আহ, আহ
'কোৰাচ'টো তহঁতে
গলাখুলি
গা, গা

[ৰাজহাঁহে টেঁট টেঁটকৈ সমস্বৰে চিঞৰিব। তাৰ পাছত সা ৰে গা মা পা ধা নি সা সমস্বৰে গাব। ঘূৰাই-পকাই দুবাৰমান গোৱাঁৰ পিচত কাউৰীয়ে ক'ব ঃ]

কাউৰী ঃ চমৎকাৰ, চমৎকাৰ
গলাবোৰ আৰু অলপ
কৰ পৰিষ্কাৰ।
নাটকৰ দৃশ্যটো
এইবাৰ চাওঁ
[ঘড়ী চাই] ভাতৰ সময় হ'ল
ঘৰলৈ যাওঁ।
ষ্টাৰ্ট, কুইক্ কুইক্
নকৰিবি লাজ
বেয়া হ'লে মাৰ দিম
আছে বাঁহ গাজ।।

[নাটকৰ দৃশ্য আৰম্ভ হ'ব। গেদগেদী মাছে ওৰণি টানি ঘৰ সাৰি থাকিব। ইফালৰ পৰা চেঙেলী মাছে সুহুৰিয়াই আহি ক'ব ঃ]

চেঙেলী ঃ কি খবৰ, গেদ্‌গেদী বাই
সবাহ'লে যায় নে নেযায়?
[মুখ জোকাৰি গেদ্‌গেদীয়ে ক'ব]

গেদ্‌গেদী ঃ মাতিছহি গেদ্‌গেদী বুলি
আহ বুঢ়ীমাৰে ছিঙো চুলি

[চেঙেলী মাছে দৌৰ মাৰিব। অলপ পাচতে পেটুৰা, চাপৰ গঙ্গাটোপ মাছ ফোঁপাই জোপাই আহিব আৰু লেনীয়াই মিনতিৰ সুৰত ক'ব ঃ]

গঙ্গাটোপ ঃ কাঞ্চনমতী বাই, কাঞ্চনমতী বাই
নাম ধৰিবলৈ যাব নে নেযায়??

[গেদ্‌গেদীয়ে এইবাৰ ৰাংঢালী হৈ উলাহতে ক'ব]

গেদ্‌গেদী ঃ গুণীয়েহে জানে গুণীৰ মোল
বোলো, গঙ্গাধৰ বোপানে কোন!
ব'লা, ব'লা সহাহলে' যাওঁ

[দুয়ো যাবগৈ]

কাউৰী ঃ চাবাচ, চাবাচ,
ঠিক আছে
দুয়ো মাছ।
এতিয়া ছুটি
ঘৰে ঘৰে ৰুটি।।

[আটাইবোৰে "স্কুল ছুটি, ঘৰে ঘৰে ৰুটি" বুলি চিঞৰি চিঞৰি উলাহ মনেৰে যাবগৈ]

## ৪ৰ্থ দৃশ্য

[তেলীয়াসাৰেঙৰ ঘৰ। ইপিনে সিপিনে দ'ম দ'ম কাপোৰ-কানিৰ খেলি-মেলি। তেলীয়াসৰেঙে ঘঁহি-পিহিয়েই তৎ পোৱা নাই। কেঁচি হাতত লৈ নাপিতে তেলীয়াসাৰেঙক সুধিছে ঃ]

নাপিত ঃ গোঁফত কওক 'ছাৰ'
কোন 'কাট' দিম?
ফ্ৰেন্স কাট? গাইমুৰা কাট?
নে ভীম কাট দিম??

তেলীয়াসাৰেং ঃ নতুন লাগিছে শুনি
গাইমুৰা কাট
দিয়া তাকে নচুৰাম
গোঁফত দি হাত।
গোমচেং, টেৰীলিন
পিন্ধো কোনসাজ
এচেঞ্চ কোনটো ল'ম
ৰুমালৰ ভাঁজ।

[এনেতে গুবৰুৱাই ভোঁ ভোঁ কৰে হেলিকপ্টাৰ চলাই পালেহি]

গুবৰুৱা ঃ হ'লনে 'ড্ৰেচ' কৰা
সময় আৰু নাই
ভোঁ ভোঁ কৰি মোৰ
হেলিকপ্টাৰ যায়।

তেলীয়াসাৰেং ঃ কিহৰ হেৰা লৰালৰি
কিহৰ সময় নাই?
ৰজাৰ তৰোৱালে
সময় কঁপায়।
চুলিত কলপ মোৰ
লগোৱাই নাই
মুখৰ 'পেইন্ট' মোৰ

শুকোৱাই নাই
কৈ দিয়া ৰাইজক
হ'ব মোৰ দেৰি
ৰজা যাব যেতিয়া নাই লৰালৰি।

[তেলীয়াসাৰেঙৰ কথা শুনি গুবৰুৱা গ'লগৈ]

তেলীয়াসাৰেঙৰ ঘৰৰ লগুৱা-লিকচৌবোৰক কাৰা হুকুম দিছে ঃ

নখৰ জেতুকা ক'তা?
এই লৈ আন।
জোতাত ৰং মোৰ
সানিছনে? সান।
কাপোৰ ইস্ত্রি নাই
মাতি আন মিস্ত্রি
চিৰতাৰ পানী খুৱাই
দে তাক শাস্তি।।

[গুবৰুৱা আকৌ ওলালহি৷ তেলীয়াসাৰেঙক নিবলৈ]

গুবৰুৱা ঃ হ'লনে নাই, হ'লনে নাই
সময় নাই, সময় নাই
তিত্ তিত্ বাজে 'হৰ্ণ'
ৰাইজৰ উঠিছে খং।।

তেলীয়াসাৰেং ঃ এহ্ এহ্ থোৱা থোৱা
দেৰী হ'ব, যোৱা যোৱা
পাগুৰী নে স্ট্রহেট?
মুকুট নে গান্ধীকেপ?

গুবৰুৱা ঃ মই তেনে যাওঁগৈ
ৰাইজক কওঁগৈ।।

### ৫ম দৃশ্য

[চৰাই সকলোবোৰ বহি আছে। শহা আৰু বান্দৰো বহিছে। আটায়ে ঘনে ঘনে বাটলৈ চাইছে। ৰাইজৰ মাজত কথা-বতৰাৰ নানান আলোচনা চলিছে। ভাটৌ চেক্রেটাৰীয়ে চুৰীয়া পাঞ্জাবী চোলা পিন্ধি মাজে মাজে সকলোকে মনে মনে থাকিবলৈ কৈছে। ভেকুলীয়ে টোৰোক টোৰোক কৰি হোঁকা খাইছিল। ভাটৌৱে বন্ধ কৰি দিলে।]

ভাটৌ ঃ হোকা খাইছে কোনে?
থাকা সবে মনে মনে।
ৰজা আহি পাবহি
নাচ গান চাবহি।

[কোনোবাই হাঁচিয়াইছে, কাৰোবাৰ কেঁচুৱাই কান্দিছে]

ভাটৌ ঃ চুপ্ চুপ্ চুপ্ চুপ্
জ্বলোৱা নাই কিয় ধূপ?
মটৰ আহিলেই সৌৱা [বাহিৰলৈ চাই]
অ' ৰজা দেখোন নাইকীয়া।।

[এনেতে গুবৰুৱা ঘামি-জামি সোমালহি]

গুবৰুৱা ঃ ৰজা অহাত আছে দেৰী
গ'লোঁ এনেই পেট্রল পুৰি।

[সকলোবোৰে উচ্‌পিচ্ লগাব। গণ্ডগোল, খেলিমেলি হ'ব]

ভাটৌ চেক্রেটাৰী ঃ ৰাইজ অলপ ধৈৰ্য্য ধৰক
নৃত্য-গীতেৰে চকু জুৰাওক।।

[আটায়ে তেতিয়া হাত চাপৰি দি বহিল]

ভাটৌ ঃ প্ৰথমে নৃত্য
বজোৱা বাদ্য।।

[ভাটৌৰ কথাৰ লগে লগে ভিতৰত নৃত্যৰ বাদ্য বাজিব। পখিলা দুটা অথবা চাৰিটা ওলাই আহি 'বাগুৰুম্বা' (বড়ো নৃত্য) নৃত্য দিব।]

ভাটৌ ঃ এতিয়া অতিথি শিল্পী মেকুৰী

দিয়া, হাত চাপৰিৰ জাউৰি।।

[আটায়ে হাতচাপৰি দিব। মেকুৰীয়ে সাজিপাৰি আহি আহি অঙ্গীভঙ্গীৰে ধুনীয়াকৈ প্ৰকাশ কৰি গীত গাব]

মেকুৰী ঃ চুচুক চামাক খোজেৰে
পিৰালীৰে দাঁতিৰে
মজিয়ালৈ দিওঁ খোজ
কতনো হেঁপাহেৰে।।
মেলাহিকৈ কাঁহীত ঐ
ভজা মাছ দেখো ঐ
লোভৰ পানী টপ্ টপ্
বাগৰে মোৰ জিভাৰে
চুচুক চামাক খোজেৰে....
মুখৰ জুতি লওঁতেই
ৰান্ধনীয়ে হেতাৰেই
দিলে কোব কঁকালতে
কচকা ৰ'ল জীৱনতে
কঁকালৰ বিষত হাঁয়
মালিচ কৰি তৎ নাই
ঢেঙ্কুৰুচ খোজেৰেই
পিৰালীৰে কাযেৰেই.....

[আটাইৰে "চাবাচ চাবাচ" হাত চাপৰি]

ভাটৌ ঃ এইবাৰ, এইবাৰ
নিচুকনি গীত হ'ব
ঘৰচিৰিকাৰ।

[ঘৰচিৰিকা চৰায়ে আধুনিক মহিলাৰ সাজ পিন্ধি, হাতত পুতলা এটা লৈ খিচিৰী সুৰত গায় ঃ]

ঘৰচিৰিকা ঃ চি চৈ, চি চৈ, ঐ, চিঁচৈ, চিঁচৈ
চেগুইচ কফি আছে, নাই মিঠৈ
আজ কালমে ঢল গিয়া

বেবী ডন্ট ক্ৰাই, শো যা।

[ঘৰচিৰিকাই গীত গাই থাকোঁতেই গুবৰুৱাৰ হেলিকপ্টাৰ আকৌ পালেহি]

ভাটৌ ঃ পাইলট আহি গ'ল

মিটিঙৰ সময় হ'ল

গুবৰুৱা ঃ ৰজাৰ হোৱাই নাই

সাজোন-কাচোন

পুৰোহিত চৰাই ঃ লগ্ন যায় যায়, কি কৰোঁ কোৱাঁচোন??

[ঘড়ী চাই] দুই মিনিট পাছতেই লগ্ন আৰু নাই।

ভাটৌ [বিতত হৈ] ঃ কি হ'ব, তেন্তে কি হ'ব উপায়??

বগলী [গহীনকৈ] ঃ কথা এটা কোৱা মই উচিত ভাবিলো

বুঢ়া হ'লো জীৱনত বহুত দেখিলো।।

সময়ৰ জ্ঞান যিজনৰ নাই, ধুনপেচ মাৰিয়েই সময় নিয়ায়

তেওঁ ৰজা হ'লে দেশ তললৈ যাব।।

বিলাসীতা মাথো জানে জ্ঞান একো নাই

সেইজনক মই হ'লে ৰজা পতাত নাই।।

[চৰাইবোৰে সমৰ্থনত চিঞৰি ক'ব- ঠিক, ঠিক, ঠিক, তেলীয়াসাৰেং ধিক্ ধিক্ ধিক্]

বগলী ঃ তজবজীয়া, বুধিয়ক ফেঁচু ৰজা হওক

গুণৰ আগত ৰূপ ৰসাতলে যাওক

ফেঁচুৰ ৰংহে ক'লা তাত দোষ নাই

ৰূপে কৰিব কি গুণেহে তৰায়।।

চৰাইবোৰৰ জয়ধ্বনি- জয় ফেঁচুৰ জয়, আমাৰ ৰজাৰ জয়, ফেঁচু ৰজা জিন্দাবাদ।।

[ফেঁচুক পুৰোহিতে মুকুট, মালা পিন্ধাই ফোঁট দি। ফেঁচাই উৰুলী দিব। ফেঁচুক নমস্কাৰ দিব। মহা আনন্দত আটাইবোৰে গাব, নাচিব]

সমস্বৰ গীত- জয়, জয় ফেঁচুৰজা, প্ৰণামো চৰণ

জয়, জয় পখীকুলৰ, জয় আমাৰ বন।।

[পশু-পক্ষীবোৰে আনন্দতে যাৰ যি ধৰণৰ মন যায় গীত গাই, নাচ দি ভিতৰলৈ ভোজ খাবলৈ যাব। মঞ্চত অকলে বগলী বহি থাকোঁতে ভাটৌৱে মাতিব- ]

ভাটৌ ঃ বলক ছাৰ, আছে ভোজ-ভাত

বগলী ঃ নধৰিবা বোপা, পিত্ত আছে গাত

[ভাটৌ গ'লগৈ]

তেলীয়াসাৰেং ঃ মোৰ গোৱা নাই বন্দনা

কোনো ক'তো নাই!

আহাচোঁ বেগাই।

মন্ত্ৰী কোন আছ কটোৱালক মাত

সময় নুবুজাবোৰৰ ডিঙিবোৰ কাট।

বগলী ঃ [গল হেকাঁৰি মাৰি] ৰজা পতা হৈ গ'ল

ঘৰলৈ যোৱাগৈ

নিজৰ ডিঙি নিজে কাটি

ৰজা বোলোৱাগৈ

অবাবতে যিজনে

সময় নিয়ায়

সময়ে ইদৰে ঠগে

জানিবা সদায়।।

[তেলীয়াসাৰেঙৰ ঘৈণীয়েকে ভেনিটি বেগ হাতত লৈ সাজি-কাছি আহিছিল ৰজা নোহোৱা বুলি শুনি চকুত ৰুমাল দি কান্দিবলৈ ধৰিলে ঃ]

ৰাণী হোৱা নহ'ল ঐ

ফেঁচী ৰাণী হ'ল ঐ

[তেলীয়াসাৰেঙে ঘৈণীয়েকক "নেকান্দিবা ডাৰ্লিং, নেকান্দিবা" বুলি কৈ কৈ নিজেও ফেঁকুৰি ফেঁকুৰি তাৰপাছত ডাঙৰকৈ কান্দিবলৈ ধৰিলে এনেতেই পৰ্দা পৰিব।]

# বন্ধু

(বহাগ বিহুৰ উৰুকাৰ দোভাগ ৰাতি। মামনিহঁতৰ পাকঘৰৰ দৃশ্য। বহল কোঠাটো দুভাগ হৈ আছে এখন চাপৰ বেৰেৰে। এফালে আখল। তাত চৌকা পানীচাং। বেৰত ডলা, চালনী, কেৰাহী ওলমি আছে। আওঁজাই থোৱা, আছে দুই-এখন পীৰা। পানীচাঙৰ টেকেলী আৰু টিনত চিৰা, সান্দহ, আখৈ, তিলপিঠা, ঘিলাপিঠা, লাওপিছা, নাৰিকলৰ লাড়ু, তিলৰ লাড়ু, পকা মিঠৈ, এটা ডাঙৰ চৰুত ফেনীপিঠা আৰু জেলেপী। বস্তুবোৰৰ পৰিচয় দিবলৈ টেকেলী, টিন আৰু চৰু প্ৰতিটোৰে গাত ডাঙৰ ডাঙৰ আখৰেৰে স্পষ্টকৈ লিখা 'লেবেল' থাকিব- চিৰা, সান্দহ এনেকৈ। মঞ্চত দেখুৱাওঁতে, প্ৰথমেই প্ৰতিটো টেকেলী আৰু টিনত 'বিশেষ পোহৰ' এবাৰ এবাৰ পেলাই দেখুৱাই যাব। পাকঘৰৰ কোঠাটোৰ ইটো ভাগত আছে জালৰ সৰু মিট্‌চেফ এটা। তাত বিভিন্ন টিন আৰু মলাত আছে কেক্, কৰ্দৈ, নানখাতা, চিঙাৰা, ভুজিয়া, ৰসগোল্লা। মিট্‌চেফৰ ওপৰত কাপ-প্লেট, টি-পট, চামুচ। এই সকলোবোৰতে চিৰা-পিঠাৰ টিনত লগোৱা লেবেলৰ দৰেই ডাঙৰ ডাঙৰ লেবেল থাকিব। পাকঘৰটোৰ মাটিত আছে কেইখনমান কাঁহী, কেইটামান বাটি, দুটামান ঘটি আৰু কলহ। দূৰত শিয়ালৰ হোঁৱা। খিৰিকিৰে মাজ-ৰাতিৰ জোনটোও দেখা যাব। ওচৰতে ক'ৰবাত পেঁপাৰ মাত, হুচৰি আওঁৰোৱাৰ সুৰো শুনা যাব। এক যেন বিহু বিহু পৰিবেশ। আঁৰকাপোৰ উঠাৰ লগে লগেই টিন, টেকেলীবোৰৰ গাত কাপ-প্লেট আদিৰ গাত, কাঁহী-বাটিৰ গাত এফালৰ পৰা পোহৰ পৰি যাব। তাৰ পাচতেই শুনা যাব দুটা কণ্ঠ ঃ)

তিলপিঠাৰ কণ্ঠ ঃ হেৰা ঘিলা, তোমাৰ দেও ইমান টোপনি!

ঘিলাপিঠাৰ কণ্ঠ ঃ ৰ'বাচোন তিলেশ্বৰ, গৃহস্থ শুইছেগৈহে, নিদিবা আমনি।

তিলপিঠাৰ কণ্ঠ ঃ এঃ শুলে দিয়া অতপৰে, বহুত ৰাতি হ'ল
আকাশৰ জোনো সৌৱা ভটীয়াই গ'ল
আহাঁ আহাঁ নামি আহাঁ পুৱাবই ৰাতি
ৰং-ৰহইচ কৰোঁ আহাঁ বিহু বুলি আজি।।

(পানীচাঙৰ পৰা লাহেকৈ বগা সাজ মানে চোলা-চুৰীয়া পিন্ধা, দীঘল ল'ৰা তিলপিঠা, টক্‌লেট বৰণৰ মেখেলা-চাদৰ পিন্ধা ঘূটমুটিয়া ছোৱালী ঘিলা নামি আহিব। দুয়োটাই নামি আহি

বিহুনাচৰ ভঙ্গীত মঞ্চত ৰ'বহি। ৰাইজে দেখিলেই চিনি পাব পৰাকৈ সিহঁত দুয়োটাৰ পিঠিত 'তিলপিঠা' আৰু 'ঘিলাপিঠা' বুলি লেবেল ডাঙৰ আখৰেৰে মৰা থাকিব।)

তিলপিঠা ঃ (গাই গাই কঁকাল ঘূৰাব)
ধিনিকি ধিন্দাও দাও
অ' আইতা আঁহত পাত
ঢোলৰে মাততে
অ' আইতা আঁহত পাত
পেঁপাৰে টিহিটি মাতে আইতা
আঁহত পাত,
আমি নাচোঁ জৰীৰ ছাঁত
চ'তৰ বিহু লাগিছে গাত।

ঘিলাপিঠা ঃ ইঃ জৰী গছ নাইকিয়াই।

তিলপিঠা ঃ তুমি বৰ বেৰসিক, ঘিলা
খাব জানিলে চাউলেই চিৰা।

ঘিলাপিঠা ঃ বাৰু, বাৰু,
আমিনো সমনীয়া
বিহুৰে লগৰীয়া
ৰঙেনো পিৰপিৰাইছে গাতে মোৰে বান্ধৈ ঐ
দিনো যাওঁ সুৰীয়া মাতে মোৰ ঐ ককাইটি
বজোৱাচোন পেঁপাটি মূৰত বান্ধি
গামোছাৰ পাগ মোৰ ঐ লগৰী
পাইছোঁ ঐ আহৰি, দিয়ে যাওঁ
নাচোনৰ পাক।।

তিলপিঠা ঃ নাচিবি, নাচিবি
ভালকৈনো নাচিবি
হাততে ৰঙাকৈ
জেতুকা সানিবি
লাহৰী খোপাতে

কপৌফুল আঁৰিবি
ফুলামকৈ ৰিহাৰে
দেহাকে সজাবি
নাচোনৰ মাজতে
মিচিকাই হাঁহিবি

ঘিলা ঃ এনেকৈ

(এইবুলি তাই খিট্‌খিটাই হাঁহি দিয়ে। ঘিলাৰ হাঁহিত সান্দহ খুৰাই সাৰ পাই যায়। কাঁহি কাঁহি বুঢ়াই এখন এৰী-চাদৰ গাত লৈ কুঁজা-কুঁজকৈ উঠি আহিল পানীচাঙৰপৰা। তেওঁৰো পিঠিত 'সান্দহ' বুলি লেবেল মৰা থাকিব।)

সান্দহ ঃ ভাবিছিলোঁ ক্ষন্তেক কঁকালটো পোনাওঁ
পিছে, ইহঁতৰ খিকিন্দালিত ক'ত তত পাওঁ!

ঘিলা ঃ (আনন্দত চিঞৰি) ঃ এ সান্দহ খুৰা।

তিলপিঠা ঃ সান্দহ খুৰা, সান্দহ খুৰা
আহিল আপুনি ক'ৰপৰা??

সান্দহ ঃ ঢেকী নামৰ বাহুখন
পাব নহয় চিনি
খুবলি গাঁৱৰপৰা
তাতে টানি-মুনি
আহিলোঁ এই ঘৰখন
কেনেকৈনো এৰো।।
বোলো, বিহুৰ মাতষাৰকে
দিওঁ যদি পাৰো।।

ঘিলা ঃ হেজাৰমুখী বাইদেউ
আহিছেনে লগত?

তিলপিঠা ঃ চুঙাপেহাক নিশ্চয়
পাইছেই বাটত

সান্দহ ঃ চুঙাপেহাৰ কোঙা বিষত
বৰকৈ নুফুৰেই

হেজাৰমুখীয়েও কাপোৰ নাই বুলি
বৰকৈ নোলায়েই
চিৰা ককায়েৰ, দৈ-বৌৱেৰ
আহিল মোৰেই লগত
(ভিতৰলৈ চাই) হেৰ, তইঁতেও ভাগৰ বাদ দে
এই হেন বিহুৰ দিন।
আহ, উঠি আহ, পোৱালীকেইটাকো
দে হক হেৰ জগাই
হেৰৌ আখৈ, লাড়ু, মিঠৈ
আহ বিহু গা সোপাই।।

(চিৰাই ডেকা ল'ৰাৰ সাজ চোলা চুৰিয়া পিন্ধি, মূৰত গামোচা মাৰি, আঠ-দহ বছৰীয়া ছোৱালী আখৈয়ে ফুট্‌ফুটীয়া মেখেলা চাদৰ পিন্ধি, তিলৰ লাড়ু, নাৰিকলৰ লাড়ু, পকামিঠৈয়ে এধানি এধানি ল'ৰা হৈ সৰু ল'ৰাৰ সাজ গামোচা-চোলা পিন্ধি, লাওপিঠা, সুতুলী পিঠাই ছোৱালী হৈ মুগাৰ ৰিহা-মেখেলা পিন্ধি সেউজীয়া চাদৰৰ ওৰণী লৈ (কলপাত বুজাবৰ কাৰণে) পানীচাঙৰপৰা নামি আহি শাৰী পাতি থিয় দিবহি। প্ৰতিটো চৰিত্ৰৰে পিঠিত পৰিচয়সূচক লেবেল মৰা থাকিব। প্ৰতিটো চৰিত্ৰই খোজ কাঢ়ি নামি আহোতে ভিতৰত বেলেগ বেলেগ ধ্বনি, উদাহৰণ স্বৰূপে- ঢোল, টকা, পেঁপা, গগণা, তাল এইবোৰৰ মাত খৰতকীয়া ছেওত দিব পাৰিলে ভাল।)

তিলপিঠা ঃ আটাইবোৰে লগ লাগি হুচৰিকে এটা গাঁও
সান্দহ ঃ মই বাৰু ঘৰৰ বুঢ়াই তইঁতৰে ৰং চাওঁ।।
চিৰা ঃ আইতাৰ আখলত বিহুৰে মাধুৰী
গোন্ধতে আমোলমোল ঐ গোবিন্দাই ৰাম।
তিলপিঠা ঃ জোঁৱায়ে টিপতে পিঠাগুড়ি খাওঁতে
টেকেলীয়ে হাত বান্ধি থ'লে ঐ গোবিন্দাই ৰাম
নাচ তিলৰ লাড়ু নাচ,
তয়ো ক'লা, ময়ো ক'লা
একেখন বিলৰে মাছ।
(তিলৰ লাড়ুৱে ঘূৰি ঘূৰি নাচিব। তাৰ পাচত থিয় হৈ গাব ঃ)
তিলৰ লাড়ু ঃ নাৰিকলৰ লাড়ুৱে আই ঐ পকামিঠৈ

নাচিব নেজানে আই ঐ পকামিঠৈ
চোতালখনহে বোলে বেয়া পকামিঠৈ
নাচ ঐ ভনী আখৈ
নেথাক থিয় হৈ হৈ
বিহু দুদিনতে যায়।।

(এইবোৰ গোৱা শুনি নাৰিকলৰ লাডুৱে লাওপিঠা সুতুলীপিঠা আৰু আখৈক টানি আনি গীত জুৰি নাচিব ঃ)

নাৰিকলৰ লাডু ঃ আখৈ খৈ
পখিলাটি হৈ
নাচ ঐ নাচ ঐ
গগণাটি লৈ।

পকামিঠৈ ঃ হেৰা লাওপিঠা
গৰুৱে খোৱাকৈ
তুমি হেনো মিঠা??

লাওপিঠা ঃ চা, বাই ঘিলা
কেনেকৈ জোকাই ই
ধৰি-বান্ধি কিলা।

পকামিঠৈ ঃ আই ঐ, চেনেহৰ সুতুলী
জুটুলি-পুটুলি
চুলিৰ চং নেপালি
থাকিল খোপা খুলি।।

সুতুলী পিঠা ঃ পথাৰৰ চপৰা
পকামিঠৈ ফপৰা
আমালৈ চোৰাচোন
তেলে টুপটুপীয়া।।

চিৰা ঃ টেকেলি গুৰনি- আই ঐ মোৰ দৈজনী
ঘৰৰে লখিমী- আই ঐ মোৰ দৈজনী
চাইনো চাই নালাগে ভাগৰ হেৰ দৈজনী

অহাবেলি মেলালৈ নি
জেলেপী মিঠাই দিম কিনি
তিনি সিকিৰ চেনি কিনি
খুৱাম তোকেই পাট-ৰাণী
নুটুকিবি, নুটুকিবি চকুৰে পানী।।

নাৰিকলৰ লাড়ু, তিলৰ লাড়ু আৰু মিঠৈ ঃ জুইশলা পাত
পেপৰ পাত
বিহু বিহু লাগিছে গাত।

দৈ ঃ বাদামীক লগত লৈ- মোৰ কিমান এঠা
বাটত গা ঘেলাৱ- মোৰ কিমান এঠা
মোলৈ তোৰ নপৰে মনত কিমান এঠা
ক'লে লাগে লেঠা, চিৰা ঐ, চেনাই ঐ
মোলৈ তোৰ নাইকিয়া বেথা।

(এনেতে কেৰেক্ কৰে বাহিৰৰ পিনৰ দুৱাৰ এখন মেল খালে। আটাইবোৰ ভয়তে মনে মনে ৰ'ল। দুৱাৰ খুলি সোমাই আহিল এখন ফুলাম গামোচা, এখন ডাঙৰ টাৱেল, কিউটেক্স এটা আৰু জেতুকা পাত এটা। এওঁবিলাকৰ সাজ-পোছাক খাপ খোৱা হ'ব লাগিব। গামোচা এজনী গাভৰু ছোৱলী। গাত পিন্ধিব বগা ৰঙা ফুল দিয়া মেখেলা-চাদৰ। গাত ল'ব এখন ৰঙাফুলৰ গামোচা। টাৱেল মডাৰ্ণ ছোৱালী। নাইট গাউনৰ দৰে দীঘল ফ্ৰক পিন্ধিব। টাৱেলৰ ফ্ৰক হ'লে বেছি ভাল। নহ'লেও টাৱেল এখন স্কাৰ্ফৰ দৰে ডিঙিত ল'ব। কিউটেক্সে পিন্ধিব ৰঙা ফ্ৰক। টাৱেল আৰু কিউটেক্সৰ ভৰিত জোতা। জেতুকাই পিন্ধিব সেউজীয়া মেখেলা-চাদৰ। এওঁবিলাকৰ পিঠিতো লেবেল মৰা থাকিব।)

গামোচা (অভিমান কৰি) ঃ তোমালোকে আনন্দতে
আছা বিহু গাই
মোৰনো কি হৈছে তাৰ
খবৰেই নাই।

সুতুলি পিঠা ঃ গামোচা বাই, গামোচা বাই
কিয় ইমান দুখ কৰিছা
কি খবৰ নাই?

গামোচা ঃ মৰমৰ দীঘ দিয়া
চেনেহৰ বাণি
হেঁপাহে ফুলাম হোৱা বিহুৱানখনি
শালত ফুলালো মই ওলগ বিলাই
তাকে দেখি এওঁ কিয় (টাৱেললৈ চাই)
থাকে খেচ্‌খেচাই??

সান্দহ ঃ এঃ কাঁহটোৱেই ডিঙিত মোৰ
থাকে সুৰসুৰাই
কোৱাচোন গামোচা
কি হৈছে বিলাই?

গামোচা ঃ বাছি পলাশৰে ফুল
বিহুৰে বতৰত বিলাইছো বিহুৱান
এওঁ মোক ধৰিছে ভুল
বিহু অহা শুনি ৰ'বকে পৰা নাই
খৰকৈ চলাইছোঁ মাকো
ষ্টাইল কৰি এওঁ, নিন্দা মোক কৰিছে
বোলে, তোমাৰ নাইকিয়া একো।

টাৱেল ঃ বৰ নকৰিবা বিহু বিহু
বিহু বুলি ক'লে উঠি যায় গাত
তিনিটা ডাঙৰ খহু।

ঘিলা ঃ তুমি জানো অকলশৰীয়া পহু?

টাৱেল ঃ 'ন', মাই নেম ইজ মিছ টাৱেল ব্ৰাউন'
দেখা নাই পিন্ধি আছোঁ কেনে 'নাইট গাউন'?
মোৰ ড্ৰেচ ফিট-ফাট্ তেওঁৰ গাঁৱলীয়া
একোকে নাজানে কয়, "মই অসমীয়া"
নহয়নে সখি কিউটেক্স, ইজ্ ইট্ নট চ'?

কিউটেক্স ঃ অবক'র্চ! জেতুকায়ো মাৰে জিত
হ' হ' হ' ( হাঁহি)

কি নেষ্টি চোৱাচোন, কি জঙ্ক-পঙ্ক
পকা পাণ, থেৰেজুৰে কৰে তেওঁৰ অঙ্ক।।
ঢেকীত খুন্দি, কাপোৰ বান্ধি থ'লে ওলায় ৰং
পুৰণিকলীয়া সোপাৰ কিনো চাবা ঢং।।

জেতুকা ঃ জেতুকা মই সেউজীয়া লুকুৱাই থওঁ ৰং
মিছাকৈয়ে দন্ কৰিলে বৰকৈ উঠে খং
মই তোমাক ইঁহা নাই মোক কিয় হাঁহা?
লাগিব খুজিছা যদি ভালকৈ লাগো আহাঁ।
তোমাৰনো কি আছে আৰু মোৰনো কি নাই?

কিউটেক্স ঃ 'চাট্ আপ্', একেচৰে দিম বগৰাই।।

(অলপ চিঞৰ-বাখৰ হয়। 'নাপায়', 'নাপায়', 'নালাগিবি', 'নালাগিবি', বুলি আটায়ে কয়। হুলস্থূলত মিট্‌চেফত গৈ কোনোৱে খুন্দা খায়। কেক্, ৰসগোল্লা, নানখাতাই তেতিয়া সাৰ পাই উঠি আহে। লগতে চিঙাৰা আৰু ভুজিয়াবোৰেও।)

কেক্ (পোচাক চাহাবৰ দৰে, মূৰত টুপী। ভঙা-ভঙা অসমীয়াত কথা কয়) ঃ

হেল্ল ৰসগোল্লা,
কিস্‌লিয়ে এত্‌না হাল্লা গোল্লা?
চিভিক্স সেন্স নাই আছে!
নেবাৰ্‌কে ডিচটাৰ্ব দিছে!

ৰসগোল্লা (পেটুৱা, এওঁৰ পোচাক চুৰীয়া, পাঞ্জাবী চাৰ্ট, কান্ধত চাদৰ) ঃ

গুড মৰ্ণিং চাহাব,
এৰা সব গ্ৰামেৰ, কিছু নাজানিছে।

কৰ্দৈ (এওঁৰ পোচাক শাৰী- আঁক আঁক পৰা। এওঁ নাকেৰে মাতে) ঃ

পুলিচ! পুলিচ! হেল্প, হেল্প!

চিঙাৰা (এওঁৰ পোচাক ডবল লেংটি মৰা চুৰীয়া, কামিজ, মূৰত পাগুৰী, ডেকা বা আদহীয়া ৰূপ। গল্‌গলীয়া মাতেৰে চিঞৰি কয় ঃ)

আৰে বেটা ভুজিয়া!
লাঠী চম্ভালকে ৰাখ,
ক্যা হো গয়ী দুনীয়া!

নান্‌খাতা (পোচাক ফ্ৰক পিন্ধা। মেমৰ দৰে। পিঠিত লেবেল) ঃ
লাঠী?
ন', টিয়েৰ গেচ-
পুলিচ! পুলিচ!

(পিঠিত লেবেল থকা কেক্, ৰসগোল্লা, কৰ্দৈ, চিঙাৰা, নানখাতাই ভয়ত দৌৰাদৌৰি কৰি হুলস্থূল লগায়। চিৰা আৰু তিলপিঠাই সাহসেৰে আগবাঢ়ি আহে।)

চিৰা ঃ এই, এই কোনে মাতিছে তইঁতক
ওলা ইয়াৰপৰা।

তিলপিঠা ঃ ভাগিলিনে হিয়াছে, মাউৰত মৰা।

ৰসগোল্লা ঃ আমাৰ নিজে

চিঙাৰা ঃ নাই আহিছে

ভুজিয়া ঃ হামলোককো বুলাইছে

কৰ্দৈ ঃ আমালোকক ডাকি আনিছে

কেক্ ঃ হামিলোগক ইনভাইট্ কৰিছে
ইচ্‌লিয়ে আহিছে

নানখাতা ঃ তোম্‌লোগকা দাম কমি গৈছে, জংলী আছে।

চিঙাৰা ঃ হাম্‌লোগকো সব আদমী বলে ঃ চিঙাৰাজী নমস্তে! আয়িয়ে, পাধাৰিয়ে, আয়িয়ে, পাধাৰিয়ে।।

ৰসগোল্লা ঃ আম্‌ৰাকতো বলেই- আপ্‌নাৰা কি. চমৎকাৰ
মশাই শুনুন, শুনুন
আসুন, বসুন, আসুন, বসুন।।

ভুজিয়া ঃ হাম্‌লোগ গৰম সস্তা
মুৰ্ মুৰ্ খাস্তা
বস্তাকে বস্তা
খুবসুৰৎ নাস্তা।।

পকামিঠৈ ঃ ভালৰি বোলাবৰ
কৰে চোৰা চেষ্টা।

ভুজিয়া ঃ ভালৰি

এ ক্যা অসমীয়া ফুলৰি?

তিলপিঠা ঃ এই, কেপ্‌কেপাই নাথাকিবি
খাবি থলামূৰি।

কৰ্দৈ ঃ মুড়ি? আমি বড় ভালবাসি
আমি খাব মুড়ি।

চিৰা ঃ খাবিনেকি আহ তেনে
এইটো থলামূৰি।

(এইবুলি থলামূৰিয়াই দিয়ে। কৰ্দৈয়ে গৈ মিট্‌চেফটোত খুন্দা খায়।)

দৈ ঃ হে হৰি, এইখন কৰিছা কি
কাজিয়াখন কৰি?

তিলপিঠা ঃ নকৰিব কিয়হে, সিহঁতে আমাক সদায়
বেয়া বুলি হাঁহে।

সান্দহ ঃ বোলোঁ, তহঁতৰ দেশত তহঁত ভাল
আমাৰ দেশত আমি
চোঁৱা, আমাক জঙঘলী বোলে
সিহঁতহে বোলে দামী।

(কাপ এটা, ডাঙৰ টি পট এটা, কাঁটা এডাল, চামুচ এখন আলমাৰীটোৰপৰা ওলাই আহে। এই আটাইবোৰৰে সাজ চাহাবী ধৰণৰ। বৰ স্মাৰ্ট।)

টিপট্‌ ঃ আই এম্‌ টি-পট্‌
তপত গৰম হট্‌
কৌন শান্তি ভঙ্গ কিয়া?
এই কাঁটা, এই চামুচ
হাল্লা কৰা আদমী চব্‌
পাকড়াও ফটাফট্‌।

কাঁটা ঃ বতাও জৰুৰ

চামুচ ঃ কাৰ কি কচুৰ?
ৰহৰ, মচুৰ।

টি-পট্‌ ঃ ক্যা ৰহৰ-মচুৰ?

চামুচ ঃ চবে পদ্যত কৈছে
ময়ো পদ্য কৰিছো হজুৰ।।
টি-পট্ ঃ দেম ফুল্।
গামোচা ঃ ইয়াত নাই দেম ফুল
লাগে যদি দিব পাৰোঁ বাৰীৰ কপৌফুল।
কাপ ঃ এক্সকিউজ মি, জাষ্ট এ মিনিট চাব্
হামি ক'ব খোজে মাই নেইম ইজ কাম।
আই থিংক, ফৰ্গেট্ এণ্ড ফৰগিভ
এহি বাত ভাল হ'ব, বিলকুল চাফ্।
অউৰ, নিউ ইয়েৰ্স কা ইভ্ আজ
কৰ্ দিজীয়ে চব মাফ্।।
(এনেতেই ফেনী পিঠাই ধুনীয়াকৈ পাটৰ ৰিহা মেখেলা পিন্ধি ৰাণী ৰাণী ভাবত নামি আহিব।)
ফেনী পিঠা ঃ মই ফেনী, পিঠাৰ ৰাণী
জেলেপী সখীৰ লগত
চেনিৰসত সাঁতোৰ টানি
সকলোবোৰ আছিলো শুনি।
এষাৰ কথা কওঁ মই
ঘৰতেই দন্ কৰা
বৰ বেয়া শুনি।
জেলেপী ঃ মোৰ নাম জেলেপী মিঠাই
কথা কওঁ অকাই-পকাই
হাতত ধৰা-ধৰি কৰি থাকে বাৰু কোনে?
তিলৰ লাড়ু ঃ ভাইটি-ভনীটি বা সখি হ'লে মানে
সাঁথৰ ক'ব স্কুলত পাৰোঁ, এইটো হৈছেনে??
জেলেপী ঃ চাবাচ্ বেট্টা, বুদ্ধিত পক্কা।
হে সঙ্গীবৃন্দ, ফেনী এই দেশৰ
মই বিদেশৰ, তথাপি একে ৰসৰ পাত্ৰতে আছোঁ মছগুল পিছে আপোনালোকে
কৰিব খুজিছে কিয় বিৰাট এক ভুল?

(এনেতে ডাণ্ডৰ কাঁহী এখন গহীন গম্ভীৰ হৈ আগবাঢ়ি আহি ক'লেহি)

কাঁহী (পদ্যৰ সুৰত ক'ব) ঃ তোৰ কথা শলাগি ময়ো কওঁ শুন,

মই কাঁহৰ কাঁহী আটায়ে বোলেযে মাহী
দোষবোৰ এৰি থৈ
ল'ব লাগে গুণ।।

চিৰা, আখৈ, লাড়ু, পিঠা অসমত বৰ মিঠা
জেতুকা আৰু ফুলাম গামোচা
তাক আনে ইঁহা বেয়া বেয়া আনক দুখ দিয়া
দুখ দিলে দুখ পায় সঁচা
চিঙাৰা, কেকক ধৰি ৰসগোল্লাত শেষ কৰি
ইহঁতৰো আছে বহু গুণ
আলফুল পমি যোৱা সুবাসেৰে মতলীয়া
ইহঁতৰো গুণ লচোন।।
ইটোৱে সিটোৰ গুণ শিকি বুজি লবিচোন
দন-হাইত মাথো ভাগে ঘৰ
সদায় অকলশৰেথাকিব নোৱাৰে কেঁৱে
ভাব হ'লে বেয়া আপোন-পৰ।।
বিহুৰ দিনা মই আটাইকে বুকুত লৈ
বতৰৰ ওলগ জনাওঁ
নিমাতে-নীৰবে মই আৰ্হি দেখুৱাই আছোঁ
আজিও মই তাকেই দঢ়াওঁ।।

সান্দহ ঃ ঠিক কৈছা আইটি দন্-হাই এৰি
মিল হোৱা আটাইবোৰে
হাতত ধৰি ধৰি।।

কাপ ঃ হিপ্ হিপ্ হিপ্ হুৰ্ৰে

ৰসগোল্লা ঃ কি মজা বাপ্ৰে

টি-পট্ ঃ ওৱান, টু, থ্ৰি
চব্‌কো দিল হো গয়া ফ্ৰী

তিলৰ লাড়ু, ঘিলাপিঠা, পকামিঠৈ ঃ জুইচলা পাত, পেপ্পৰ পাত, বিহু বিহু লাগিছে গাত।

ভুজিয়া, চিঙাৰা (বিহাৰী সুৰত) ঃ মছগুলকো দিন আয়েগী ৰে

আৰে ছোট্টিসী বুন্দিয়া।

কেক্, নানখাতা, চামুচ, কাঁটা (ইংৰাজী সুৰত) ঃ

উই আৰ ইন্‌দি চেইম্ ব'ট ব্ৰাদাৰ

উই আৰ্ ইন্ দি চেইম্ ব'ট ব্ৰাদাৰ।।

তিলপিঠা, চিৰা, আখৈ আদি (বিহুনামৰ সুৰত) ঃ

সকলোটি বুকৰ বান্ধৈ

চিঙাৰা, ভুজিয়া, কৰ্দৈ

কেক্, চিৰা, পকামিঠৈ

ৰসগোল্লা, লাড়ু, আখৈ

কিউটেক্স ঃ হেল্ল' মিছ টাৱেল!

টাৱেল ঃ নাচিবানে? ভেৰী ৱেল।।

কেক্ ঃ ওৱান, টু, থ্ৰি, ফ'ৰ্

ওৱান, টু, থ্ৰি, ফ'ৰ্

(ষ্টেপ মিলাই মিলাই বল্ নাট দিব। কোনোবাই টুইষ্ট নাচ দিব আৰু বিহু নাচৰ লগত বল্ নাচ, টুইষ্ট নাচ মিলি মিলি যাব- আনন্দময় পৰিবেশ হ'ব। এনেকৈ গোটেইবোৰেই বিভিন্ন ভঙ্গিত নাচি থাকোঁতেই নেপথ্যত ঘৰৰ বুঢ়ী-আইতাই ঘৰৰ ল'ৰা-ছোৱালীবোৰক চিঞৰি জগাব- "বিহুৰ দিনা হেৰ ইমানপৰলৈকে শোৱহঁকনে? উঠ উঠ। ৰাতি পুৱাল। গৰুৰ গা ধুৱাব লাগিব। চাক সাজিব লাগিব। উঠ, উঠ। ৰীতা, ৰাজ, মিতুল- উঠ, উঠ। ৰান্ধনি ল'ৰাটোক জগাই দে। পাকঘৰৰ দুৱাৰখন কালি তলা নামাৰিলে নেকি? মেল খাই আছে দেখোন! অ' হৰি! পিঠা-পনা-মিঠাই গোটেইখন লণ্ডভণ্ড! ৰাতি চোৰ সোমাইছিল ছাগে- চাহিহঁক ঔ, চাহি। আটাইবোৰ মাটিত কোনোবাই সিঁচি থৈ গ'ল।" বুঢ়ীয়ে নেপথ্যত চিঞৰি কোৱা মাত শুনিয়েই পিঠা-পনা-মিঠাই-কেক্ আটাইবোৰ জঠৰ হৈ ষ্টিল ফটোৰ দৰে ৰৈ আছিল। বুঢ়ীয়ে পাকঘৰৰ দুৱাৰত কালি তলা নামাৰিলে নেকি"- বুলি কোৱাৰ লগে লগেই আটাইবোৰে মাটিত মৰাৰ দৰে পৰি দিলে। বুঢ়ীয়ে সোমাই আহি মূৰে-কপালে হাত দি 'হৰি, হৰি' বুলি কোৱাহিৰ লগে লগে আঁৰকাপোৰ নামি আহিব।

অপেৰাখনৰ আদিৰপৰা অন্তলৈ নেপথ্যত অসমীয়া ঢোল, বাঁহী, পেঁপা, গগণা,

তাল আদিৰ মাত থাকিব। ঠাই বুজি ইংৰাজী গানৰ সুৰ, বিহাৰী গানৰ সুৰ, বঙালী গানৰ সুৰো বাজিব, কথাবোৰ সহজ অসমীয়া বিহুনাম, বিয়ানাম, পদগোৱা, গৰখীয়া নামৰ সুৰত ভিতৰৰপৰা সুকণ্ঠী ল'ৰা-ছোৱালীয়ে গাব। বাহিৰত ভাও দেখুওৱাসকলে তাৰ লগে লগে মুখেৰে গাই যোৱাৰ দৰে কৰি ভাও দি যাব। মুঠতে সাধাৰণ কথা কোৱা ধৰণত একো নহয়। আটাইবোৰ একোটা সহজ সুৰত থাকিব। আনকি খোজ কাঢ়ি যাওঁতেও ভিতৰত টুংটুংকৈ বিভিন্ন ধেমেলীয়া সুৰ বজাব পাৰিলে ভাল। নাচৰ লগৰ বাজনাৰতো কথাই নাই।)



# নাটিকা

# হাঁয়, নাৰিকল পিঠা

**(এটা বাৰ্ম্মিজ কাহিনীৰ আধাৰত এখন নাটিকা)**

দেউতাক : হেৰা, তোমাৰ আৰু কিমান দেৰী লাগে? এনেকৈ হ'লে ডাক্তৰ পাবাগৈনে?

মাক : হ'ল আৰু হ'ল (ভিতৰৰ পৰা)।

দেউতাক : হ'ল আৰু হ'ল! তোমালোক মাইকী মানুহবোৰৰ ইমান যে দেৰী লাগে ওলাওঁতে!

মাক : (ভিতৰৰ পৰা হাতত খোৱা বস্তুৰ থাল এখন লৈ মাক ওলাই আহে আৰু থালখন মেজত সজাই থওঁতে মুখেৰে কৈ থাকে) মাইকী মানুহ, মাইকী মানুহ কৰি নেথাকিব দেই। মাইকী মানুহ নোহোৱা হ'লে কি হঁলহেঁতেন ঘৰ? আপুনিনো জন্ম হ'ল ক'ৰ পৰা? মাইকী মানুহ! মাইকী মানুহ! ল'ৰাটোৱে কেইদিনৰ পৰা কুটুৰি আছে— গৰম গৰম টেকেলীমুখত দিয়া নাৰিকলৰ পিঠা তাক খাবলৈ লাগে। দেওবাৰৰ বাহিৰে অন্যবাৰে তাৰো সময় নাই, মোৰো সময় নাই। সি খাই ভাল পোৱা পিঠাকেইটা লৰালৰিকৈ কৰি থৈ গৈছো। সি নেখায় চিৰা, নিখায় মুৰি, নেখায় ৰুটি। টুক-টুক, আমি যাওঁ। উঠা উঠা। দুৱাৰখন ভিতৰৰ পৰা ছিটকিনি লগাই মাৰি থবা, চিনাকী মানুহকে দুৱাৰ খুলি দিবা। তোমালৈ ডাঙৰ ডাঙৰ টেকেলীমুখত দিয়া নাৰিকলৰ পিঠা চাৰিটা থৈ গৈছো। গৰম হৈ থাকোতেই খাবা। ফ্লাস্কতে চাহ আছে। উঠা উঠা বেলি দুপৰ হ'ল। মুখ ধুই খোৱা।

দেউতাক : আমি ঘূৰি আহোতে পলম হ'ব। ডাক্তৰৰ তালৈ যাওঁ।
(টুকটুকে এঙামুৰি দি বহে আৰু মাকক চুমা খায় কয়)

টুকটুক : মোৰ ইমান ভোক লাগিছে, মই এতিয়াও খাম।
(দুৱাৰখন বন্ধ কৰি আহি মুখ হাত ধুই খাবলৈ বহোঁতেই কলিং বেল বাজিল)

টুকটুক : ইচ্, কোন যে আহিল! ৰাতুলেই হ'ব লাগিব। সি আহি গৰম পিঠা দেখিলে এটাও নথব, গোটেইবোৰ খাব! ক'ৰবাত লুকুৱাই থওঁ। ক'ত থওঁ এতিয়া! ক'ত থওঁ! এই কিতাপৰ বেগটোতে থওঁ। (বেগত ঠাহি ঠাহি কাগজেৰে মেৰিওৱা পিঠা সুমুৱাই থৈ সি দুৱাৰখন খুলি দিয়েগৈ)
(হাতত বহী কিতাপেৰে)

ৰাতুল : ঐ দুৱাৰখন খোলোতেনো তই ইমান দেৰী কৰনে? কি কৰিছিলি?

টুকটুক : খাইছিলো অ'। মায়ে ইমান বস্তু খাবলৈ দি গ'ল যে খাওঁতে খাওঁতে পেট ভৰ্ত্তি হৈ গ'ল।

ৰাতুল : আও, ইমাননো কি খালি? মোলৈও কিবা আছেনে চাওঁচোন মিট্‌চেফটোত! (সি চাবলৈ উঠে)

টুকটুক : নাই, নাই, একোৱেই নাই। চব খতম। আগতে নাহিলি আৰু!

ৰাতুল : এতিয়া বল, মাষ্টৰৰ ঘৰলৈ যাওঁ। আজি যোৱাৰ কথা আছিল নহয়— পৰীক্ষাৰ কাৰণে Suggestion ল'বলৈ।

টুকটুক : নাই, মাই মোক ঘৰতে বহুত কাম কৰিবলৈ দি গৈছে। যাব নোৱাৰা। তয়ে যা, মোক কবিহি।

ৰাতুল : অ' সেইটোহে হ'লগৈ? কালি কৈছিলি যাম বুলি, আজি নোযোৱা হলি। দে বাৰু তোৰ বেগটোকে, তাতে মোৰ বহীকেইটা ভৰাই নিওঁ।

টুকটুক : নিনিবি, নিনিবি, নুচুবি, নুচুবি সেইটো।



ৰাতুল : কেলেই? কি হ'ব চুলে?

টুকটুক : তাতে এটা মস্ত পাত বেং সোমাই আছে।

ৰাতুল : পাত বেং? পাত বেঙলৈ মানুহে ভয় কৰেনে?

টুকটুক : কৰেতো! মায়ে কয় পাত বেং বৰ বিষাক্ত। পাত বেঙে কামুৰিলে মানুহ মৰি যায়।

ৰাতুল : আন তেনেহ'লে লাঠী এদাল। আমি দুটা গোট খাই তাক মাৰি পেলাওঁ।

টুকটুক : কেতিয়াও নামাৰো! চাৰে স্কুলত কোৱা নাছিলনে প্ৰাণী হিংসা মহাপাপ।

ৰাতুল : তই তেনেহ'লে পাত বেংটো বেগতে সোমাই থাকিবলৈ দিবি নেকি?

টুকটুক : নিদিওঁ। কেনেকৈ উলিয়াও। ভাবিব লাগিব।

ৰাতুল : তই তেনেহ'লে ভাবি থাক, মই চাৰৰ তালৈ যাওঁ।

টুকটুক : মোক আহি কবিহি, চাৰে কি কি পঢ়িবলৈ কৈছে।

(ৰাতুলে বহী-কিতাপ হাততে লৈ যোৱাগৈৰ পাছত টুকটুকে দুৱাৰত খিলি দি, খাবলৈ বস্তুকেইটা উলিয়াই, হাঁহি মাৰি টেবুলত বহে। এনেতেই আকৌ কলিং বেল বাজিল। টুকটুকে বিৰক্তিৰে পিঠাকেইটা আকৌ সামৰি-সুতৰি লৈ লুকুৱাবৰ ঠাই বিচাৰিলে। ক'ত থওঁ ক'ত নথওঁ কৰি নতুনকৈ কিনি অনা সাঁফৰ দিয়া শৰাই এখনৰ ভিতৰত ঢাকি থৈ দুৱাৰখন খুলি দিলে।)

টুকটুক : অ' পৱন তইহে। কি হ'ল? দৌৰি অহাৰ দৰে আহিছ দেখোন!

পৱন : অ'। আমাৰ ঘৰলৈ কাঁহ-পিতলৰ বেপাৰী এজন আহিছে। কালি মাহীদেৰে মানে তোৰ মাই তেওঁৰ পৰা শৰাই এখন কিনিছে হেনো। আমাৰ মায়ে সেইখন চাব খুজিছে। কিমাননো ডাঙৰ। অ' এইখন ইয়াতে আছেই। মই লৈ যাওঁ, এতিয়াই ঘূৰাই লৈ আনিম।

(পৱনে হাত মেলি শৰাইখন ল'ব খোজে)

টুকটুক : এই নুচুবি, নুচুবি শৰাইখন।

পৱন : কেলেই, কি হ'বনো চুলে? মই মাক দেখুৱাই এতিয়াই লৈ আনিম।

টুকটুক : নাই, নাই সেইবোৰ নকৰিবি। মায়ে শুনিলে কলিজা খাব।

পৱন : যাওঁ তেনেহ'লে। মা বৈ আছে নহয়।

টুকটুক : অ' যা।

(তাক পঠিয়াই দি টুকটুকে শৰাইৰ পৰা বস্তুটো উলিয়াব খোজোতেই আকৌ কলিং বেল বাজিল। খঙত, বিৰক্তিত কপাল কোঁচ খুৱাই সি শৰাইতে আকৌ ঢাকি থৈ দুৱাৰ খুলিবলৈ গ'ল। ফ্লাস্ক টেবুলতে থাকিল। এইবাৰ সোমাই আহিল ৰ'দালি নামৰ তাৰ সমবয়সীয়া এজনী ছোৱালী। হাতত কাগজেৰে বন্ধা টোপোলা এটা।

ৰ'দালি : কি কৰিছিলি টুকটুক? কলিং বেল বজাই আছো দৰজা নোখোলহে দেখোন। মাহীদেউ নাই নেকি??

টুকটুক : অ' মায়ে মোক খাবলৈ দি থৈ দেউতাৰ লগত ডাক্তৰৰ ওচৰলৈ গ'ল। মই খাই আছিলো তই আহোঁতে। তই কিয় আহিলি? (অলপ খং ভাবেৰে)

ৰ'দালি : তোলৈ কলপিঠা কেইটামান আনিছো, তই আকৌ খংহে কৰিছ।

টুকটুক : নাই, নাই কলপিঠা চলপিঠা মই ভাল নাপাওঁ। মোৰ একো খাবৰ মন নাই। মই বহুত খালো।

(এনেতে টুকটুকৰ পেটটো ভোকতে কোৰ কোৰাই উঠিল)

ৰ'দালি : অ' সেইটো দেখোন পেট কোৰ কোৰোবাৰ শব্দ। ভোকতহে পেটে তেনে শব্দ কৰে।



টুকটুক : নাই, নাই, আমাৰ ঘৰত থকা মস্ত এন্দুৰটোৰহে শব্দ সেইটো।

ৰ'দালি : তেতিয়াহ'লে তোৰ পেটৰ শব্দ নহয়।

টুকটুক ঃ নহয়তো। মই বহুত খালো। এতিয়া মোৰ ঢেৰ হ'মৱৰ্ক কৰিবলৈ আছে। তই যা।

ৰ'দালি ঃ বাৰু। তেন্তে অনা পিঠা চাৰিটাৰ দুটা তই আবেলিকৈ খাবলৈ ইয়াতে ঢাকি থৈ যাওঁ দুটা মই খাওঁ। ফ্লাস্কত চাহ আছেই, ভালেই হ'ল।

(তাই খায়। সি ওঁঠ চেলেকি থাকে। এনেতে আকৌ বেল বাজিল। টুকটুক ভোকত, খঙত অস্থিৰ হোৱা যেন দেখা গ'ল। সি উপায় নেপাই দৰজাখন খুলি দিলে আৰু বেপাৰীজনে প্ৰৱেশ কৰিলে)

ৰ'দালি ঃ অ' খুৰা আপুনিহে। আহক আহক, ইয়াতে বহক।

বেপাৰী ঃ অ' ৰ'দালি! তুমি ইয়াত কি কৰিছা? পিঠা খাইছা দেখোন।



ৰ'দালি ঃ আচলতে মই টুকটুকলৈ পিঠা চাৰিটা আনিছিলো। টুকটুকে হেনো ৰাতিপুৱা ইমান জলপান খালে যে তাৰ হেনো একো খাবৰ মন নাই। আপুনি খাব নেকি? চাহ আছে অলপ।

বেপাৰী ঃ এইহে লক্ষ্মী ছোৱালীৰ কথা। দিয়া দিয়া। ৰাতিপুৱাৰে পৰা ৰ'দত ঘূৰি ফুৰিছো। কিবা অলপ খালে ভালেই লাগিব।

(ৰ'দালিয়ে চাহ বাকি দিয়ে, লগত পিঠা দুটাও দিয়ে)

বেপাৰী : আঃ বৰ বঢ়িয়া পিঠাহে। চাহটোপাও বৰ সুন্দৰ।

ৰ'দালি : অ' আমাৰ মাই কলপিঠা বৰ ভালকৈ কৰে। এইখন ঘৰৰ মাহীদেৱে বৰ ভালকৈ কৰে টেকেলিমুখত মানে ভাপত দিয়া নাৰিকল পিঠা। আপুনি খাবলৈ পালে পাহৰিব নোৱাৰিব। ডাঙৰ, ডাঙৰ, কোমল পিঠা, কি বঢ়িয়া।

(টুকটুকে ওঁঠ চেলেকি থাকে। তাৰ অৱস্থা চাবলগীয়া হয়। বেপাৰীজনে খাই উঠি কাপটো থোৱাৰ ছেগতেই শৰাইখন ফট্‌কৰে ডাঙিব লয় আৰু কয়—)

বেপাৰী : কালি কিনা শৰাই এইখনেই নহয় জানো?

টুকটুক : (কথমপি, অস্পষ্টভাৱে কয়)— হয়।

বেপাৰী : তোমাৰ মাৰাক মোৰাদাবাদী শৰাই নেলাগে। অসমীয়া শৰাইহে লাগে। কালি অসমীয়া শৰাই নথকাতহে এইখন শৰাই থৈ গৈছিলো। মই এতিয়াই বদলাই দিম, মই লৈয়ে আহিছো।

ৰ'দালি : অ' ভালেই হ'ব।-মাহীদেৱে বিচৰা শৰাইখন পালে বৰ ভাল পাব।

(বেপাৰীজনে শৰাইখন লৈ দুৱাৰেদি ওলাই গ'ল)

ৰ'দালি : টুকটুক তুমি মুখখন কেলেই তেনেকুৱা কৰিছা? কান্দো কান্দো কৰিছা কেলেই?

টুকটুক : এন্দুৰে মাতিছে।

ৰ'দালি : এন্দুৰে মাতিলে তোমাৰ ভয় লাগে নেকি? ঠিক আছে, মহাদেউ, মাহীদেউ নহালৈকে মই ইয়াতে থাকিম।

টুকটুক : (প্ৰায় ফেঁকুৰি) হাঁয়, নাৰিকল পিঠা, হাঁয় ফাঁকি কথা।

ৰ'দালি : কি গাইছা এইবোৰ? নাৰিকল পিঠা ক'ত দেখিলা? কলপিঠাহে আছিল। ফাঁকি কথা কোনে ক'লে?

টুকটুক : এন্দুৰে (পেট দেখুৱাই)

ৰ'দালি : এন্দুৰে??

# গান শুনা ভূত

**বিদেশী সাধুৰ আধাৰত**

**(দহ বছৰ বয়সৰ তলৰ শিশু নাটিকা)**

**।। ১ম দৃশ্য।।**

(অৰণ্যৰ মাজত খৰিকটীয়া বুঢ়া এজনে অ'ত ত'ত পৰি থকা খৰি বুটলি ফুৰোতে সন্ধ্যাই লাগিল। খৰি বুটলি ফুৰোতে বেলি পৰি অহা বুঢ়াজনে গমেই নেপালে। এই কথাখিনি দৃশ্য আৰু পোহৰৰ সহায়েৰে দেখুৱাব লাগিব।)

বুঢ়াজন : ডিঙিত এটা ডাঙৰ গৰল আছে হে হৰি সন্ধিয়াই হ'ল দেখোন? মই তললৈ চাই খৰি-খেৰ বুটলি ফুৰোতে গমেই নেপালো। (ইফালে সিফালে চাই, আকাশলৈ চাই) কি কৰো এতিয়া, গাঁৱলৈ উভটি যাম কেনেকৈ!
(বুঢ়াই ভাগৰত ককাঁলত পাছফালে হাত থৈ পোন হয়। মূৰে কপালে আকৌ হাত দি কয়)



বুঢ়াজন : কেনিও ক'তো এটা ঘৰ নাই, এই পাহাৰখনত। ৰাতি হ'লহি। ক'লৈ যাওঁ! নাই গাঁৱলৈ এই আন্ধাৰ ৰাতি উলটি যাব কেতিয়াও নোৱাৰোঁ। খৰি বিচাৰি বিচাৰি বহুত দূৰ আহিলো। (খৰিৰ বোজাটো কেকো-জেকোকৈ টানি টানি নিয়ে। আকৌ ডিঙি

মেলি, মেলি চায়) ক'ৰবাত পৰি থাকিবলে ভগা-ছিগা ঘৰ এটা লোৱা হ'লেও। গৈ থাকোচোন, বাৰু গৈ থাকো যিকণ পাৰো। ছেঃ কিহে পালে মোক। এনেকুৱা হ'ব লাগেনে। ঘৰত আটাইবোৰে আহিব আহিব বুলি বাটলৈ চাই থাকিব। মই বাটেই হেৰুৱালো যেন পাওঁ।

(আগলৈ গৈ থাকে)

।। ২য় দৃশ্য।।

বুঢ়াজনে অৰণ্যৰ এমূৰত থকা এৰাবাৰী এখন আৰু ভগা ঘৰ এটা দেখিলে। তালৈকে গৈ বুঢ়া ঘৰটোৰ মাজত কানি মুনি পোহৰত সোমালগৈ।

বুঢ়াজন ঃ হে হৰি, তোমাক পৰি পৰি সেৱা জনাইছো। এই ভগা ঘৰটো তুমি দেখুৱাই দিলা। ইয়াতে ৰাতিটো পৰি থাকিব লাগিব। ধলফাট দিওঁতেই গাঁৱলৈ বুলি যামগৈ। বাটটো পোহৰত ধৰিব পাৰিম।

(বুঢ়াই খৰি-খেৰবোৰ ওচৰতে থৈ খুটা এটাতে আউজি বহিল। লাহে লাহে ৰাতি হৈ আহিল। বুঢ়াৰ ভয় লাগি আহিল। ভয়তে বুঢ়াই মুখত ওলোৱা যি কোনো নাম গাবলৈ ধৰিলে।)

বুঢ়া ঃ (সুন্দৰ সুৰত গাইছে)— কানাই পাৰ কৰাহে

'বুঢ়াই গোৱা সুন্দৰ গীত ক'লা-মলা কিছুমান ভূতে দূৰে দূৰে শুনি ৰৈ আছিল। এটা গীত শেষ কৰি বুঢ়াই আন এটা গাবলৈ লওঁতে সিহঁতে কাষ চাপি আকৌ শুনিবলৈ লাগিল। দুটামান ভূতে ক'লে, "গোৱা, গোৱা।" বুঢ়াই ভয়ত কঁপি জপি গাবলৈ ধৰিলে—

বুঢ়া ঃ সুন্দৰ শৰীৰ দেহা
কোন দিনা যায় ৰে

(বুঢ়াই নাম শেষ কৰিলেই ভূতবোৰে আকৌ গোৱা, নৰ'বা, গোৱা বুলি চিঞৰে। বুঢ়াই ভয়ত টোকাৰী গীত গাবলৈ ধৰিলে।)

বুঢ়া ঃ যেতিয়া বিৰিখে দুপাতি মেলিলে তললৈ মেলিলে শিয়া
সেইনো বিৰিখকে খোজে মহাদেৱে
টোকাৰী সাজোঁগে দিয়া।।

বুঢ়া ঃ মোৰ আৰু ভাল গীত মনত নাই। দেউতাসকল মোক একো নকৰিব। (এইবুলি বুঢ়াই মাটিতে সেৱা কৰিলে।)

ভূত ঃ নাই, তুমি গোটেই ৰাতি গীত গাব লাগিব।

ভূত ঃ অইন গীত নেজানিলে বিহু গীতকে গোৱা।

বুঢ়া ঃ মইনো এই বুঢ়া বয়সত কি বিহুগীত গাম?

ভূত ঃ সেইবোৰ নহ'ব। তুমি আমাৰ কাৰণে গীত গোৱা।

বুঢ়া ঃ (হাত যোৰ কৰি)— মোৰ ভালকৈ মনত নাই, প্ৰভুসকল। মোৰ দোষ নধৰিব।

ভূত ঃ আমি একো দোষ নধৰো। যি মনত আছে তাকে গোৱা— আমি বিহু নাচিবলৈ কত দিন পোৱা নাই। তোমাৰ গীতৰ লগতে নাচিম।

বুঢ়া বিহু নাম আৰম্ভ কৰিলে—

বুঢ়া ঃ স্বৰ্গদেউ ওলালে বাটচ'ৰাৰ মুখলৈ দুলীয়াই পাতিলে দোলা
কাণতে জিলিকিল নৰা জাংফাই
গাতে গোমচেঙৰ চোলা
কেৰু মণি থুৰীয়া
তুমি আমাৰ যুৰীয়া
বহাগতে পাতি যাওঁ বিয়া



(ভূতবোৰৰ আনন্দত উত্ৰাৱল নাচোন, বুঢ়াক আকৌ গাবলৈ কয়।)

বুঢ়া ঃ পৰ্বতে পৰ্বতে বগাব পাৰো মই
লতা বগাবলৈ টান
যুৰীয়া হাতীটোক বলাব পাৰো মই
তোমাক বলাবলৈ টান
অ' পি পি পৰুৱাই কৰে মইনাজান
পি পি পৰুৱাই কৰে মইনাজান
পি" পি"
পি" পি"
পি" পি"
পি" পি" পৰুৱাই, পৰুৱাই
পি" পি" পৰুৱাই কৰে মইনাজান
ধুমুহাই উৰুৱাই নিয়ে মইনাজান
হৰে ডম্বৰুৰ দৰে মইনাজান
তোমাৰে ককাঁলটি লৰে।।

(এইদৰে গোটেই ৰাতি বুঢ়াৰ গীত, ভূতৰ নাচ চলিল। ৰাতি পুৱাবৰ হ'ল। প্ৰথম কাউৰীয়ে কা কৰিলে।)

ভূত ঃ এতিয়া ৰাতি পুৱাল। আমি যাবৰ হ'ল। তাৰ আগতে তুমি কোৱা তোমাৰ গীত গোৱা এই ধুনীয়া মাতটো ক'ৰ পৰা ওলায়?

বুঢ়া ঃ নেজানো, একো নেজানো।

ভূত ঃ একো নেজানো বুলি ক'লে কেনেকৈ হ'ব? ক'বই লাগিব, নহ'লে এৰি নিদিওঁ।

বুঢ়া ঃ (মাটিত পৰি সেৱা কৰে)— কেনেকৈ জানিম। আমি লিখা-পঢ়া নজনা সাধাৰণ মানুহ। মোক যাবলৈ অনুমতি দিয়ক, কাবৌ কৰিছো।

ভূত ঃ নহ'ব, নহ'ব। ক'বই লাগিব।

আন ভূত ঃ বুঢ়াৰ মাতটো এই মোনাটোৰ (ডিঙিৰ গৰল দেখুৱাই) ভিতৰত আছে। তাৰ পৰাই ওলায়।

আন ভূত ঃ তুমি আমাক তোমাৰ মোনাটো দি থৈ যোৱা। বহুত ধন-সোণ দিম।

বুঢ়া ঃ এইটেনো বাৰু মই দিব পাৰোঁনে?

ভূত ঃ কেলেই নোৱাৰিবা। বহুত ধন-সোণ পাবা। যা এটাই গৈ একলহ ৰূপৰ মোহৰ লৈ আহ।

বুঢ়া ঃ (কঁপি কঁপি) দেউতাসকল, ভৰিত পৰিছো মোক টকা নেলাগে, মোক যাবলৈ দিয়ক।

ভূত ঃ এই তহঁতে বুঢ়াক ধৰ। বুঢ়াৰ ডিঙিৰ মোনা কাঢ়িব লাগিব।

(বুঢ়াই "নামাৰিব ঔ, নামাৰিব ঔ" বুলি ভয়তে চিয়ঁৰে। ভূতবোৰে "একো নহয়, একো নহয়" বুলি ডিঙিৰ গৰলটো দুখ নোপোৱাকৈ, তেজ নোলোৱাকৈ লৈ লয়। ৰূপৰ ভৰা কলহটো আনি এটা ভূতে বুঢ়াৰ কাষতে থয় আৰু গোটেই জাক ভূত থিতাতে নোহোৱা হয়। বুঢ়াই ডিঙিটো চুই চাই দেখে গৰল নাই, বিষ কোপ নাই, তেজো ওলোৱা নাই। আচৰিত হোৱা বুঢ়াই ওচৰতে ধনৰ কলহটো দেখি বৰ আনন্দ পায়।)

বুঢ়া ঃ হে ভগৱান, গৰলটো নোহোৱা হ'ল সঁচাকৈয়ে। তোমাৰ এইবোৰ কি লীলা, মোক ভাল ৰক্ষা কৰিলা! (ঈশ্বৰলৈ সেৱা জনাই ৰাতিপুৱাৰ ফটফটীয়া পোহৰত "ঘৰলৈ যাওঁগৈ" বুলি মূৰত কলহটো লৈ খৰি-খেৰ টানি চোঁচোৰাই চোঁচোৰাই যায় গৈ।)

।। ৩য় দৃশ্য।।

আন এজন বুঢ়া ঃ হেৰা সঁচাকৈয়ে কৈছানে কথাবোৰ? এনেকুৱা আচৰিত কথা ক'ৰবাত আছেনে?

আগৰ বুঢ়াজন ঃ মই মিছা কথা কোৱা দেখিছা জানো? চোঁৱা, এয়া গৰলটো নহ'লে ক'লৈ গ'ল?

দ্বিতীয় বুঢ়া ঃ (চুই চাই) এৰা, সঁচা কথাটো। নহ'লে তোমাৰ (হাতেৰে দেখুৱাই) এইটো ডাঙৰ গৰল দেখোন ডিঙিত থাকেই। (নিজৰ মনতে) মোৰো এই গৰলটো গুচোৱাৰ ভাল বুদ্ধি পালো। লগতে ধন-সোণো পাম। আজিয়েই যাম কোনেও নজনাকৈ। (ফুটাই) বাৰু, বাৰু মই আগবাঢ়ো, মোৰ কাম আছে।

আগৰ বুঢ়াঃ যোৱা বান্ধৈ, মই গৈ আছো।

।। ৪ৰ্থ দৃশ্য।।

পাহাৰত থকা ভূতৰ ঘৰটোলৈ দ্বিতীয় বুঢ়া গৈ খুটাত আউজি বহি গান গাবলৈ ধৰিলে। বুঢ়া গলা বেসুৰীয়া। লোকগীত কেবাটাও গালে। ক'তা ভূত দেখোন নাই। বুঢ়াই প্ৰাণটাকি চিয়ঁৰি জধে-

মধে গীত গাবলৈ ধৰিলে। এনেতে এটা ভূত আহি বিৰক্তিত কোৱাৰ দৰে ক'লে—

ভূত : এই বুঢ়া, কি লাগে তোক? কিয় আমাক আমনি কৰিছ?

বুঢ়া : নাই বোপাইহঁত, বুঢ়া মানুহ, খৰি লুৰিবলৈ আহি বাট হেৰুৱালো। ৰাতিটো ইয়াতে কটালো। সেই কাৰণে অকলে থাকি বেয়া লগাত গীত গাইছো।

ভূত : লোকক যে আমনি কৰিব নেলাগে নাজান নেকি বুঢ়া?

বুঢ়া : গীত গালেনো ক'ত আমনি কৰা হয়?

ভূত : ভাল গীত শুনিলেহে আমনি নেলাগে। তোৰ এইবোৰ গীত হৈছে নেকি?

বুঢ়া : (গৰলটো দেখুৱাই) এই মোনাখনতে বহুত গীত আছে। শেষ নহয়হে নহয়, কিনিবা নেকি? লাগেনে গীতৰ মোনাটো?

ভূত : অ' তই চালাকী কৰিবলৈ আহিছ। আমি কালি গীতৰ মোনা বুলি ভাবি এটা কিনি নিজে নিজেই ঠগ খালো! ক'ত মোনাত গীত থাকে! তোৰ মোনাটোততো গীত নাই।

বুঢ়া : আছে বোপাইহঁত আছে। মোক একলহ ধন দি মোনাটো লৈ যোৱা।

ভূত : (আন দুটামান) এই ধৰ লুভীয়া বুঢ়াৰ মোনা গুচাওঁ। মিছা কথা কোৱা বুঢ়া মজা পাওঁক (এই বুলি বুঢ়াক ধৰি বুঢ়াৰ গৰলত খামুচি ভালকৈ জোকাৰণি দিলে। বুঢ়াৰ প্ৰাণবায়ু ওলাওঁ ওলাওঁ হ'ল। মিছা কথা নকওঁ ঐ, মিছা কথা নকওঁ ঐ "নকৰো নকৰো চালাকী নকৰো ঐ" বুলি বুঢ়াই চিঞৰি চিঞৰি তাতে পৰি থাকিল। ৰাতিপুৱা হ'লত বুঢ়াই মিছা কথা নকওঁ বুলি কাণত ধৰি শপত খাই কেকাই গোঁথাই গ'লগৈ।

।। ৫ম দৃশ্য।।

২য় বুঢ়া : বান্ধৈ তোমাৰ হ'ল আনন্দ, মোৰ হ'ল যন্ত্ৰণা (এইবুলি কান্দে)।

১ম বুঢ়া : বান্ধৈ লোভেই পাপ, পাপেই মৃত্যু। তুমি ধনৰ লোভত গ'লা, সেই কাৰণেই এই দশা হ'ল। নাকান্দিবা নাকান্দিবা যি হ'ল হ'ল। তোমাৰ এই দশাৰ কথা মই কাকো নকওঁ, কাকো নকওঁ।

# সেউজী সেউজী

**"প্ৰথম দৃশ্য"**

অতি সাধাৰণ ঘৰ এখন। মানুহ ঘৰ যে দুখীয়া বস্তু-বাহানিবোৰৰ পৰাই গম পোৱা যায়। তাতে এজাক ল'ৰা-ছোৱালী। সিহঁতক খাবলৈ বস্তু লাগে। মাকক চিঞৰিছে, কান্দিছে— "আই ভোক লাগিছে, খাবলৈ দে।" "আই ভাত দে, ভাত দে", "নিদিয় কিয়?" মাকক আটাইজাকে টনা-আজোৰা কৰিছে। মাকৰ উপায় নোহোৱা হৈছে। খঙতে জ্বলি-পকি শুই থকা গিৰিয়েকক কৈছেহি ঃ

মাক ঃ মই কিহৰে কি ৰান্ধি দিওঁ? ঘৰখনত একো এটা খোৱাবস্তু নাই— দুটামান চাউলৰ বাহিৰে। সেইবোৰতো কেঁচাই খাব নোৱাৰি। খৰি-বেৰ যে ঘৰত নাই মনত নাই নেকি?



গিৰিয়েক ঃ অ অ' এইজনী কেপ্ কেপাই নেথাকিবি।

ঘৈণীয়েক ঃ মই ৰ'ব পাৰিম, ল'ৰা-ছোৱালী ৰ'বনে?

(খঙেৰে) সিহঁতে দিনৰ দিনটো একো এটা খোৱা নাই— এই আবেলি হ'লহি। ৰাতিও নেখাবনে? ৰান্ধিবলৈ খৰি-খেৰ মই ক'ত পাওঁ! এনেকুৱা ধোদ মানুহ, দিনৰ

দিনটো শুয়ে থাকিব, শুয়ে থাকিব— খৰি-খেৰ এডাল যোগাৰ কৰিব নোৱাৰে।

গিৰিয়েক ঃ তহঁতৰ প্ৰতাপত শুবও নোৱাৰি। অনবৰত কেং কেং কেং কেং। আজি ওলাই গৈ যি পাওঁ সেই গছকেই কাটিম বাপেকে।

## "দ্বিতীয় দৃশ্য"

(ফিল্ড এখনত স্কুলৰ ল'ৰাকেইটামানে বল খেলিছে। অলপ দূৰতে বহি লগৰীয়া ছোৱালীকেইজনীমানে চাই আছে।)

ছোৱালীকেইজনীৰ গীত ঃ

গল দিয়া গল দিয়া
মাৰা জোৰকৈ



হাত তালি দিম আমি
তেহে ভালকৈ।।
কোন হ'ব বাৰু আজি
ভাল খেলুৱৈ?

মালা এডাল গাঁথি
দিম ভালকৈ
মাল এডাল গুঁথিবলৈ
আমি ফুল আনোঁগৈ
ফুল আনোঁগৈ
ফুল আনোঁগৈ।

(ফুল বিচাৰি কাষতে থকা গছৰ পিনে দৌৰ দিয়ে। ফুল বিচাৰি নেপাই এজনীয়ে গালে)—

অ' ফুল অ' ফুল নুফুল কিয়?

আলফুল নামৰ সৰু ছোৱালী এজনী ঃ মোক মাতিছা নেকি?

প্ৰথম ছোৱালী ঃ নাই মতা।

আলফুল ঃ মই ভাবিছিলো মোক মাতিছা, মোৰ ঘৰত মতা নাম আলফুলতো। গোটেই জাকে হাঁহে)

প্ৰথম ছোৱালী ঃ নাই, আলফুলক কোৱা নাই ফুলকহে কৈছো, অ' ফুল অ' ফুল নুফুল কিয় বুলি।

দ্বিতীয় ছোৱালী ঃ এজনীয়ে ফুল জোপা যেন হৈ ফুল গছ জোপা সাৰটি ক'লে, গৰুৱে যে আগ খায় মইনো ফুলিম কিয়?

গৰু এটাৰ কাষলৈ গৈ

অন্য এজনীয়ে ক'লে, অ' গৰু, অ' গৰু আগ খাব কিয়?

গৰু এটা হৈ এজনী ছোৱালীয়ে মাটিত খোজকাঢ়ি ঃ গৰখীয়াই যে নচৰায় মই নেখাম কিয়?

আন এজনী ছোৱালীয়ে কথাৰ সুৰত কয় ঃ অ' গৰখীয়া, অ' গৰখীয়া গৰু নচৰাব কিয়?

আন এজনী ছোৱালী (নাকেৰে মাতি) ঃ ৰান্ধনীয়ে ভাত নিদিয়ে মইনো চৰাম কিয়?

অ' ৰান্ধনী অ' ৰান্ধনী ভাত নিদিয় কিয়?
খৰিকটীয়াই যে খৰি নিদিয়ে মইনো দিম কিয়?
অ' খৰিকটীয়া, অ' খৰিকটীয়া খৰি নিদিয় কিয়?
মেঘে যে বৰষুণ দিয়ে মইনো দিম কিয়?
অ' মেঘ, অ' মেঘ বৰষুণ দিয় কিয়?
(গলগলীয়া মাতেৰে) ভেকুলীয়ে টোৰ্টোৰায় মইনো নিদিম কিয়?
অ' ভেকুলী, অ' ভেকুলী টোৰ্টোৰাব কিয়?
বোপা ককাৰ বৃত্তি এৰিম বা কিয়?

(ছোৱালীবোৰ হাতত হাতে ধৰি, বৃত্ত এটা হৈ, ঘূৰি ঘূৰি নাটকীয় ভঙ্গীত গাই থাকোতেই সেই মানুহটোৱে হাতত ডাঙৰ কুঠাৰ এখন লৈ আহি ডাঙৰ গছবোৰ ওপৰৰ পৰা তললৈ ভালকৈ চায়হি। গছবোৰ কাটিব বুলি ছোৱালীহঁতে ভয় খায়, পেঁপুৱা লাগে। মানুহটোৱে কুঠাৰখন দুহাতেৰে ভালকৈ ধৰি মধুৰীআম এজোপা কাটিব খোজে)।



ছোৱালীবোৰে চিঞৰি কয় ঃ নাকাটিবা, নাকাটিবা আমাৰ মধুৰীআম। কাটি যদি পেলোৱা আমি কি খাম?

মানুহ (ঠাট্টাৰ হাঁহি মাৰি) ঃ সেইবুলি নাকাটিমনে?

এজনী ছোৱালী ঃ (গছজোপা সাৱটি ধৰি) নাকাটিবা, গছ কাটিব নেপায়।

মানুহটো (খঙেৰে) ঃ গুচ অ' এইজনী। কোনে ক'লে তোক গছ কাটিব নেপায়?

ছোৱালী ঃ আমাক স্কুলত শিকাইছে নহয়, অঙ্কুৰ চেমিনেৰীত।

মানুহটো ঃ মই এইবোৰ বুজি নেপাওঁ। মই গছ কাটিবই লাগিব।

ছোৱালী ঃ নাকাটিবা, নাকাটিবা। চোৱা লেখা আছে গছ থাকিলেহে মানুহ থাকিব।

মানুহটো ঃ ঠিকেই। গছ থাকিলেহে মানুহ থাকে। গছে ভাত ৰান্ধিবলৈ খৰি দিয়ে, খৰি বেচি টকা পায়। টকাৰেই মানুহ জীয়াই থাকিব। মই বকুলজোপাকে কাটো।

ছোৱালীবোৰে চিয়ঁৰি মাতে ঃ অ' কৰিম দাদা, অ' জোচেফ দাদা, অ' শঙ্কৰ দাদা, আহাঁ আহাঁ, দৌৰি আহাঁ, বেগেতে আহাঁ।

(বল খেলি থকা ল'ৰাকেইটাই উধাতু খাই দৌৰি আহে।)

ছোৱালী ঃ চোঁৱাচোন চোঁৱা এই গছ কাটিবলৈ ওলাইছে। ডাঙৰ ডাঙৰ গছ কাটিব খুজিছে।

মানুহটো ঃ গছ নেকাটিলে খৰি পাম ক'ৰ পৰা? ভাত ৰান্ধিম কেনেকৈ? খৰি নেবেচিলে ক'ত পইচা পাম!

ডাঙৰ ল'ৰা এজন ঃ ডাল পাত কাটিবা। গছ জোপাকে কেলেই কাটিবা? গছ বৰ লাগতিয়াল।

ডাঙৰ আন এজন ল'ৰা ঃ জানা, গছ থাকিলেহে মানুহ থাকিব। আমাক স্কুলত শিকাইছে নহয়। গছৰ পৰা কিমান ডাঙৰ ডাঙৰ কাম হয়।

ডাঙৰ অন্য এজন ল'ৰা ঃ মানুহ জীয়াই থাকিবলৈ উশাহত অক্সিজেন লাগে জানা। সেইটো গছেহে বতাহত এৰি দিয়ে। গছে বায়ু শোধন কৰে, বিশুদ্ধ কৰে। অক্সিজেন নহ'লে মানুহ মৰিয়ে থাকিব। গছ কটা পাপ।

মানুহ ঃ অ' পাপৰ কথা মোকেহে শিকাব? চোৰাংকৈ গছ কাটি, বেচি টকা ঘটাবেৰক শিকাব নোৱাৰ?

ল'ৰা ঃ আমি আটাইকে ভাল কথা ক'ম, ভাল কথা শিকাম। পঢ়া-শুনা কৰা মানুহৰ এইটোৱেই কাম। এ বেয়া মানুহৰ বেয়া মন গুচি ভাল মন হ'বৰ কাৰণে ঈশ্বৰক আমি প্ৰাৰ্থনা কৰিম—

ছোৱালী (সুৰত) ঃ ঈশ্বৰ আল্লা তেৰে নাম,

সবকো সদ্ মতি দে ভগৱান।

আন এজন ছোৱালী ঃ গছ ৰুবহে লাগে। আহা বাইদেৱে শিকোৱা গানটো গাই দিওঁ।

(সমবেত গীত)

ল'ৰা-ছোৱালী ঃ গছবোৰ কি যে ভাল, কি বিতোপন

আমাৰ বন্ধু গছ গোটেই জীৱন।।
ৰিব্‌ৰিব্ জিৰ্‌জিৰ্ জিৰ্‌জিৰ্ বা
গা জুৰ পৰি যায় গছে দিয়ে ছাঁ।
লোভনীয়া ৰসে ভৰা পাওঁ কত ফল
ফল খাই পাওঁ আমি গাত কত বল
ঘৰৰ কিমান কাম কাঠে বাঁহে কৰে
গছৰ জীৱন আছে আমাৰেই দৰে
এজোপা যদিহে কাটো এশজোপা ৰুম
সকলোৱে মিলি
সেউজীয়া অপৰূপা তেহে হ'ব ধৰা
তাতে থাকিম খেলি।।
বাঃ বাঃ বাঃ।।

# ধুনীয়া হাত

## লোক-সাধুৰ আধাৰত নাটিকা

"১ম দৃশ্য"

(এখন বিছনাত ৰুগীয়া মাক এগৰাকী পৰি আছে। মাজে মাজে কেঁকায়। তেওঁৰ ককাঁলত বৰ বিষ। দহ বছৰমান বয়সৰ তেওঁৰ দ্বিতীয় ছোৱালীজনী স্কুলৰ পৰা আনন্দত দৌৰি মাকৰ কাষলৈ আহিল।)

বিৰিণা : মা মা, আমাৰ ৰিজাল্ট দিলে, মই প্ৰথম হৈছো এইবাৰো। (এইবুলি মাকৰ ভৰি চুই সেৱা কৰে)

মাক : হয় নেকি? বৰ আনন্দৰ কথা। গধূলিকৈ গোসাঁই-চাকি দিওঁতে ঈশ্বৰক কৃতজ্ঞতা জনাম। সৎমতি দিয়াৰ গৰাকী তেওঁহে। তেওঁৱেই আমাক ভাল মন এটা দিছে।

বিৰিণা : তুমিও আশীৰ্বাদ দিয়া মা।



মা : মাকে দেউতাকেতো ল'ৰা-ছোৱালীক সদায় আশীৰ্বাদ দিয়েই। তুমি আগলৈ আৰু ভাল ছোৱালী হ'বা। ঘৰৰ সকলো বন-বাওৰী তুমিয়েই কৰা, তাৰ মাজতো পঢ়ি নাম কৰিছা। চাওঁ, তোমাক চুমা এটা খাওঁ। (মাকে চুমা খায়)
ইৰিণা কেনি গ'ল বিৰিণা? তাইৰ ৰিজাল্ট কি হ'ল?

বিৰিণা : তাইৰ আকৌ বেয়া হ'ল। পাছ নকৰিলে।

মাক : তাইক মাতাচোন— তাই কেনি গ'ল?

বিৰিণা : তাই মুখ ওফোন্দাই বহি আছে।

মাক : পঢ়াৰ সময়ত ভালকৈ নপঢ়ি এতিয়া মুখ ওফোন্দালে কেনেকৈ হ'ব। তাই মাতাচোন।

বিৰিণা : ইৰিণা, অ' ইৰিণা, এইপিনে আহ, মাই তোক মাতিছে। (মাতি মাতি ভিতৰলৈ যায়)

ইৰিণা : (চুলি ষ্টাইল কৰি বন্ধা, ভাল ফ্ৰক পিন্ধা, হাতৰ আঙুলিত নেইল পলিচ সনা এজনী বাৰ-তেৰ বছৰীয়া ছোৱালী। বিৰিণাতকৈ ডাঙৰ। মুখ ফুলাই থকা, মুখত খঙৰ চিন) মাকৰ ওচৰলৈ আহো নাহোঁকৈ আহে।

মাক : কি হ'ল? পৰীক্ষাত আলুগুটি পালা? বেয়া লগা নাই?

ইৰিণা : মোক মাষ্টৰণীবোৰে বেয়া পাই ফেল্ কৰাই দিলে মই কি কৰিম?

মাক : ক'ৰবাত নো মাষ্টৰণীয়ে ফেল কৰায়নে? নিজে ভালকৈ পঢ়িলে পৰীক্ষা বেয়া হ'ব পাৰেনে? পাৰ মানে শুবি, ধুন-পেচ মাৰিবি। ঘৰৰ কিবা এখন কাম কৰনে? ৰেডিঅ', টি.ভি. চাই বহি থাক লোকে দেখুৱাবোৰকে চাই, নিজে কি কৰিব পাৰিছ? পঢ়া কামটোকে নকৰ, ঘৰৰ কামটো নকৰই— মই বেমাৰী মানুহজনী বিষে কোপে পৰি থাকো, ভনীয়েৰজনীয়ে অকলে ঘৰৰ অতবোৰ কাম কৰে— তাইক অকমান সহায় কৰি দিয়নে?

ইৰিণা : মই ঘৰৰ বাচন মাজি নখ আপচু কৰিব নোৱাৰো। (আঙুলিবোওৰ ধুনীয়া, নেইল পলিচ লোৱা হৈ আছেনে নাই বাৰে বাৰে চায় আৰু খঙেৰে কৈ থাকে) "মই সদায় বেয়াই। একো নকৰোঁ মই।" (এইবুলি উচাৎ মাৰি যায়গৈ)

## "২য় দৃশ্য"

(ইৰিণা বিৰিণাৰ ঘৰৰ পদূলিত এগৰাকী মাইকী ভিক্ষাৰীয়ে "ভিক্ষা দিয়া, ভিক্ষা দিয়া, ঘৰত কোন আছে ওলাই মাত দিয়া, এমুঠি ভিক্ষা দিয়া" বুলি চিঞৰি আছে। ইৰিণা বাৰান্দাতে ধুনপেচ মাৰি বহি আছে, উঠি যোৱা নাই।)

বিৰিণা : শুনা নাইনে, ভিক্ষা খুজি আছে?

ইৰিণা : খোজক, মই কি কৰিব লাগে?

বিৰিণা ঃ (টিন এটাত চাউল অলপ লৈ ভিক্ষা দিবলৈ যায়) এই কি কৰিব লাগে নাজানে? চাউল অলপ দিয়াটো টান কামনে? (এইবুলি বিৰিণাই ভিক্ষা দিয়ে)



মাগনী বুঢ়ী ঃ তুমি বৰ লক্ষ্মী ছোৱালী। সৌভাগ্যৱতী হোৱা।

ইৰিণা ঃ এই বুঢ়ী সৌভাগ্যৱতী হ'বলৈ মোক নকৱ কিয়?

মাগনী বুঢ়ী ঃ আশীৰ্বাদ পাবলৈ তুমি ধুনীয়া কাম কৰাই নাই দেখোন। তোমাৰ হাত ধুনীয়া হ'ব লাগিব।

ইৰিণা ঃ চাচোন মোৰ হাত কিমান ধুনীয়া। তাইৰ কাম কৰি থকা লেতেৰা হাতখনকে ভাল বুলিছ।

মাগনী বুঢ়ী ঃ ৰং সানিলেই হাতত, হাত ধুনীয়া নহয়। হাত ধুনীয়া হ'বলৈ ভাল কাম কৰিব লাগিব।

বিৰিণা ঃ ভাল কামবোৰৰ কথা কোৱাচোন।

মাগনী বুঢ়ী ঃ দুখীয়াক দয়া কৰা, দান কৰা, গোসাঁইঘৰ-নামঘৰ সৰা-মোচা কৰা, চাকি-বন্তি জ্বলোৱা, ঘৰৰ মানুহৰ, আন মানুহৰ যত্ন লোৱা, বেমাৰ হ'লে প্ৰতিপালন কৰা, ৰন্ধা-বঢ়া কৰা, ফুলগছ ৰোৱা, তাঁত বোৱা, কাপোৰত ফুল তোলা এইবোৰেই ভাল কাম। বিপদত পৰা মানুহক সহায় কৰা এইবোৰেই ভাল কাম। যি ভাল কাম নকৰে তেওঁৰ হাত বেয়া, অশুৱনী। বুজিলানে?

(এই বুলি কৈয়েই মাগনী বুঢ়ী থিতাতে নোহোৱা হ'ল।)

ইৰিণা-বিৰিণা আচৰিত হ'ল, ভয় খালে আৰু মাকক ক'লেগৈ।

## "শেষ দৃশ্য"

ইৰিণা : মা কি কথা এইটো?

মাক : সেয়া মাগনী বুঢ়ী নহয়। গোসাঁনীহে তোক শিক্ষা দি ডাঙৰ কথা ক'লহি। হাত যোৰ কৰ।

(আটায়ে মূৰ দোৱালে।)

# নাক

ৰাজ ঃ ৰ'দে বৰষুণে খৰা শিয়ালৰ বিয়া
খাৰী নাকী ছোৱালী পেটুৱা দৰা।।

ৰুমী ঃ মোক খাৰী নাকী খাৰী নাকী বুলি
জোকাই নেথাকিবা দেই।
নিজৰ হে এনে নাকটো দীঘল।



ৰাজ ঃ অ' মোৰতো নাক দীঘলেই।
(এনেতে বেগুপাৰ্টী এটা আলিয়েদি পাৰ হৈ যাব "আনাৰ কলি থিয়েটাৰ, আনাৰ কলি থিয়েটাৰ')

ৰাজ ঃ (অলপ পৰ বৈ ফোপাই কোৱাৰ দৰে ক'ব) কাগজখন কথমপিহে বুটলি আনিছো, ৰাতুলে থপিয়াই নিছিলেই। আনাৰ কলি থিয়েটাৰ—

ৰুমী ঃ থিয়েটাৰ? কেতিয়া? কেতিয়া?

ৰাজ ঃ নাকত ধৰি খেপিয়া, খেপিয়া।।

ৰুমী ঃ কোৱানা কেতিয়া?

ৰাজ ঃ কৈছো নহয়— নাকত ধৰি খেপিয়া

ৰুমী ঃ যাঃ কথা এটা সুধিলে নকয়েই একেবাৰে। আমি কিবা নেজানিম নেকি?

ৰাজ ঃ কাইলৈ অ' কাইলৈ! পিচে কাইলৈ যে আমাৰ বাৰ্ষিক সাঁতোৰ প্ৰতিযোগিতা আছে।

ৰুমী ঃ তোমালোকৰ সাঁতোৰ প্ৰতিযোগিতা দিনতহে হ'ব। তোমালোকে যে পানীৰ তলেদি যোৱাবাৰ গৈছিলা— ইস্ ৰাম মোৰ যে ভয় লাগি গৈছিল। মই যে ডুব মাৰিবকে নেজানো।

ৰাজ ঃ ডুব মৰাটোনো কি কথা! নাকটোত হাতেৰে উশাহ বন্ধ কৰি ধৰি ল'ব লাগে তাৰ পাচত পানীত মাৰ বুৰ।

ৰুমী ঃ মই যে ভয়তে নাকৰ হাত এৰি দিওঁ নাকে-মুখে পানী সোমাই কক্‌বকাই ওলাই আহোঁ। ঘৰৰ পুখুৰীতো ইমান বাম— তাতে মই সাঁতুৰিবলৈ শিকিব নোৱাৰিলো।

ৰাজ ঃ দম লাগে জান— এনেয়ে নহয়। আমি আবেলি আবেলি যে কুস্তি কৰো কিহৰ কাৰণে? উশাহ দীঘল হয় তেতিয়া।

ৰুমী ঃ আমিও স্কুলত কিট্‌কিট্ খেলোতে, গোলাচুৰ খেলোতে উশাহ বন্ধ কৰি খেলিব লগা হয়। মই পিচে বেছিপৰ উশাহ বন্ধ কৰি ৰাখিব নোৱাৰি খেলত সদায় মৰো।

ৰাজ ঃ তোৰ ছাগে মুখেৰে উশাহ লোৱা অভ্যাস। আচলতে মুখেৰে উশাহ ল'ব নেপায়— নাকেৰে ল'ব লাগে। চা মোৰ দৰে এনেকৈ সোঁ নাকে উশাহ লৈ বাওঁ নাকে লাহে লাহে এৰি দিব লাগে।

(উশাহ-নিশাহৰ সোঁ সোঁ শব্দ)

ৰুমী ঃ মইও তোমাৰ দৰে কৰো ৰ'বা।

(ৰুমীৰ নাকৰ ফোঁচ ফোঁচ শব্দ)

ৰাজ ঃ হৈছে হৈছে, নাক চাফা নাই— ফোঁচ ফোঁচাইছে। আগতে নাক মোৰ দৰে সদায় মিঠাতেল দি চাফা কৰিবি বুজিলি। তেতিয়াহে নাকে ঠিকমতে উশাহ লয়। নাকৰ বিন্ধা দুটা উশাহ-নিশাহ অহা-যোৱা কৰা বাটহে তেও।

দীপ ঃ এই ৰাজ, কি কৰিছ? ৰুমী তুমি নাকত তেল দিছা দেখোন! নাকত তেল দি শুব খুজিছা নেকি?

ৰাজ ঃ এই দীপ এই ইমান বেলিকৈ আহিলি কেলেই? কালি দেখোন কৈছিলি পুৱাতেই ইয়ালৈ আহিবি বুলি।

দীপ ঃ শান্তনুহঁতৰ ঘৰত কালি চুৰি হ'ল নহয়— ক'ব নোৱাৰ?

ৰুমী ঃ হয় নেকি? পিচত কি হ'ল?

দীপ ঃ অ' বহুত বস্তু নিলে। আজি পুলিচে কুকুৰ আনি লগাইছে নহয়।

ৰুমী ঃ কুকুৰ আনি লগাইছে? কুকুৰে কি কৰিব?

ৰাজ ঃ কুকুৰে যে চোৰ ধৰিব পাৰে নেজান নেকি?

ৰুমী ঃ কেনেকৈ ধৰে?

ৰাজ ঃ ৰ' চোন তাক ক'বলৈ দে। কচোন দীপ, তই গৈ কুকুৰে কি কৰিলে চালিগৈ নেকি?

দীপ ঃ অ' আমি পুৱাৰ পৰা সিহঁতৰ ঘৰতে। মস্ত মস্ত কুকুৰকেইটা পাই। ইমান সুন্দৰ ট্ৰেইনিং দিছে জান! কুকুৰটোক যেতিয়াই পুলিচে পুলিচৰ বেল্ট ডিঙিত লগাই দিলে একেজাপেই সি চুৰি হোৱা ঠাই টুকুৰা শুঙি শুঙি পাচফালৰ বাটেদি দৌৰি গৈ একেবাৰে ভঙা জুপুৰী ঘৰ এটাত সোমাই, চোৰৰ পেন্টটোতে গৈ কামোৰ মাৰি ধৰিলেগৈ।

ৰাজ ঃ একদম চোৰটোকে গৈ ধৰিলেগৈ?

দীপ ঃ অ'। মই নিজ চকুৰে দেখিছো হেৰ। কুকুৰৰ ঘ্ৰাণ শক্তি কিমান চাচোন। বিলাতৰ ফালে হেনো কুকুৰে শুঙি শুঙি গৈ গৈ ডাঙৰ হত্যাকাণ্ডবোৰো ধৰা পেলাইছে।

ৰুমী ঃ ইস্ ৰাম আমাৰ তেনেকৈ শুঙিব পৰা শক্তি থাকিব লাগিছিল—

ৰাজ ঃ তেতিয়া তই ঠিক খাৰী নাকী ভুটীয়া কুকুৰ এজনীৰ দৰে হলিহেঁতেন।

ৰুমী ঃ চোৱাচোন দীপ দাদা, ৰাজ দাদাই মোক কেনেকৈ জোকাই থাকে। বাৰু দীপ দাদা কোৱাচোন আমাৰ ককাৰ অপাৰেচনত হস্পিটেলত যে নাকত দুডাল দীঘল ৰবৰৰ নলী লগাই থৈছিল কেলেই থৈছিল?

ককাই ঃ অ' কচোন ক বোপাইহঁত আমিও শুনো— সেইবাৰ দেউতাক সেই নলীকেডাল নাকত লগোৱা দেখি মইতো পোনতে বিচুৰ্ত্তি। মহৰ নাকতহে কিবা বুলিছেনে নাকী লগায়—

ৰাজ ঃ এ ককাই আহিল, এইখন চেলেং পেতেং গাঁৱলৈ।

ককাই ঃ ৰ'চোন বোপাই কথা এষাৰ সুধিলেনো তইঁতে বেয়া পাৱ কেলেই।

দীপ ঃ সেই কেডাল নলী অক্সিজেনৰ কাৰণে লগাই দিয়ে ককাই। অক্সিজেন মানে হ'ল মানুহজনৰ শৰীৰৰ কাৰণে দৰকাৰী বস্তু— বতাহ থাকে। আমি সদায় নাকেৰে অক্সিজেন বতাহৰ পৰা লৈহে জীয়াই থাকো। যেতিয়া মানুহৰ জীৱন-মৰণ সমস্যা হয় তেতিয়া নাকত নলী লগাই অক্সিজেন দি মানুহক বচাবলৈ চিকিৎসা কৰা হয়।

ককাই ঃ এ দেও, এইবোৰ কথা শুনিলে কিবা মূৰটো আচন্দ্ৰাইহে কৰে, বোলে—

"দেহৰ ভৰসা নাই
সুন্দৰ শৰীৰ দেহা
কোন দিন যায় হে"

আমাৰ নাকত সেইডাল নলী নোসোমোৱাকৈ ভালে ভালে দিনতো ভগৱন্ত প্ৰভুৱে পাৰ কৰি বৈকুণ্ঠ পোৱালেই ৰক্ষা।

ৰাজ ঃ ককাই, আজিকালি ৰকেটত উঠিয়েই বৈকুণ্ঠলৈ যাব পাৰি নহয়— শুনিছানে নাই?

দীপ ঃ বৈকুণ্ঠলৈ যাব খুজিলে ৰকেটত উঠি তেনেকুৱা অক্সিজেনৰ নলী এডাল নাকত লগাই ল'লেই হ'ল। তোমাৰ নাকে সোঁ সোঁ কৰে পৃথিৱীৰ বতাহ টানি-এৰি গৈ থাকিব— তুমি মহাসুখে ৰকেটত উঠি পোঁ পোঁ কৰে নাৰদ মুনি ঢেঁকীত যোৱাদি গৈ থাকিবা।

ককাই ঃ কেলেই বোপাইহঁত বৈকুণ্ঠত বতাহ নাই নেকি? আকাশত একা?

দীপ ঃ নহয় বুইছা ককাই, যিমানে ওপৰলৈ উঠা যায় সিমানে বতাহ পাতল হৈ পৰে। সেই কাৰণে ওপৰঞ্চি বতাহ প্ৰয়োজন হয়। ৰকেটত গ'লে বা বৰ ওখ পৰ্বত বগাবলৈ হ'লে মানুহে অক্সিজেন থকা মুখা, মুখত পিন্ধি লয়।

ৰুমী ঃ অ' টেনজিং আৰু হিলাৰীয়ে সেই কাৰণে হিমালয় বগাওঁতে মুখত সেইবোৰ মুখা

পিন্ধিছিল নহয়?

ককাই ঃ আও, তইনো ক'ত দেখিলি হেৰ। তই দেখোন বহুত কথা জান।

ৰুমী ঃ আমি চিনেমাত দেখিছো ককাই। তুমি আক' চিনেমা বুলিলেই নাক কোচোৱা।

দীপ ঃ ডাক্তৰ মামাই ফাষ্ট এইডৰ ক্লাচত নাকৰ কাম পাঁচোটা বুলি কৈছিল নহয় ৰাজ?

ৰাজ ঃ নাকৰ কাম পাঁচোটা— কি কি আছিল মনত পেলাওঁচোন ৰবি— এক নম্বৰ কাম হ'ল উশাহ লোৱা, দুই, নাকৰ কাম হ'ল গোন্ধ পোৱা। তিনি নম্বৰ কি কৈছিল?

দীপ ঃ তিনি নম্বৰ, তিনি নম্বৰ হ'ল অ' এইযে ধৰ— খুব জুইৰ তাপৰ ওচৰত আছো যেনিবা, সেই গৰম বতাহটো কলিজালৈ গ'লে বেয়া, নাকে সেই গৰম পতাহ কিছু চেঁচা কৰি ভিতৰলৈ পঠায়— আকৌ তেনেদৰে বৰ চেঁচা বতাহো কলিজালৈ বেয়া— চেঁচা বতাহখিনি নাকে গৰম কৰিলে কলিজালৈ পঠায়।

ৰাজ ঃ নাকৰ চতুৰ্থটো কাম হ'ল "শোধন" নহয়? বতাহত ওপঙি থকা ধূলি-বালি নাকেহে শোধন কৰি লয়।

দীপ ঃ নাকৰ কাম পঞ্চমটো হ'ল কথা কোৱাত সহায় কৰা।

ৰুমী ঃ নাকে কথা কোৱাত আকৌ কেনেকৈ সহায় কৰে?

দীপ ঃ কেলেই তোমাৰ নাকটোত ধৰি কথা কোৱাচোন— কথা ক'ব পাৰিনে চোৱা।

ৰুমী ঃ (নাকত ধৰি গেন্‌গেনীয়া মাতেৰে) নাই, নাই নোৱাৰি, মাতটো কিবা হৈ যায় নহয়। (আটাই কেউটাৰ হাঁহি)

দীপ ঃ বুইছা ককাই নাকটো চেপেটা হওক, খৰা হওক ভালে ভালে ৰাখিবা।

ৰুমী ঃ বাৰু দীপ দাদা, কথা এটা কোৱা না— আমাৰ সাহিত্যৰ কিতাপত যে আছে শূৰ্পনখাৰ লক্ষ্মণে নাক কাটিলে বুলি, তাই তেনেহ'লে উশাহ নোলোৱাকৈ কেনেকৈ জীয়াই থাকিলে?

দীপা ঃ এইটো কথা ময়ো আমাৰ ঘৰত পঢুৱা চাৰক শুধিছিলো— চাৰে ক'লে বোলে— শূৰ্পনখাৰ নাকৰ আগটোহে কাটিলে, নাকৰ বিন্ধাকেটা থাকিল নহয়। আচলতে হেনো নাক কটা মানে লাজ দিয়া।

ককাই ঃ হয়তোন আকৌ— আমাৰ কেলেই নহয়— "এনে নাক-কাণ কটা কাম নকৰিবিহঁক ঔ।"

দীপ ঃ তাকেতো, শূৰ্পনখাই যেতিয়া নিলাজীৰ দৰে আহি ৰাম-লক্ষ্মণক মোক বিয়া কৰোৱা মোক বিয়া কৰোৱা বুলি কৈছিল সেইটো নাক-কাণ কটা কাম কৰিছিল। সেই কাৰণেহে

শূৰ্পনখাৰ নাক-কাণ কটা বুলি কোৱা হয়।

ককাই ঃ “কটা যোৱা নাক, খাৰণি দি ঢাক।” তাই কম জনী নহয়— ঢোন্দোলা নাকত নাকফুল পিন্ধি, নাকৰ ডিলাত নাক বালা পাৰি ৰচক পচক্‌কৈ ৰাম-লক্ষ্মণ হেন দেৱতা পুৰুষ দুজনক তাই নাকী জৰি লগাবলৈ আহিছিল। ৰাম-লক্ষ্মণ হেন পুৰুষে তাইকেহে বিয়া কৰাব— আও চোৱা তাইৰ আকলটো। লক্ষ্মণে বাপেকে নাকত ধৰি চাকত ঘূৰালে, ভগা কলহেৰে পানী খুৱালে।

ৰুমী ঃ শূৰ্পনখা বেচেৰীৰ নাকটো ছাগে অনবৰতে ৰুমালেৰে ঢাকি ফুৰিব লগা হৈছিল, নহয়?

দীপা ঃ তাইৰ নাকেই নাই আকৌ, লাজ লাগিব ক'ত?

ৰুমী ঃ অ' মই এতিয়াহে বুজিলো দৰা হওঁতে কিয় নাকত ৰুমাল দিয়ে।

ৰাজ ঃ কিয়?

ৰুমী ঃ লাজটো নাকত লাগে সেই কাৰণে।

ককাই ঃ তুমি কইনা হ'লেও এনেকৈ নাকত আঁচল দি নাক ঢাকি ফুৰিব লাগিব আইদেউ— তোমাৰ নাকতো লাজ কঠাল এঠা লগাদি লাগি থাকিব।

ৰুমী ঃ যা অ' বুঢ়াটো! অকনো লাজ নাই।

# কাণ

ৰণ্টু ঃ এই ৰাণী, কচোন— কানপুৰৰ পৰা নাকপুৰলৈ কিমান দূৰ?

ৰাণী ঃ কানপুৰৰ পৰা নাগপুৰ? ৰ'বা মই ভূগোলখন আনোঁ। কানপুৰটো উত্তৰ প্ৰদেশত আৰু নাগপুৰ— নাগপুৰ মধ্যপ্ৰদেশত নহয়? কানপুৰৰ পৰা নাগপুৰ ভূচিত্ৰাৱলীতহে ওলাব। কোনখন ৰেলেদি গ'লে— চাওঁচোন দেই।

ৰণ্টু ঃ ৰেলগাড়ীৰে গ'লে নাপায়— গাধৰ গাড়ীৰে গ'লে নেপায়। ব্ৰেইনৰ গাড়ীৰে গ'লেহে পায় বুজিছ বেলবুং ছোৱালী।

ৰাণী ঃ ব্ৰেইনৰ গাড়ী! সেইখন আকৌ কেনেকুৱা?

ৰণ্টু ঃ চাবি নেকি চা— এইয়া হ'ল কানপুৰ ..... কাণ .......

ৰাণী ঃ অ' হৰি, তুমি কাণখনৰ কথা কৈছা কানপুৰ বুলি।

ৰণ্টু ঃ ৰ', এইটো হ'ল নাক- নাকপুৰ। তাৰমানে কানপুৰৰ পৰা নাকপুৰলৈ এক বেগেততকৈও কম দূৰ।

ৰাণী ঃ বাঃ এইটো বৰ মজাৰ সাঁথৰ দেই— মই স্কুলৰ ছোৱালীবোৰক সুধিম ৰ'বা। আমাৰ স্কুলত এজনী কলা ছোৱালী আছে— কাণেৰে কমকৈ শুনে। তাইকে সুধিম চিঞৰি চিঞৰি।

ৰণ্টু ঃ ছোৱালী কলা হ'লে কলা নোবোলে দেই, বোলে কালৰী। আচ্ছা, কলা কিয় হয় ক'ব পাৰিবি?

ৰাণী ঃ কলা? অ, কিয় হয় বাৰু?

ৰণ্টু ঃ এইবাৰ যুদ্ধৰ সময়ত কাণত তুলা দিছিলিনে নাই বাৰু চাইৰেণ বজাওঁতে! আৰু আমি কেলেই...... তেজপুৰলৈ এৰোপ্লেনেৰে যাওঁতে কাণত তুলা ল'বলৈ মামাই আমাক কোৱা নাছিল?

ৰাণী ঃ অ', অ', মনত পৰিছে।

ৰণ্টু ঃ তেতিয়া মামাই আমাক কোৱা নাছিলনে আমাৰ কাণৰ ভিতৰত এখন পাতল পৰ্দা থাকে আৰু সেই পৰ্দাত গৈ কথাৰ ঢৌবোৰ যেতিয়া লাগে তেতিয়া আমি কথা শুনোঁ। যাৰ কাণৰ পৰ্দাখন ফটা সিয়ে কথা নুশুনে।

ৰাণী ঃ কাণৰ ভিতৰত পৰ্দা কেনেকৈ ফাটে দাদা? ভিতৰতহে থাকে।

ৰণ্টু ঃ তাকেতো মামাই কৈছিল ডাঙৰ শব্দ, মানে ধৰ বোমাৰ নিচিনা শব্দ শুনিলে কাণৰ পৰ্দা ফাটি যাব পাৰে। বতাহৰ হো-হোৱনিত কাণ তালমাৰি ধৰে। কাণ খজুৱাওঁতে খোচ খালেও কাণ ফুটে। সেই কাৰণেহে ককাদেউতাই কোমল কচু ঠাৰিৰে কাণ খজুৱায়, দেখা নাই? কাণত মলি হ'লেও নুশুনা হয়। মাই সেই কাৰণেহে মাজে মাজে আমাৰ কাণত মিঠাতেল দিয়ে।

(এনেতে মাইকত কিবা ঘোষণা কৰাৰ শব্দ)

ৰাণী ঃ এই ৰ'বা ৰ'বা মাইকত আলিবাটত কিবা কৈছে।

"মাইকত ঘোষণা ..... ৰাইজসকল আপোনালোকে শুনক, কাণপাতি শুনক। আজি আবেলি চাৰি বজাত...... ফেদ আউত....... ৰাইজসকল এক বিশেষ বাতৰি ....... শুনক, শুনক..... ফেদ আউত......... ৰাইজসকল বিশেষ ঘোষণাটি আকৌ এবাৰ কোৱা হৈছে...... শুনক, শুনক কাণ দি শুনক।।

ৰণ্টু ঃ উস্ এই মাইকটোৱে কাণ ঘোলা কৰিহে এৰিব। আমাক চবকে ধুমকলা বুলি ভাবে হ'বলা ..... শুনক, শুনক বুলি চিঞৰি থাকে অনবৰত। ৰাইজসকল হ'ল বুলি নো কিমান শুনিব!



মাক ঃ   এই ৰণ্টু, ৰাণী তহঁতে পঢ়া-শুনাত কাণসাৰ নিদি কাণ মূৰ থিয় কৰি কি শুনিছ— আৰু কি মুখেৰে চুপতি মাৰি আছ? মই অথনিৰে পৰা কাণ সৰালি মাৰি শুনি আছোঁ নহয়।

ৰাণী ঃ   নহয় মা, ৰাস্তাৰ মাইকত কিবা কৈছে নহয় তাকে শুনিছোঁ।

ৰণ্টু ঃ   ইমান কাণ তাল মৰা কথা কৈছে যে পঢ়িবকে নোৱাৰি।

মাক ঃ   হেৰ, ইমান কাণ-কটা নহবিচোন— সঁচা কথা ক'বি। তহঁতে মাইকত কথা কোৱাৰ আগৰে পৰা চুপতি মাৰি থকা নাই নে? পঢ়াত মন থাকিলে কাণৰ কাষত ভোৰতাল বালেও গাম পাব নেলাগে। কোৱা শুনিছো ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বোলে পঢ়াত মন দি থাকোঁতে কাণৰ কাষত ঢোল বালেও ক'ব নোৱাৰিছিল. সেইবোৰক হে পঢ়া বোলে।

ৰণ্টু ঃ   মা, যি হ'ল হ'ল বাৰু! তুমি আমাৰ কাণখোৱা পদ্যটোকে বুজাই দিয়াহি আহাঁ।

মাক ঃ   কি কৈছ! কাণখোৱাৰ কথা তহঁতৰ কিতাপতো দিয়ে নেকি আজিকালি! আমি সৰু থাকোঁতে আইয়ে গীতৰ দৰে গোৱাহে শুনিছিলোঁ— বোলে ঃ

ঘুমটি যায়োৰে অৰে কানাই
        হুৰে কাণখোৱা আসে।
সকলো শিশুৰে কাণ খাই খাই
        আসয় তোমাৰ পাশে।।

গোসাঁইক যশোদাই শুৱাব খোজে— গোসাঁয়ে নোশোৱে— কচুগুটি হৈ গোটেইখন উদ্ভাগুলি কৰি ফুৰিছে। উপাই নাপাই মাক যশোদাই কাণখোৱা আহিছে বুলি গোসাঁইক ভয় খুৱাব খুজিলে। আৰু সঁচাকৈয়ে কাণখোৱাৰ নাম শুনি গোসাঁই ভয়ত চেপেটা লগা যেন হ'ল। গোসাঁয়ে ভাবিলে ক'তা ময়েতো পৃথিৱী স্ৰজন কৰিলো— তেতিয়া দেখোন কাণখোৱা বুলি কাকো লগ নাপালো! কাণখোৱাটোনো কি বস্তু— সেই দেখি মাকক সুধিলে ঃ

কেনেকুৱা গোট কাণ খাই ফুৰে
        চিনোৱা হাৰলী আই
তাৰ নাম শুনি ত্ৰাসে কম্পে হিয়া
        জীৱ মোৰ উৰি যায়।।

ৰণ্টু ঃ   অ' ৰাণী দেখোন একেবাৰে মাৰ কাষ চাপি চাপি গৈ একেবাৰে বুকুত সোমালিগৈ। কাণখোৱালৈ ভয় লাগিছে হ'ব পায়?

ৰাণী ঃ ইঃ নাই লগা। মই তেওঁ সাধুটোহে শুনিছোঁ। তাৰ পাচত কি হ'ল মা?

মাক ঃ অ' কি কৈছিলোঁ— মাক যশোদাই এতিয়া ক'ৰ পৰা কাণখোৱা দেখুৱায়? গোসাঁইক এনেয়ে ভয় খুৱাইছিল। গোসাঁইও জানো কম? মাকক কৈছে— তুমি মোক কাণখোৱা কেনেকুৱা দেখুৱাবই লাগিব। আচলতে তেৱেঁইতো গোটেই পৃথিৱী স্ৰজন কৰিছে— যশোদাৰ ওচৰত কেঁচুৱাটি হৈ দেখুৱাইছেহে— বুইছনে নাই? মাকে এতিয়া কৰে কি? উপায় নেপাই কাণখোৱা নাই বুলি কৈ থ'লে আৰু তাৰ পাচত গালে ঃ

শিয়ালী এ নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি।

ৰাতি ল'ৰা নোশোৱা গম পালে শিয়ালী আহে। শিয়ালীৰ কাণ কাটিম তই নাহিবি, আমাৰ ল'ৰা শুব এতিয়া, চুঃ চুঃ বুলি খেদি পঠালে। গোসাঁইও শুই থাকিল।

ৰাণী ঃ আমাৰ মইনাক শুৱাওঁতেও সেই কাৰণে তুমি তেনেকৈ গোৱা নহয় মা?

মাক ঃ অ', এতিয়া তহঁতে পঢ়—

কথাত কথা বাঢ়ে
খৰিকাত বাঢ়ে কাণ
মাকৰ ঘৰত জীয়ৰী বাঢ়ে
পথাৰত বাঢ়ে ধান।

ৰণ্টু ঃ মা, খৰিকাত কেনেকৈ কাণ বাঢ়ে? হাতীৰ কাণৰ সমান ডাঙৰ হৈ যায়?

মাক ঃ কিনো গছত গৰু উঠা, হোলোঙাৰে কাণ বিন্ধা কথা সোধ অ' ঃ ইমানটো হলি তাকো নাজাননে? কেলেই আমাৰ কপাহী বাইৰ জীয়েক ডালিমীক দেখা নাই— কঁৰীয়া পিন্ধিবৰ কাৰণে কাণৰ ফুটাত কেনেকৈ খৰিকা একোচা সুমুৱাই থৈ কাণৰ ফুটা বঢ়াইছে? সেইটোকে খৰিকাত বাঢ়ে কাণ বুলি কোৱা হয়। মোক আকৌ কথা সুধি নাথাকিবি। মই ভাত বহাওঁ গৈ। বেলি এডোখৰ হ'ল। আকৌ তহঁতে নপঢ়ি কথা পাতি থকা শুনিলে তহঁতক কাণত ধৰাই থিয় কৰাই থ'ম। বুজিছতো— পঢ়ি থাক।

ৰণ্টু ঃ মা, কাণত ধৰি কিয় থিয় কৰায়? নাকত বা চকুত ধৰিবলৈ কিয় নিদিয়ে?

মাক ঃ উস্ কাণত ধৰা মানে যে প্ৰতিজ্ঞা কৰা তাকো নাজাননে? তহঁতে এতিয়া পঢ়িম বুলি কাণত ধৰিবিনে মই গৈ ধৰিম?

ৰাণী, ৰণ্টু ঃ নেলাগে, নেলাগে মা তুমি ভাত ৰান্ধাগৈ। আমি পঢ়ি থাকিম।

মাক ঃ ঠিক আছে। (দুৱাৰ জপোৱাৰ শব্দ। মাক যায়গৈ। (সিহঁতে এটা পাঠ পঢ়াৰ পৰিবেশ— কিবা পদ্য মাতিব)

ৰণ্টু ঃ এই ৰাণী, মানুহক বাৰু, মানুহে কেলেই কাণত ধৰে কচোন?

ৰাণী ঃ আকৌ কথা কৈছা। মায়ে শুনিলে দিব বেচ্‌কৈ।

ৰণ্টু ঃ চিঞৰি নহয়— আমি কাণে কাণে কথা পাতিম। তই কচোন বাৰু।

ৰাণী ঃ কাণত আকৌ কেলেই ধৰে— দুখ পাবলৈ। সেইটো শাস্তি।

ৰণ্টু ঃ নহয় শুন— নেলাগে বাৰু, তোৰ কাণখন আগুৱাই দেচোন— কাণখনত ধৰিলে মানুহটোৰ গোটেই মূৰটো দোঁখাই যায়নে নেযায়? তাৰ মানে কাণত ধৰাটোৰ ওচৰত তই সেও মানিলি। আমাক এই বুলি কোনে কৈছিল জান— নাৰায়ণ দাদা যে তেওঁ।

ৰাণী ঃ উঃ উঃ বুজিলো বুজিলো, হ'ল আৰু পাই, কাণখন এৰি দিয়া, এৰি দিয়া,—

ৰণ্টু ঃ এৰি দিম? বাঃ ভজা বাদাম যে আগতে— অথনি কিনি যে মনে মনে ক'ৰবাত লুকুৱাই থৈছ— অকলে অকলে খাবলৈ।

ৰাণী ঃ ইস্ অকলে নাখাওঁ। স্কুলৰ ছোৱালীয়ে মোক কিনি নিবলৈ কৈছে আকৌ।

ৰণ্টু ঃ আজি দেওবাৰৰ ভজা বাদাম তোৰ কাইলৈকে ভজা বাদাম হৈ নাথাকে। দিবিনে নিদিয় মোক?

ৰাণী ঃ দিম, দিম। কাণখন এৰি দিয়া পাই বৰ দুখ পাইছো। (কুটুক্ কুটুক্ বাদাম ভঙাৰ শব্দ)

ৰণ্টু ঃ বাদামখিনি কিন্তু বেচ ভাল দেই। নহয়?

ৰাণী ঃ নেমাতিবা, যোৱা। মোৰ কাণখন জ্বলি গৈছে একেবাৰে।

ৰণ্টু ঃ ইচ্ ভাই, তই বেয়া নেপাবি। তোলৈ মই বল খেলি আহোতে মিঠা বৰফ লৈ আহিম।

ৰাণী ঃ সঁচাকৈয়ে আনিবা? তুমি ইমান ভাল।

# হাত

চৰিত্ৰ ঃ মাক, ৰঞ্জন, অৰুণ, মালা। (নেপূৰৰ ৰুণ জুন, ৰুণ জুন, শব্দ, মালাই দশাৱতাৰ নাচি আছে)



অৰুণ হাতৰ ওপৰত হাত তুলি নাচৰ সেইটো কি ভংগী কৰিছা মালা?

মালা ঃ অ' আই, এইটোকে নাজানা? হাতৰ ওপৰত এনেকৈ হাত তুলি বুঢ়া আঙুলি দুটা দুফালে লৰাই দিলে মাছ বুজায় দেখোন। মই হাতেৰেই পদুম ফুল, শংখ, গছপাত কঁপি উঠা কিমান দেখুৱাব পাৰো। চাবা?

অৰুণ, তোক হ'বপায় মালাই তাইৰ নাচৰ চেওবোৰ হাতেৰে বুজাব খুজিছে? বাদ দে, তাইৰ নাচ। মই তাইতকৈ বেছি জানো চাবি নেকি? আগতে হাততালি দে।

মালা ঃ ই আমি আগতে কিয় চাপৰি বজাম? তোমাৰ খেলা ভাল হ'লেহে বজাম! সিদিনা জানা আমাৰ স্কুলত মোৰ নাচ ভাল হোৱা বাবে চবেই ইমান হাততালি দিলে। মই তেতিয়া হাতযোৰ কৰি প্ৰণাম কৰিলো।

ৰঞ্জন ঃ দুখন হাততে কিমান বাহাদুৰী আছে! চা এয়া আঙুলিৰে কি সাজিছো।

অৰুণ, মালা ঃ আদা আদা। আদা লাগেনে?

ৰঞ্জন ঃ এইবাৰ নতুন এটা সাজো। এই অৰুণ তয়ো আহ।

মালা ঃ ই এইটো কাৰ দল ৰজা দল সাজিছা। মই ভাঙি দিও ৰ'বা— কলী ঔচ, বগী ঔচ ঘেকেচ।

ৰঞ্জন ঃ এই চৰ চিনি পাব? এই হাতেৰেই এক চৰ, এক থাপৰ, এক ঘোচা লগাই দিম। দলটো মই সাজিবলৈকে নেপালো দিলেহি ভাঙি। এনে দুষ্ট ছোৱালী।

মালা ঃ অ' মা মা চোৱাহিচোন, মোক ৰঞ্জন দাদাই গালি পাৰিছে।— অ' মা মা.....।

মা ঃ তহঁতৰনো চকু চাওঁতেই দন লাগেনে? কি হ'ল কি?

ৰঞ্জন ঃ চোৱাঁচোন মা, মই অৰুণক দুখন হাতেৰেই কিমান খেল দেখুৱাব পাৰি বুজাইছিলো। তাই আহি দিলেহি চব পণ্ড কৰি।

মা ঃ অ' সেই কাৰণে হ'বপায় তাইক চৰ মাৰিব খুজি হাতৰ বাহাদুৰী দেখুৱাই দিব খুজিছা? যিখন হাতেৰে মৰম কৰিব পাৰি সেইখন হাতেৰে চৰ মাৰিব পায় জানো? হাতেৰে কিং কি ভাল কাম কৰিব পাৰি কোঁৱাচোন?

অৰুণ ঃ মই কম মাহীদেউ। লিখিব পাৰি, সাঁতুৰিব পাৰি, বাঁহৰ কাম, মাটিৰ কাম কৰিব পাৰি, আৰু আৰু।

ৰঞ্জন ঃ গাড়ী চলাব পাৰি, এনেকৈ হাতেৰে ষ্টিয়েৰিঙত ধৰি চিটিকা মাৰিব পাৰি, বন্দুক মাৰিব পাৰি, লাঠি খেলিব পাৰি, মল্লযুদ্ধ কৰিব পাৰি— এই অৰুণ আমি যে দেখিছিলোঁ জৰ্জ ফিল্ডত মনত আছে—

মালা ঃ এওঁৰ খালি সেইবোৰহে মনত থাকে। কেলেই মা তুমি যে কোৱা তুলসীতল মচাৰ কথা, গোসাঁইৰ আগত চাকি দিয়াৰ কথা আমি সেয়াও দেখোন হাতেৰেই কৰো, নহয় মা!

ৰঞ্জন ঃ হয় যি নহয়! হাতেৰে চকুপানী মচিব পাৰি, হাতেৰে মাকৰ আঁচলত ধৰি থাকিব পাৰি।

মালা ঃ মা চোঁৱাচোন— আকৌ জোকাইছে।

মাক ঃ ৰঞ্জন, তুমি বৰ বেয়া ল'ৰা হৈছা দেই। ইপিনে আকৌ নখ কামুৰি আছে। ছিঃ ছিঃ মুখত আঙুলি ভৰোৱা বৰ বেয়া কথা। আজিৰ পৰা বেয়া কাম নকৰো বুলি বিদ্যা আগত থৈ

হাতযোৰ কৰা যোৱা।

অৰুণ ঃ হাতযোৰ কৰিলে ক্ষমা খোজা হয় নেকি মাহীদেউ?

মাক ঃ হাতযোৰ কৰিলে কোনো সময়ত ক্ষমা খোজা হয়, কোনো সময়ত শ্ৰদ্ধা জনোৱা হয়। স্কুলৰ শিক্ষকক হাতযোৰ কৰি প্ৰণাম বা নমস্কাৰ জনোৱা নে নজনোৱা? তেতিয়া শ্ৰদ্ধা দেখুওৱা হয়।

মালা ঃ আমাৰ ঘৰৰ ড্ৰইংৰুমত যে বান্দৰ তিনিটা বহি আছে।

ৰঞ্জন ঃ বান্দৰ? ক'ত বান্দৰ? মিছা কথা নকবি দেই।

মালা ঃ কেলেই সউ তিনিটা পুতলা বান্দৰ যে আলমাৰীত সুমুৱাই থোৱা হৈছে তাৰ কথাহে কৈছো— সউৱা এটা যে মুখত হাত দি আছে, এটাই যে কাণত দুই হাত দি আছে, এটাই যে চকুত হাত দি থৈছে— সিহঁতৰ কথাও কি বুলি কৈছিলা মা তুমি?

মা ঃ এটাই মুখত হাত দি বুজাইছে যে, বেয়া কথা নক'বা। বেয়া কথা মানে আনক দুখ দিয়া, মিছা কথা, অহঙ্কাৰী কথা এইবোৰ।

অৰুণ ঃ তাৰ মানে আমাৰ লগৰ জিতে যে কয়, আমাৰ ইমান দুমহলীয়া ডাঙৰ ঘৰ আছে, মটৰ গাড়ী আছে, আমি তোমালোকৰ লগত কিয় খেলিম— সেইটো কথাক অহঙ্কাৰী কথা বুলিব নহয়, মাহীদেউ?

মা ঃ অ', ফুটানি কৰা কথাকে অহঙ্কাৰী কথা বোলে। তেনে ধৰণৰ কথা বা সাজি কোৱা কথা ক'ব নেপায়। মানুহৰ মুখখন ভাল কথা ক'বৰ কাৰণেহে। কাণ দুখন ভাল কথা শুনিবৰ কাৰণেহে। কোনোবাই কাৰোবাৰ বিষয়ে বেয়াকৈ কোৱা শুনিলে, কু-চৰ্চা কৰা শুনিলে সেই কথা কাণত আঙুলি দি নুশুনাকৈ থাকিব লাগে— সেই কাৰণে সিটো বান্দৰে চোৱা হাতেৰে কাণ বন্ধ কৰি থৈছে। তৃতীয় বান্দৰটোৱে আকৌ চকুত হাত দি থৈছে— বেয়া বস্তু চাব নেপায় বুলি।

ৰঞ্জন ঃ বেয়া বস্তু মানে নিশ্চয় লেতেৰা ঠাই, লেতেৰা মগনীয়া এইবোৰ কিজানি।

মালা ঃ ই নহয় দেই। মগনীয়াক আমি মৰমহে কৰিব লাগে, নহয় মা?

মা ঃ বেয়া বস্তু মানে সেইবোৰ নহয় অকৰা। জুৱাখেল, মদ খোৱা, চুৰ কৰা, কাৰোবাক অত্যাচাৰ কৰা— এইবোৰকেই বেয়া বস্তু বোলে। বেয়া কাম কৰা দেখিলে নিজৰো কৰিবৰ মন যায়।

অৰুণ ঃ আমাৰ ক্লাবৰ বিপিনে কিন্তু খুব নকল কৰে দেই পৰীক্ষাত। সি দোকানত বস্তুৰ ফাঁকি মাৰে। সি ইমান পাকতে বস্তু চুৰ কৰে যে দোকানীয়ে ধৰিবই নোৱাৰে।

ৰঞ্জন ঃ সেইবোৰ একদম হাতৰ কিটিপ জান। মেজিকত যে দেখুৱাইছিল— হাতৰ টিপতে বস্তুবোৰ লুকুৱাই থ'ব পাৰি— চেষ্টা কৰিলে আমিও পাৰিম দে।

মা ঃ মেজিকত দেখুওৱা আৰু সঁচাসঁচিকৈ কাৰোবাৰ পৰা ফাঁক মৰা দুটা বেলেগ কথা। মানুহৰ বুদ্ধি হ'লে হাত দুখনৰ সহায় লৈ বহুত কাম কৰিব পাৰি। ভাত খোৱাৰ পৰা আৰম্ভ কৰি মটৰ, এৰোপ্লেন, ৰকেট সজালৈকে, নহয়?

অৰুণ ঃ এইবোৰ চব হাতেৰেই সাজে মাহীদেউ?

মা ঃ যন্ত্ৰেৰে সাজে— পিচে যন্ত্ৰ চলাবলৈ বা যন্ত্ৰৰ বুটাম টিপিবলৈকে জানো হাতখন নেলাগে।

মালা ঃ হাত নোহোৱাবোৰে তেন্তে কি কৰে মা?

ৰঞ্জন ঃ আৰে হাত দেখোন চবৰে থাকে।

মা ঃ কাৰোবাৰ ক'ৰবাত এক্সিডেন্ট হৈ হাত নোহোৱা হ'লে পিচে বিপদেই হয়। হাত সকলোৰে আছে— পিছে বহুতৰে হাতবোৰ ধুনীয়া নহয়।

মালা ঃ হাতত কি সানিলে ধুনীয়া হয় মা?

ৰঞ্জন ঃ কেলেই নখ পালিচ সানিলে?

মা ঃ ওহোঁ। ক্রিম সানি, ৰং সানি ধুনীয়া কৰা হাতক আচলতে ধুনীয়া হাত নোবোলে। যিখন হাতেৰে দুখীয়াক দান দিবা, বেমাৰী শুশ্রূষা কৰিবা, নিজৰ কাম নিজে সকলো কৰিবা সেইখন হাতহে ধুনীয়া। সেই কাৰণে ভাল কামত সদায় হাত দিব লাগে। ইজনে সিজনে হাত মিলাই কাম কৰিব লাগে। হাত মিলাই মানে ইজনে সিজনক কামত সহায় কৰা বুইছা।

অৰুণ ঃ হাত মিলাই মিলাই আমি "দোলা পতা" খেল খোলো নহয়।

মালা ঃ ই আমি "উকুলী মুকুলী"ও খেলো দেখোন চবৰে হাত পাতি পাতি মাটিত—। এনেকৈ কেলেই "উকুলি মুকুলী কুকুলি কাঁহী"....।

মা ঃ অ' খেলবোৰতো ইজন সিজনৰ সহায় লাগে। দুজনৰ হাত নেলাগিলে দেখোন কোনো খেলেই চাবলৈ নহয়। আগৰ দিনত মানুহে দুটা শিল দুহাতত লৈ ঘঁহাই গঁহাই খেলি থাকোতেই 'জুই' সৃষ্টি হ'ল এদিন জানা?

মালা ঃ শিলৰ পৰা জুই ওলায়?

মা ঃ অ' শিলে শিলে ঘঁহনি খালে জুই ওলায়তো। আগৰ দিনৰ মানুহে তেনেকৈয়ে জুই জ্বলাইছিল। এতিয়াহে জুইশলা হ'ল। জুইশলাবোৰ আগেয়ে কাঠিৰ মূৰত খাৰ লগাই

লগাই মানুহে হাতেৰেই কৰিছিল। সেই কাৰণে তেনে হাতেৰে কৰা কামবোৰক 'হস্তবিদ্যা' বোলে। হাতেৰে বোৱা তাঁতৰ কাপোৰ, চিলাই, বাঁহ-বেতৰ কাম এইবোৰক কয় হস্তবিদ্যা।

ৰঞ্জন ঃ হস্তশিল্প নহৈ হস্তীশিল্প হ'লে— মা কি বুজাব? হাতী, হাতী। সেইটো হাতীৰ দুডাল নেজ (মালাৰ সৰু বেণী দুডাল ৰঞ্জনে টানি দিয়ে।)

মালা ঃ আ .... মই হাতী নহ'লেহে পাৰিছো। মই যদি হাতী তুমি..... তুমি..... তুমি মোক নেমাতিবা কৈ দিছো।

মা ঃ এ ৰাম, তোমালোকেনো কি জোকোৱা জুকি কৰি থাকা! হাতৰ পৰা গৈ আকৌ হাতী পালাগৈ। মই নকওঁ যোৱা কথা। মোক হাতে-ভৰিয়ে ধৰিলেও নকওঁ।

অৰুণ ঃ নাই মাহীদেউ ক'ব লাগিব।

মালা, ৰঞ্জন ঃ মা, তোমাৰ আমি হাতত ধৰিছো। বেয়া নাপাবা। আমি দন নকৰো।

মালা ঃ তোমালোকৰ হাতবোৰ মেলাচোন বাৰুঃ। এয়া চোৱা, কাৰো হাতৰ আঙুলি সমান নহয়। সেই বুলি হাতত থকা পাঁচোটা আঙুলিয়ে কাজিয়া কৰে জানো? ইটো আঙুলিৰ লগত সিটো আঙুলিয়ে কাজিয়া কৰিলেঃ কিবা এটা বস্তু হাতেৰে কৰা দূৰৰ কথা ভাত খাবলৈ পাৰিবানে বাৰু? চোৱা বাৰু চেষ্টা কৰি..... অৰুণ, ৰঞ্জন, মালা? কি পাৰিছানে?

অৰুণ ঃ ওহোঁ নোৱাৰি। হয় দেই কথাটো।

মালা ঃ চামুচ দিও খাব নোৱাৰি পাই।

মা ঃ তেন্তে কিয় কাজিয়া কৰা?

মালা ঃ আমাৰ হাতখন বৰ লাগতিয়াল দেই। পদ্যটো যে আছে "সোঁহাত বাওঁহাত এই দুই হাত"।

ৰঞ্জন ঃ হাতৰ মুঠিতে মোৰ বগৰী সোৱাদ।

মালা ঃ বগৰী ক'ত পালা! মোকো দিয়ানা। মোকো দিয়ানা।

ৰঞ্জন ঃ চকু মুদি হাত মেলা, চকু মুদি হাত মেলা। ওৱান, টু, থ্ৰি। ই লাজ পালে, লাজ পালে, লাজ পালে। (হাঁহি শেষ।)

# ভৰি

(ফুটবল খেলাৰ পৰিবেশ। মাজে মাজে গল দিয়াৰ হৈ-চৈ)



মইনা ঃ একদম হৰুৱাই দিলো সিহঁতক। চাৰি গলত জিকি গ'লো। এই ৰাণা, পুতুল, তহঁতে হিপ্ হিপ্ হুৰৰে নিদিয় কিয়?

ৰাণা ঃ এই দিছোৱেই— থ্রি চিয়ের্চ ফৰ পদশ্রী ফুটবল পার্টি—

বাকীবোৰ ঃ হিপ্ হিপ্ হুৰৰে (তিনিবাৰ)

মইনা ঃ আমাৰ পার্টি পিচে আজিলৈকে ক'তো হৰা নাই নহয়? হাৰো হাৰো হৈয়ো "চেকেণ্ড ফিল্ড"ত এককোবে কেনেকৈ জিকি গ'লো চা— 'কেৰি' কৰি লৈ গৈ গৈ এনেকুৱা 'কিক' দিলো।

পুতুল ঃ আমাৰ পার্টিৰ নিচিনা নাম কাৰোবাৰ আছে নেকি? পদশ্রী ফুটবল ক্লাব। মই পিচে বিপুলক লেং মাৰি নিদিয়া হ'লে গল দিবলৈ দিগদাৰ আছিল ভাই।

ৰাণা ঃ এই দাদাৰ ওচৰলৈ যাওঁ ব'ল। মাখন দাদাৰ তালৈ।

মইনা ঃ অ' ব'ল ব'ল— তেওঁৱেইতো আমাৰ ক্লাবৰ ইমান ধুনীয়া নাম দিছিল। মই পিচে পদশ্রী মানে ভালকৈ নেজানোৱেই ভাই।

পুতুল ঃ পদ মানেতো ভৰি। শ্রী মানে কি বাৰু? এই শ্রী মানে কি অ'?

ৰাণা ঃ শ্রী মানে আৰু কি? শ্রী মানে শ্রী। শ্রীতো আমি সকলোৱে নামৰ আগত লিখো। শ্রী।

মইনা ঃ শ্ৰী চাঁগে এনেয়ে লগাই দিয়া এটা। বাদ দে। দাদাকে সুধিমগৈ। এতিয়া আমি পদযাত্ৰা কৰোঁ ব'ল।

পুতুল ঃ পদযাত্ৰা বুলিলেই মোৰ ভাই বিনোবা ভাবেলৈহে মনত পৰে। এন.চি.চি.ত গৈ লেফ্-ৰাইট্ কৰি ঘৰলৈ খোজকাঢ়ি ঘূৰি আহোঁতেই মোৰ ভাগৰেই লাগে। আৰু এই বিনোবা ভাবে বুঢ়াজনলৈ চাচোন— গোটেই ভাৰতবৰ্ষ কম ঘূৰিছেনে?

মইনা ঃ বুঢ়াৰ সেইটো ভৰি নহয় দেই। কিবাহে। আমাৰ ভৰিয়ে হৰি হৰি চিন্তি গ'লহেঁতেন।

পুতুল ঃ খোজকাঢ়িবলৈ ভাগৰ লাগিলেও মই কিন্তু লং-জাম্প, হাই-জাম্প মাৰি খুব ভাল পাওঁ।

ৰাণা ঃ হেৰ, খেলত জাম্প দিব জানিলে কি হ'ব? আচল পৰীক্ষাটোত জাপ মাৰিব পৰাটোহে কথা।

পুতুল ঃ তোৰতো কথাই বেলেগ। তই একেবাৰে লং-জাম্প, হাই-জাম্প মাৰি স্কুলৰ প্ৰতিটো পৰীক্ষাত নম্বৰ ওৱান হ'বই। আমাৰ কথাহে বেলেগ। ফটুৰে ফটা ভৰি দুখনকে লৈ গৌৰব কৰোঁ আৰু।

মইনা ঃ সেয়া তহঁতৰ ওফোন্দা ওফোন্দি লাগিলেই। ভৰিত ধৰি মাতিছো ভাই তহঁতক, দন-হাই-কাজিয়াখন এই ৰাস্তাতে নকৰিবি। সৌৱা মাখদন দাদাৰ ঘৰো পালোহিয়েই। (দুৱাৰত টক্ টক্ কৰা শব্দ)

মইনা ঃ মাখন দা, অ' মাখন দা, মাখন দা ঘৰত নাই?

মাখনদা ঃ আৰে, তহঁত মইনা, পুতুল, ৰাণা তিনিটা ক'ৰপৰা ওলালিহি? গোটেই কেটা দেখোন ঘামি-জামি আহিছ?

পুতুল ঃ আমি ফাইনেলত জিকি আপোনাক খবৰ দিবলৈ আহিছো— মাখনদা!

মাখনদা ঃ কাৰ লগত আছিলে খেল?

ৰাণা ঃ দুবৰি ফুটবল টিমৰ লগত।

মাখনদা ঃ দুবৰি ফুটবল টিম? তেনেহ'লেতো তহঁত জিকিবিয়েই।

পুতুল ঃ কিয় দাদা?

মাখনদা ঃ তাকো নেজাননে? তাহাঁতৰ নাম হ'ল 'দুবৰি'— ভৰিৰ তলত থকা বস্তু। তহঁতৰ টিমৰ নাম হ'ল পদশ্ৰী— তাৰ মানে ভৰিৰ সৌন্দৰ্য্য। ভৰিৰ সৌন্দৰ্য্য ক'ত কচোন?

পুতুল ঃ ভৰিৰ সৌন্দৰ্য্য; ভৰিৰ সৌন্দৰ্য্য।

ৰাণা ঃ মই ক'ম দাদা— ফুটবল খেলত।

পুতুল ঃ অকল ফুটবল খেলত কিয় হ'ব? জাপ মাৰোতে কিবা ভৰি নালাগে নেকি? আৰু চাইকেল চলাওঁতে?

মইনা ঃ বাঃ অকল চাইকেল চলাওঁতেই ভৰি লাগে— অন্যত নেলাগে? কিয় মটৰৰ এক্সেলেটৰ কিহেৰে দবায়? ব্ৰেক ধৰোতে ভৰি নেলাগে? গছত উঠিবলৈ ভৰি নেলাগে?

জুনুকা ঃ ইঃ অকল এওঁ বিলাকৰ কামতে ভৰি লাগে। আমাৰ কামতো ভৰি লাগে দেখোন। আমাৰ মাই তাঁত বওঁতে ভৰিৰেহে গৰকা ধৰে। ঢেঁকীও দিয়ে ভৰিৰে।

মাখনদা ঃঅ' তই জুনুকাই দেখোন নাচ শিকা এৰি ভিতৰৰ পৰা উঠি আহিলি?

জুনুকা ঃ ল'ৰাবিলাকে আমাৰ ছোৱালীবিলাকৰ কথা নকয়েই। ভৰিৰ কাম কিবা আমি নকৰোনে?

মাখনদা ঃহেৰ তহঁতকতো ল'ৰাৰ ভৰি ছোৱালীৰ ভৰিৰ কথা সোধা নাই। মই সুধিছিলো ভৰিৰ সৌন্দৰ্য্য ক'ত? তহঁতে তাকে ক'ব নোৱাৰিলি। ভৰিৰ সৌন্দৰ্য্য হৈছে বলত।

পুতুল ঃ সেয়া দাদাইতো আমাৰ কথাই ক'লে। ভৰিৰ সৌন্দৰ্য্য বলত— ফুটবলত।

মাখনদা ঃসেইয়া— মই ক'লো বলৰ কথা, সিহঁতে উলিয়ালে ফুটবল। বল মানে মই শক্তিৰ কথা কৈছো। আমি মানুহ একোটা ভৰি দুখনৰ ওপৰতে জানো থিয় হৈ নাথাকোঁ? চোৰ-ডকাইত, বাঘ-ঘোং আহিলেও আমি কিহেৰে দৌৰি পলাওঁ?

ৰাণা ঃ ভৰিৰে।

মাখনদা ঃখেতি কৰা বোল, মাছ ধৰা বোল, চিকাৰ কৰা বোল, ঘৰ সজা বোল, সকলো কথাতে হাত দুখনৰ লগত ভৰি দুটা আছেই। ভৰি দুটা লাগিবই। ভৰিত বল নেথাকিলে তহঁতে জানো যেই কোনো খেলাকেই লৰি-ঢাপৰি খেলিব পাৰ?

জুনুকা ঃ বহি বহি খেলিব পৰা ভেকুলি জাপ খেল আছে পিছে।

পুতুল ঃ ই, এইবোৰ ছোৱালীৰ খেল দাদা। সেইবোৰ খেল নহয়।

জুনুকা ঃ ইস্ তেনেকৈ নক'বা দেই। আমি কথক নাচ নাচোতেও ইমানবোৰ ভৰিৰ খেল দেখুৱাব লাগে। চাবা নেকি? এয়া চোৱা।

(কথক নাচৰ বোল আৰু জুনুকাৰ জুনজুননি)

মাখনদা ঃতোৰতো নামেই জুনুকা— তহঁতে নাচিব পাৰিবিয়েই। পিচে কইনা হওঁতেহে নখে মাটি লেখি খোজ কাঢ়িব লাগিব।

ৰাণা ঃ নখে মাটি লেখি খোজ কঢ়া মানে কি দাদা?

মাখনদা ঃ নখে মাটি লেখা মানে লাহে লাহে কইনা খোজ দিয়া। জুনুকা তই কইনা খোজটোও দেখুৱাই দে।

জুনুকা ঃ ইস্ আমি কইনা নহ'লেহে পাৰিছোঁ। মীৰা বাইদেউৰ দৰে ৰাইফল ট্ৰেইনিং লৈ দপ্‌দপাই খোজ কাঢ়ি ফুৰিম। টেনজিঙৰ দৰে হিমালয় বগাম জানিছা? আমি কইনা নহওঁ যা।

মাখনদা ঃ এহে এওঁ কইনা নহয়! পাচত কোনোবাইহে দৰাৰ ভৰিত পৰি সেৱা কৰি বোৱাৰী হ'বগৈ। হেৰৌ আই আমাৰ নিচিনা বুঢ়াৰ কথা শুনিবি। ছোৱালী মানুহে বুজিছ চটচটাই খোজ কাঢ়িব নাপায়। ছোৱালী বুলিলে ধীৰে-সুস্থিৰে, গহীনে-গম্ভীৰে, খোজ পেলাই খোজ কাঢ়িব লাগে। ভৰিত মেখেলাৰ জটপট, চটপট, চটচট শব্দ নোহোৱাকৈ। চা এনেকৈ।

পুতুল-ৰাণা ঃ হৰি হৰি, দাদাই খোজ কঢ়া দেখুৱাইছে চা। (গোটেইবোৰৰ খিল খিল হাঁহি)

দাদা ঃ আই ঐ, মাইকী মানুহৰ খৰমজুৰীয়া ভৰি বেয়া।

জুনুকা ঃ খৰমজুৰীয়া ভৰি আকৌ কি?

দাদা ঃ খৰমজুৰীয়া মানে খৰমৰ নিচিনা আকৌ! ভৰিৰ তলুৱাৰ মাজ ভাগ মাটিত নপৰা, খৰম দেখিছানে নাই?

আটাইজাকে ঃ দেখিছোঁ, দেখিছোঁ।

দাদা ঃ কাৰ খৰমযোৰ বাৰু ৰাজপাটত ৰজা হৈছিল কচোন?

মইনা ঃ দাদা, ৰামচন্দ্ৰ গোঁসাইৰ ভৰিৰ খৰমযোৰ। ভৰতে ৰাজপাটত বহুৱাই থৈছিল।

দাদা ঃ কেলেই জান! ৰামচন্দ্ৰ কিমান মহৎ লোক আছিল! পিতৃসত্য পালন কৰিবলৈ তেওঁ ৰাজপাট ত্যাগ কৰি বনলৈ গৈছিল। তেওঁৰ নিচিনা সৎ আদৰ্শৰ মানুহৰ ভৰিক ভৰি বুলি নকয়। চৰণ বুলি কোৱা হয়। ইফালে ভৰততকৈ ৰাম ডাঙৰ। ডাঙৰ থাকোতে সৰুজন ৰাজপাটত উঠাতো বেয়া দেখি। সেই বাবে ভৰতে ৰামচন্দ্ৰৰ খৰমযোৰকে শিৰত তুলি আনি সিংহাসনত থৈ ৰামেই চলোৱাৰ দৰে ভাবি লৈছিল। বৰগীতত যে আছে "জানিয়া তোমাৰ পাৱে লৈলো শৰণ,— কহয় মাধব গতি অৰুণ চৰণ।" এই অৰুণ চৰণ কাক কয় বাৰু?

জুনুকা ঃ চৰণ মানে ভৰি, অৰুণ মানে বেলি।

দাদা ঃ তাৰ মানে বেলিৰ দৰে ৰঙা যাৰ দুখনি চৰণ— অৰ্থাৎ গোঁসাইৰ চৰণ। পাও মানেও চৰণ বুজিছ। পদকে কোমলকৈ পাওঁ বুলি কয়। পদজল মানে তেতিয়াহ'লে কি?

মইনা ঃ গোঁসাইৰ ভৰি ধুওৱা পানী।

জুনুকা ঃ মই যে নীলি বাইদেউৰ বিয়াৰ দিনা কলৰ গুৰিত দৰা আদৰোতে ভিনদেউৰ ভৰি ধুৱাই দিছিলো; তাকো পদজল বুলি কয়নেকি?

দাদা ঃ অ' চাবলৈ গ'লে পদজলেই। কাৰণ সেইদিনা দৰাজনক বিষ্ণু দেৱতা বুলি জ্ঞান কৰা হয়। সেই কাৰণে চামৰ পীৰা পাৰি আদৰি, ভৰি-হাত ধুৱাই ধূপ-ধূনা চাকিৰে আগবঢ়াই নিয়া হয়।

জুনুকা ঃ সেইটো চোতালত বগলী, বগলী।

কেবাটাও কণ্ঠ ঃ এঠেঙীয়া বগলী, নিতৌ নাচে গধূলি।

দাদা ঃ এই এঠেঙীয়া বগলী বুলি বিছনিকহে কয়। তইঁতে দেখোন বগলীকে জোকাব নেজান। বগলী এ সবাহলে নগ'লি কিয়, বুলিহে ক'ব লাগে।

ৰাণা ঃ ই সেইটো গুচিয়ে গ'ল।

পুতুল ঃ বগলীটোৰ খোজটো আমাৰ দীঘলা দোকানীৰ খোজটোৰ নিচিনা নহয়?

মাখনদা ঃ দীঘলা দোকানী ঠিক মানুহ, সি আগ-ভৰি চাই পিচ ভৰি পেলায়। তাৰ মানে ভাবি-চিন্তি কাম কৰে। তাৰ আখৰবোৰ যদি কাউৰীঠেঙীয়া তথাপি সি মানুহ ভাল।

জুনুকা ঃ ই দীঘল ঠেঙীয়া আহিল, দীঘলঠেঙীয়া আহিল।

মইনা ঃ নাম কওঁতেই আহিল নে দোকানীটো?

ৰাণা ঃ চাওঁ চাওঁ কোনটো? ইচ্ ৰাম দাদা আপোনাৰ গাত নেদেখাকৈ ভৰি লাগিল। মাফ কৰিব।

মাখনদা ঃ হেৰ তাই দীঘলঠেঙীয়া বুলি বৰষুণক ক'লে তইঁতে লগালি হুৰমুৰ। যা যা বেছিকৈ বৰষুণ নৌ আহোতেই তইঁত ঘৰ পাবিগৈ। শামুকীয়া খোজ নিদিবি। ঘৰ পাই ভৰি-হাত ধুই পখালি পঢ়া-শুনাত লাগগৈ। চোৱাচোন সিহঁতৰ ভৰিকেটাৰ অৱস্থা।

মইনা-ৰাণা-পুতুল ঃ যাওঁ দাদা, যাওঁ দেই জুনুকা! বেগাই যাওঁ, বৰষুণ বেছি হ'ব ব'ল।

# মোৰ সৰুকালিৰ দিনবোৰ

আঃ, সেই যে সোণবৰণীয়া দিনবোৰ! কিমান যে মৰমৰ, কিমান যে মৰমৰ!

শিৱসাগৰেই মোৰ জন্মঠাই। পুৰণা আমোলাপটিত। পুৰণা আমোলাপটি নামটো এতিয়াও আছে। একে ভেটিতে পুৰণি আমি থকা ঘৰটোও আছে। প্ৰকাণ্ড বাৰীখনৰ গছ-গছনিবোৰ, পুখুৰীটো ক'ত কেনেকৈ আছিল ভঁৰালঘৰবোৰ ক'ত আছিল, আটাইবোৰ জলজল পটপটকৈ মনত আছে। এতিয়া দুহেজাৰ তিনি চন, উনৈশ তেত্ৰিশ চনৰ বিশ জুনৰ দিনা মই উপজিছিলো— তাৰ মানে সত্তৰ বছৰৰ আগৰ কথা।

মোৰ দেউতাৰ নাম হ'ল স্বৰ্গীয় ধৰ্মেশ্বৰ শৰ্মা বৰদলৈ, মাতৃৰ নাম স্বৰ্গীয়া মুক্তা দেৱী। মৰম-সাদৰ, মৌ মিঠা মাত-কথা, তিথি, উৎসৱ, বিহু-সংক্ৰান্তিৰ নাম-গুণেৰে সজীৱ, উজ্বল হৈ থকা আমাৰ ৰাংঢালী ঠাইখন। কি সতেজ সেই সকল মানুহ! তেনে মানুহৰ মৰমতে পমা আচাৰ-ব্যৱহাৰ। ধানে-চাউলে, শাকে-পাচলিৰে ভৰা একোখন ঘৰ। দেউতাৰ সুৰীয়া বৰগীতত সাৰ পাওঁ, মা-বৰমাৰ বুকুত সোমাই সোমাই নাম শুনি শুনি টোপনি যাওঁ। ওচৰৰ নামঘৰৰ নামে, ভাওনাৰ নাচে মনত পুলক জগায়, মনত উখল-মাখল লগায়। বিহু-নাম হুচৰীয়ে বিয়াবোৰৰ বিয়া-নামে একোবাৰ হঁহুৱায়, একোবাৰ কন্দুৱাই, লৰি-ঢাপৰি টেঙেচী বনৰ বেঙুনীয়া ফুলবোৰৰ ওপৰত উৰি ফুৰা জাক জাক পখিলা খেদি, লিচুগছৰ ছাঁত উমলি-জামলি, ঘৰৰ পুখুৰী পাৰৰ কদম গছত আঁউজি, বৰষুণ আহিলেই কাগজৰ নাওঁ সাজি উটুৱাই, কপালত সোণ পৰুৱাৰ চিপ পিন্ধি হাঁহি কান্দি ফুৰা আনন্দৰ টলমল। জোনাক উজ্বল সৰুকালিৰ সেই দিন-ৰাতিবোৰ কিযে মোহনীয়া! কিযে মোহনীয়া!

ৰাতি হ'লে দেউতাই ডাঙৰ পালেংখনত আমাক শুৱাই শিয়াল বান্দৰৰ সাধু কয়, টেটোনৰ সাধু, ৰজাৰ ল'ৰাই পাহাৰ বগোৱা সাধু, ইমান যে ৰস লগাকৈ কয়! আৰু যে কত সাধু! সাধুবোৰেৰেই আমাৰ মনটো গঢ়িছিল, বুদ্ধি চোকা কৰিছিল। বৰমাই মাই সাধুৰ মাজে মাজে থকা গীতবোৰ গাই গাই ফুলকোঁৱৰৰ সাধু, মান কোঁৱৰৰ সাধু, তেজীমলাৰ সাধুবোৰ কৈছিল। কৃষ্ণ গোঁসাইৰ কাহিনীবোৰো। শুনি শুনি মনটো গৈ যমুনাৰ বালিত উমলি ফুৰিছিলগৈ, ধ্ৰুব প্ৰহ্লাদৰ কথা শুনি শুনি, তেওঁবিলাকৰ দৰেই গোঁসাইক বিচাৰিবলৈও মন গৈছিল। প্ৰহ্লাদ ধ্ৰুৱ হ'ম বুলি ভবাৰ দৰে, সৰুতেই মিৰাবাইৰ কাহিনী শুনি মইও মিৰাবাই হ'বলৈ হেঁপাহ কৰিছিলো। অনবৰতে কৃষ্ণক বিচাৰি মোৰ মনটো বিয়াকুল হৈ আছিল।

মোৰ চাৰি বছৰমান বয়স হওঁতেই মই শিকিবৰ কাৰণে এটা বৰ সুন্দৰ হাৰমনিয়াম কলিকতাৰ পৰা দেউতাই অনাই দিছিল। মই অ আ ক খ শিকাৰ আগতেই মোৰ সম্বন্ধীয় ককাইদেউ এজনে মোক কোঁচত তুলি হাৰমনিয়াম বজাবলৈ আৰু গান গাবলৈ শিকাইছিল। তেখেতৰ নাম আছিল স্বৰ্গীয় হৃদয়ানন্দ (পোনা) বৰকাকতি। গান শুনিলেই মই টোপনি যাওঁ, মোক কোঁচত তুলি, লজেঞ্চ, টফি এটা হাতত দি টোপনি ভাঙে। মাত্ৰ দুমাহ কি তিনিমাহ। সেয়ে মোৰ গানৰ শিক্ষা। তাৰ পাছত ককাইদেউ ডিব্ৰুগড়লৈ গ'লগৈ। তাতেই গান শিকা ওৰ পৰিল। পিছে মই ঘৰৰ গ্ৰামোফোন ৰেকৰ্ডৰ পৰা শুনি শুনিয়েই গানবোৰ গাব পৰা হ'লো, হাৰমনিয়ামো নিজেই বজাব পৰা হ'লো আৰু সভা-সমিতিত গাই মেডেল আদি পাবলৈ ধৰিলো। মাতটো ভাল আছিল কাৰণে চাহ উদ্যোগী প্ৰফুল্ল বৰুৱা (পাছলৈ এম.পি.) দদাইদেৱে মোৰ নাম দিছিল "বাঁহী"। সুললিত মাতৰ কাৰণে পোনা ককাইদেৱে নামি দিছিল "সুললিতা"। মই সেই অকমান থকাৰে পৰা বৰগীতো গাইছিলো। বৰগীতবিলাক কঠিন ৰাগত বন্ধা। সেইবিলাক পিছে দেউতা-বৰমাৰ পৰা মুখে মুখেই শিকা। সকলো কামতে, সকলো কথাতে আমাৰ বৰ আন্তৰিকতা আছিল। বৰ শ্ৰদ্ধাৰে, বৰ নিষ্ঠাৰে কথাবোৰ শিকিছিলো। সৰুকালিৰ কথা বুলিলেই মনত পৰে দুটা বৰ সজীৱ স্মৃতিলৈ— প্ৰথমটো হৈছে মাঘমহীয়া পুৱতি নিশাতে উঠি ডাঠ কুৱলীৰ মাজে মাজে নিয়ৰ গচকি গচকি বৰমা, মাৰ লগত আৰু ঘৰৰ দুই-চাৰিগৰাকীৰ লগত খোজকাঢ়ি গৈ দিখৌ নৈত মাঘীস্নান কৰা কথাটো। মাঘ মাহটো পুণ্য মাহ বুলি গণ্য কৰা হয়। সেই যে পুৱঁতি নিশাৰ আন্ধাৰ, আন্ধাৰৰ সিপাৰে থকা পোহৰে লাহে লাহে নাইকিয়া কৰি পেলায়, আন্ধাৰ কুৱলী আৰু হেঙুলী ঊষাৰ কিৰণ বিয়পি পৰা ব্ৰহ্ম মুহূৰ্ত, নদীৰ পানীত জিলমিলাই উঠা তৰংগ দিগন্ত বিয়পা আকাশ।

সেই স্নিগ্ধতা, সেই সৌন্দৰ্য, কি অপৰূপ, কি অপৰূপ। আমাৰ মন মিলি যাব খোজে প্ৰতিটো সৌন্দৰ্যৰ মাজত। আমি পানীত নামি স্নান কৰি উঠি পূবৰ পিনে চাই পোহৰক প্ৰাৰ্থনা কৰো। স্নান কৰিবলৈ যাওঁতেই বাটে বাটে পুৱাৰ বৰগীত গাই যাওঁ। আহোঁতেও আমি বৰগীত গাই গাই উভটি আহোঁ। নামঘৰৰ থাপনাৰ কাষত জ্বলি থকা বন্তিৰ দৰে, এই স্মৃতি মোৰ হৃদয়ত এতিয়াও জলমল কৰি আছে।

তেনেকৈয়ে আমি সৰু থাকোতে অশোকাষ্টমী তিথিত (প্ৰায়ে চ'ত মাহত পৰে) দূৰৰ দিচাং ঘাটলৈ অশোকাষ্টমী স্নান কৰিবলৈ যোৱা স্মৃতি উজ্বল হৈ আছে। তেতিয়া গাড়ী, মটৰ মানুহৰ ঘৰে ঘৰে নাছিল। দিচাংমুখলৈ বাছো নাছিল। ডাঙৰ ডাঙৰ বলদ গৰুৱে টনা মজবুত গাড়ী একোখনত ধানখেৰ পাৰি তাৰ ওপৰত বিছনা-চাদৰ গাৰু দি ধুনীয়া বিছনা কৰি দিয়া হয়। শাৰী

শাৰীকৈ গাড়িবোৰ সজোৱা। সেই গাড়ীবোৰত, সন্ধিয়াতে ভাত-পানী খাই উঠি আমাৰ ওচৰ চুবুৰীয়াৰ সৈতে ৰাতিৰ ৰাতিটো আমি গৈ থাকো। গাড়ীবোৰৰ ভিতৰত কোনোবাই লগত হাৰমনিয়াম লৈ যায়, কোনোবাই নিয়ে খোল-তাল, কোনোবাই নিয়ে ঢোল, পেঁপা, বাঁহী। ওৰে বাটটো নামে-গুণে ৰজন্‌জনাই যায়। মাজে মাজে গাড়ীৰ পৰা নামি আমি কিছু বাট খোজ কাঢ়িও যাওঁ। সপ্তমীৰ জোনৰ পোহৰ পৰি ৰাতিৰ গছ-বন মায়াময় হৈ উঠে। ৰাতিপুৱাৰ সময়ত যেতিয়া ব্ৰহ্মপুত্ৰৰ বালি পাওঁগে বালিবোৰত অসংখ্য 'তম্বু'ত মানুহ থকা দেখা পাওঁ। শাৰী শাৰী আঁৰিয়া জ্বলাই স্নান কৰিবলৈ যোৱা মানুহেৰে নাম-কীৰ্তন কৰি ব্ৰহ্মপুত্ৰৰ বালি মুখৰিত কৰি ৰাখে। কাহিলিপুৱাৰ লগে লগে হয় স্নানৰ আৰম্ভ— একককাল পানীত নামি স্নানৰ অন্তত আটায়ে ৰঙা অশোক ফুল, জবা ফুল দি সূৰ্য্য অৰ্ঘ্য দিয়ে, সূৰ্য্য প্ৰণাম কৰে। আমিও সেইদৰে কৰি তম্বুৰ ভিতৰত ষ্টভ জ্বলাই কৰা চাহৰ লগত ঘৰৰ পৰা নিয়া পিঠা-পনাৰ জলপান খাওঁ, উন্মুক্ত বালিত অপাৰ আনন্দত লৰি-ঢাপৰি ফুৰো। অইনবোৰৰ দৰে, মাহঁতে ফেৰফেৰীয়া বতাহত জুইৰ লগত যুঁজি যুঁজি ভাত ৰান্ধে। দুপৰীয়া সেই বালি-ভাত খাই অফুৰন্ত আনন্দ মনেৰে আমি ঘৰলৈ ওভতো। এতিয়া পিক্‌নিক্ হ'ল মানে বনভোজ। আগতে আছিল নদীৰ পাৰৰ 'বালি-ভাত'। এই যে দিগন্ত বিয়পা মুকলিলৈ ওলাই গৈছিলো, সমূহীয়া আনন্দ কৰিছিলো, কি যে মনোৰম, কি যে মনোৰম!

আমাৰ দিনৰ সৰুকালি বুলিলে মনত পৰে জাৰকালি আঘোণ বা পুহ মাহত পতা 'ন-খোৱা' উৎসৱলৈ আৰু অতিশয় আনন্দেৰে ভৰা বিহুৰ দিনবোৰলৈ। আমাৰ দিনত প্ৰতিঘৰ মানুহৰে কম হওক, বেছি হওক খেতিৰ মাটি আছিল। তাত হয় নিজে খেতি কৰে, নহ'লেবা অন্য খেতিয়কক আধি দিয়ে। আধি লওঁতাজনে আধা ধান মাটিৰ গিৰীহঁতক দিয়ে, আধা ধান নিজে লয়। আটাইৰে ঘৰত ভঁৰাল থাকে— তাতে গছি ধান বা গুটি ধান ভৰাই সাঁচি থয়। মাজে মাজে তাৰে ধান উলিয়াই, গছি ধান হ'লে ঘৰৰ চোতালত গৰুৰে মৰণা মাৰি ধান উলিয়াই ৰ'দত দি নাইবা বহাই-শুকুৱাই ঢেঁকীৰে ঘৰতে নহ'লে কলত দি চাউল উলিয়াই লয়। ন-চাউল প্ৰথমে দ'ল, দেৱালয়, নামঘৰ বা গোঁসাই ঘৰত দি গোঁসাইলৈ আগবঢ়ায়। তাৰ পাছত ঘৰলৈ দহ-বিশজন মানুহ মাতি (পাৰিলে বেছিকৈয়ে মাতি) 'ন-খোৱা' ভোজ পাতে। আজি ইঘৰত, কালিলৈ সিঘৰত ভোজ হয়। শাক-পাচলিৰ ফুৰফুৰিয়া গোন্ধেৰে চৌদিশ আমোল-মোলাই যায়। আমাৰ ঘৰতো তেনেকৈয়ে ডাঙৰকৈ ভোজ পাতিছিল। ঘৰৰ শাকনিবাৰীৰ লাই-লফা, পালেং, ধনীয়া, কবি, মূলা, বেঙেনা ডাঙৰ ডাঙৰ পাটিত ন-জহা চাউলৰ লগত সজাই চাউল, আলু, নিমখ, হালধি, তেল, মছলা দিয়াৰ উপৰিও প্ৰতিটো সিধাৰ লগত ডাঙৰ ডাঙৰ একোটাকৈ মাছো দিয়ে। গৰু ঘিঁউ, দৈও দিয়ে।

ভোজ খাবলৈ নাহি ঘৰত থকা সকললৈ এই সিধা ঘৰে ঘৰে পঠোৱা হয়। দেখি মোৰ বৰ ভাল লাগে। মৰম-চেনেহৰে ভৰপূৰ এইবোৰ আদান-প্ৰদান।

মাঘ বিহুতো তেনেকৈ উভৈনদীকৈ বিধে বিধে সুস্বাদু পিঠা-পনা, লাড়ু, পায়স প্ৰস্তুত কৰা হয়। তিলপিঠা, ঘিলাপিঠা, ফেনীপিঠা, আলুপিঠা, তিলৰ লাড়ু, নাৰিকলৰ লাড়ু, গমৰ লাড়ু কৰা হয়। ভুজিয়া, কৰৈ, নানখাতাও ঘৰত কৰিবলৈ মাইঁতে পাচত শিকিলে। বিহুৰ আগৰাতি উৰুকাৰ লগে-ভাগে ভোজ। পুঁৱতি নিশা হিঁলৈ ফুটা প্ৰকাণ্ড মেজিৰ আকাশ চোৱা জুই। আমি গা-পা ধুই কাঠআলু, মাহ গোটকৰাই দি মন্ত্ৰ মাতি অগ্নিসেৱা কৰোঁ। মকৰ সংক্ৰান্তিৰ দুপৰীয়া চিৰা-সান্দহৰ লগত এঠা দৈৰ জলপান। ফাগুনৰ পৰা উথপ-থপ লাগে বহাগ বিহুৰ কাৰণে গামোচা লগোৱাৰ। ঘৰে ঘৰে মাকোৰ খিট-খিটনি, গৰকাৰ হেঁচা। ৰঙা সূতাৰ ভমকাফুলীয়া ফুল বাচি ঘৰৰ আটাইকে, আত্মীয়-কুটুম্বকো চেনেহৰ উপহাৰ 'বিহুৱান' দিয়া নিয়ম।

ঘৰত যেনেকৈ তাঁত বোৱাৰ খদমদম দেখো, খেতি চপাই আজৰি হোৱা আৰু নতুন খেতিৰ কাৰণে আগবঢ়া খেতিয়কসকলৰ ঘৰে ঘৰে ৰাতি ৰজনজনাই যোৱাকৈ বিহুৰ ঢোল আৰু পেপাঁৰ মন বিয়াকুল কৰা সুৰ শুনো। কুলিয়ে ক'ৰবাৰ পৰা অমিয়া মাত শুনায়— কুউ, মইও কওঁ কুউ, নাহৰৰ পাত ৰঙচুৱা হয়, অ'ত ত'ত, ওলমি কপৌফুল ফুলে, পলাশ, মদাৰৰ, ৰঙা ফুলেৰে আকাশ ৰাঙলী হয়— গছে-বনে ৰমকজমককৈ বিহু আহে, অসমীয়া মানুহৰ প্ৰাণ নতুনকৈ জাগে, নাচে গীতে বিহু আদৰিবলৈ উতলা হয়। গৰু বিহুৰ দিনা গৰুক মাহ-হালধিৰে গা ধুৱাই, গালৈ চাক দলিয়াই শুভ কামনা কৰি, গধূলি পদূলিত 'জাগ' দি গৰুক পিঠা-পনা খুৱাই নতুন পঘা দিয়ে। পাছদিনা 'মানুহ বিহু'ৰ দিনা মানুহে মাহ-হালধি সানি গা ধুই, নতুন গামোচা লৈ ভগৱানক প্ৰাৰ্থনা কৰি আনন্দ উৎসৱৰে চিৰা-পিঠা-লাড়ু, পায়স খাই নতুন বছৰ আদৰে। কড়ি খেলাই কড়ি খেলে, কণী যুঁজাব জনা জনে কণী যুঁজায়, ধুমুহা বৰষুণত ঘৰ ভাগি নপৰিবলৈ নাহৰ পাতত মন্ত্ৰ লিখি ঘৰৰ ছালত থয়। আমি আবেলীৰে পৰা যোৰা যোৰে ঘৰলৈ অহা হুচৰী আদৰো, গীত-নাচ চাই আনন্দ কৰোঁ, লগতে কেতিয়াবা এপাক নাচোও। ৰাতিৰ ৰাতিটো উঠি উঠি হুচৰী চোৱা আৰু হুচৰীক তামোল-পাণ দি সেৱা কৰি আশীৰ্বাদ লোৱা নিয়ম। এইবোৰ উখলা-মাখলত আমাৰ সৰুবোৰৰ জেতুকা বন্ধা হাতৰ কাপোৰৰ মুঠি খুলি খুলি পৰে। পুৱালৈ হাতৰ তলুৱাত জেতুকাৰ ৰং নেলাগিব বুলি আমি কান্দো, মাইঁতে আকৌ বান্ধি বান্ধি দিয়ে। ৰাতিপুৱা শুই উঠি যেতিয়া ৰঙচুৱা হাত দেখো আমাৰ কি স্ফূৰ্তি!

আমি সৰুকালিতে খেলা খেলবোৰলৈও মনত পৰে। সেই খেলবোৰৰ ভিতৰত বিশেষকৈ আছিল আমাৰ নাৰিকলৰ কোৰোকাত চোতালত চৌকা পাতি ভাত ৰন্ধা খেল আৰু দৰা-কইনাৰ

বিয়াপতা খেল। কাপোৰৰ পুতলা সাজি আইতা-মাইঁতে দৰা-কইনা সাজি দিয়ে। ৰিহা মেখেলা-চাদৰ পিন্ধাই দিয়ে। দৰাকো তেনেকৈ পিন্ধাই দিয়ে চোলা চুৰীয়া চাদৰ। মূৰত তুলসীৰ মালা। আমাৰ লগৰীয়া এঘৰত দৰা থাকে, এঘৰত থাকে কইনা। মোৰ এখন পেৰম্বুলেটৰ আছিল। তাৰ লগত ডাঙৰ বাকচ কেইটামানত দেউতাই চকা লগাই গাড়ী কৰি দিছিল। এইবোৰতে উঠি পুতলাবোৰ যায় জোৰোণ দিবলৈ। পেৰেম্বুলেটৰত দৰা যায়। আমি গামোচাৰে বা মাইঁতৰ ৰিহাৰে ওৰণী-বাৰণী লৈ জোৰোণ আদৰো, দৰা আদৰো নাম গাওঁ, ছোৱালী দৰাই লৈ গ'লেই সঁচাসঁচিকৈ কান্দো। মাইঁতে সঁচাকৈয়ে জা-জলপানৰ যোগাৰ ধৰে। ওচৰ চুবুৰীয়া ল'ৰাবোৰৰ লগত মই ঘৰৰ চোতালত মাৰ্বল আৰু ফুটবলো খেলিছিলো। সৰুতে জৱাহৰলাল নেহৰুক বক্তৃতা দিয়া দেখি মইও ঘৰৰ চোতালত মূঢ়া বা টুল এখনত উঠি "ভাই অ বহিন অ" বুলি চিঞৰি জনাই নজনাই কিবাকিবি কৈ খুব বক্তৃতা দিছিলো। শ্ৰোতা থাকে কেৱল মোৰ ভনীজনী, অকনী।

ঘৰৰ সমুখৰে মিনি এমন বাইদেউৰ স্কুলত সৰুতে পঢ়োতে মই সদায় বাৰান্দাৰ খুটা এটাত ধৰি সকলোকে নেওঁতা মতোৱাৰ কাম আছিল, যোগ-বিয়োগ, পূৰণ-হৰণৰ বৰ নেওঁতা, মাজু নেওঁতা, সৰু নেওঁতা আটাইবোৰ মোৰ মুখস্থ আছিল। তাৰোপৰি 'আৰ্য্যাবোৰো'। সেই কাৰণে সকলো মৌখিক সকলো অঙ্ক তৎক্ষণাৎ কৰিব পাৰো, স্কুলত সদায় প্ৰথম হওঁ আৰু বৃত্তি পৰীক্ষাতো অসমৰ ভিতৰতে প্ৰথম হৈছিলো। হাতৰ আখৰো বৰ সুন্দৰকৈ লিখাৰ অভ্যাস কৰিছিলো। মোৰ ঘৰুৱা শিক্ষক গুণ মামাৰে এইবোৰ ক্ষেত্ৰত বৰ মনত পৰে। তেখেত বৰ চোকা মানুহ আছিল। অকমান ভুল হ'লেই এনেকুৱাকৈ টেবুল ভুকুৱাই ধমকি দিয়ে যে ভয়ত প্ৰাণবায়ু ওলাই যোৱা যেন হয়। স্কুলৰ শিক্ষয়িত্ৰী মিনি বাইদেউ, ভবানী বাইদেৱেও চিলাইকে আদি কৰি কম কথা শিকালেনে। এইবোৰ শিক্ষাই গোটেই জীৱন জুৰি থাকিল। শিক্ষক-শিক্ষয়িত্ৰীক আমি অতি সন্মান আৰু ভয় কৰিছিলো। ব্ৰহ্মপুৱাতে উঠি হাত-মুখ ধুই সেৱা কৰি লৈ পাঠ পঢ়িছিলো। পঢ়া হ'লে কিতাপ-চিলট মূৰত তুলি লৈ 'সৰচতী, সৰচতী কণ্ঠে কলাপী', গাইছিলো। সন্ধিয়াও ডবাত কোব মৰাৰ লগে লগে পঢ়াৰ মেজত গোঁসাই সেৱা কৰি বহোঁগে। আবেলি বাহিৰা কিতাপ পঢ়ো। প্ৰথম কি দ্বিতীয়মানতে মই প্ৰকাণ্ড আৰব্য উপন্যাসখন পঢ়িছিলো। কিতাপ পঢ়া ক্ষেত্ৰত আৰু এটা সুন্দৰ স্মৃতি মনলৈ আহিছে। আমাৰ ওচৰ চুবুৰীয়া কেইবাগৰাকী আইতা একেবাৰে নিৰক্ষৰ আছিল। তাৰ ভিতৰত 'নাজিৰণী আই' বোলা আইতাগৰাকী আগৰণুৱা আছিল। তেখেতৰ অনুৰোধ মতেই মোৰ সাত কি আঠ বছৰমান বয়সতেই আমাৰ ঘৰৰ ডাঙৰ বাৰাণ্ডাত পাতি পাৰি পেট্ৰমাক্স লাইটৰ পোহৰত মই বহুত ৰাতিলৈকে তেখেতসকলক মহাভাৰত ৰামায়ণৰ পদ মাতি শুনাইছিলো। ৰামায়ণ মহাভাৰতৰ ভাল কথাবোৰৰ প্ৰভাবো মোৰ ওপৰত পৰিছিল।

সেই সময়ৰ অহিংস আন্দোলনৰ 'সত্যাগ্ৰহী'সকল ঘৰৰ আগেদি যোৱা দেখি দেখি মোৰ মনত সেই নবছৰতে দেশপ্ৰেম জাগিছিল আৰু নবছৰতেই প্ৰথম কবিতা লিখা আৰম্ভ হৈছিল মোৰ। কবিতাৰ বিষয় আছিল 'দেশপ্ৰেম'। কাশীনাথ বৰ্মণৰ "নাৰীৰত্ন" কিতাপখন পঢ়ি সেইসকল নাৰীৰ দৰে হ'বলৈ মন ঠিক কৰিছিলো। সৰুকালিতে সেই কাৰণে ডাঙৰ মানুহৰ জীৱনী ল'ৰা-ছোৱালীয়ে একান্তই পঢ়িব লাগে।

মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ

আমিও কৰিব পাৰো জীৱন গঢ়িত—

বৰ সঁচা কথা। চিনেমা, টি.ভি., ৰেডিঅ'ও আমাৰ দিনত নাছিল। আছিল সুন্দৰ সুন্দৰ কিতাপ, মহাভাৰত, ৰামায়ণৰ শিক্ষা, ঘৰৰ শিক্ষা। আছিল বিশ্বাস, আছিল আস্থা, আছিল পজিটিভ চিন্তা, ক'তো নিগেটিভ নাই। 'নোৱাৰো', 'নাই' এনে কথা মুখত কেতিয়াও নানিছিলো। সকলোতে কেৱল 'পাৰিম'। সকলো ভাল কথাকে ভাল পাবলৈ শিকিছিলো।

সৰুকালিৰ বিনন্দীয়া দিনবোৰৰ মূল কথা ছাগে এই আনন্দময়তা খিনিয়েই। বাল্য-বিবাহৰ যুগ চলি থকা কাৰণে নবছৰতে বিয়াৰ পাত্ৰী কৰি মোক আঙুঠি পিন্ধোৱা হৈছিল আৰু সৰুকালিটোৰ অন্ত পৰিছিল।

# লগৰী

কাৰ্ত্তিক নামেৰে এটি বৰ ধুনীয়া ল'ৰা আছিল। কাৰ্ত্তিকে ৰাতিপুৱাতে উঠি সদায় ফুৰিবলৈ যায়। গাত ৰাতিপুৱাৰ জিৰণিৰ বতাহ লাগে। বকুল ফুলৰ, শেৱালী ফুলৰ গোন্ধ বতাহত উটি আহে। কাৰ্ত্তিকৰ বৰ ভাল লাগে। জাৰকালি ঘাঁহৰ ওপৰত নিয়ৰ পৰে। কাৰ্ত্তিক তাৰ ওপৰেদি শুদা ভৰিৰে খোজ কাঢ়ি যায়। কাৰ্ত্তিকৰ মুখৰ ৰং আৰু ধুনীয়া হয়। হাত-ভৰিবোৰ লহপহিয়া হয়। এনেকৈ ফুৰিবলৈ যাওঁতে এদিন কাৰ্ত্তিক গৈ চিৰিয়াখানাৰ ওচৰ পালেগৈ। চিৰিয়াখানাৰ ময়ূৰ চৰাই এটা মাটিতে পৰি থকা দেখিলে। কাৰ্ত্তিকে ভাবিলে— কি হ'ল? চৰাইটোৰ জ্বৰ নেকি? এই বুলি চাই দেখে— নহয়, জ্বৰ নহয়। ভৰিটোহে কেনেবাকৈ ভাগিল। কাৰ্ত্তিকে লৰালৰিকৈ চৰাইটো সাৱটি ঘৰ পালেহি। ঘৰত ময়ূৰৰ ভৰিটো ধুৱাই দিলে, ডাক্তৰৰ পৰা দৰব আনি ভৰিত লগাই দিলে; ময়ূৰটোক খাবলৈ ফলমূল দিলে। দুদিনমানৰ পাছতে ময়ূৰটো ভাল হ'ল। কাৰ্ত্তিকে চৰাইটোক বৰ মৰম কৰিলে, চৰাইটোৰ বৰ ভাল লাগিল। চৰাইটোৱে কাৰ্ত্তিকৰ লগত থাকিম বুলি ঠিক কৰিলে। কাৰ্ত্তিকক ক'লে— "কাৰ্ত্তিক দাদা, মই তোমাৰ লগত থাকিমনে? তুমি ইমান মৰমীয়াল। তোমাক মই মোৰ পিঠিত তুলি লৈ ফুৰাম।" কাৰ্ত্তিকৰো চৰাইটোলৈ বৰ মৰম লাগিছিল। কাৰ্ত্তিকে ক'লে— "বৰ ভাল হ'ব, তুমি মোৰ লগতে থাকিবা।" তেতিয়াৰে পৰা ময়ূৰ কাৰ্ত্তিকৰ লগ হ'ল। কাৰ্ত্তিকক ময়ূৰে পিঠিত তুলি লৈ ফুৰিবলৈ ধৰিলে। চিৰিয়াখানাৰ পৰা ওলাই আহি ময়ূৰটোৰ ভালেই লাগিল।

কাৰ্ত্তিকৰ দাদাৰ নাম গণেশ। কাৰ্ত্তিকৰ ময়ূৰ গাড়ী দেখি গণেশৰো এখন গাড়ী ল'বৰ মন গ'ল। গণেশৰ পেটটো ডাঙৰ। তেওঁ বেছি লৰিব চৰিব নোৱাৰে। সেই কাৰণে এদিন পুৱাতে উঠি হাবিলৈ দূৰলৈ ফুৰিবলৈ নগৈ চিৰিয়াখানাৰ পিনেই গ'ল। চিৰিয়াখানাত যি পায় তাকে ল'বলৈ গণেশে ভাবিলে। গৈ দেখে চিৰিয়াখানাৰ দুৱাৰ বন্ধ। নিগনি এটাইহে বননিতে ইফাল-সিফাল কৰি ফুৰিছে। গণেশে সুধিলে— "তুমি কি বিচাৰিছা?" নিগনিটোৱে ক'লে— "মোৰ বৰ ভোক লাগিছে। ৰাতিপুৱাৰ চাহ খোৱা হোৱাই নাই। ক'ৰবাত চাউল বা খুদ পাওঁ নেকি তাকে চাইছো।" গণেশে ক'লে, "মই চাউল দিম, আমাৰ ঘৰলৈ যাবানে?" নিগনিয়ে ক'লে— "এনেয়ে বস্তু ল'লে বেয়া, তোমাৰ মই লগুৱাকে হ'ম দিয়া, মই পৰা কাম তোমাক কৰি দিম।" গণেশে ক'লে, "মোক লগুৱা নেলাগে দেও। মোক গাড়ী এখনহে লাগে উঠি ফুৰিবলৈ।" নিগনিয়ে ক'লে, "গাড়ী বাৰু পাচে পৰেও ল'বা, এতিয়া মটৰ-চাইকেল এখনকে লোৱাচোন। বৰ ভাল উঠিবলৈ। ময়ে তোমাৰ

মটৰ-চাইকেল হ'ম। তুমি উঠা।" গণেশে ভাবিলে চাওঁচোন উঠি— নিগনিৰূপী মটৰ-চাইকেলত উঠি গণেশৰ বৰ ভাল লাগিল। ষ্টাৰ্ট দিয়াৰ লগে লগে নিগনিয়ে টুকু টক্ কৰে গণেশক পিঠিত লৈ ঘৰ পালেহিয়েই। ঘৰখনত এতিয়া মটৰ এখন, মটৰ-চাইকেল এখন হ'ল। থ'বলৈ দুটা গেৰেজ লাগিব। গণেশ কাৰ্ত্তিকৰ মাকৰ নাম দুৰ্গা দেৱী। তেওঁ নন্দী আৰু ভৃঙ্গী নামৰ লগুৱা দুটাক কৈ গেৰেজ দুটা সজাই দিয়ালে খেৰ, বাঁহেৰেই। গণেশে নিগনিক খুৱাই-বুৱাই নোদোকা কৰি তুলিলে। ঘৰখনত পৰি থকা মাহৰ খুদ, চাউলৰ খুদ, চিৰাৰ খুদ, চেনিৰ দানা, পিঠাৰ গুড়ি এইবোৰ খায়েই নিগনি শকত হ'ল। গণেশে নিজৰ ভাগৰ গাখীৰ অকণ অকণো দিনৌ দিয়ে। কাৰণ ভাল মানুহে আটাইকে, ঘৰৰ পোহনীয়া বস্তুকো সি থৈ পাছতহে নিজে খায়। কাৰ্ত্তিক-গণেশে ময়ূৰ আৰু নিগনিৰ গা-পা ধুৱাইয়ো যত্ন লয়। যত্ন লোৱাৰ কাৰণে ময়ূৰ, নিগনি চিক্‌চিকাই থকা হ'ল। আবেলি হ'লে দুয়ো ময়ূৰ নিগনিত উঠি ফুৰিবলৈ যায়। মাকে মানা নকৰে। কাৰণ গধূলি হোৱাৰ লগে লগে ঘৰ সোমাই সদায় ঠিক মতে পঢ়া-শুনা কৰে।

কাৰ্ত্তিক গণেশৰ গাড়ী আছে। বায়েক দুজনীৰ নাই। গণেশৰ গাড়ীত গণেশ উঠে। কাৰ্ত্তিকৰ গাড়ীত কাৰ্ত্তিক। লক্ষ্মী আৰু সৰস্বতীয়ে মাকক কান্দি কান্দি ক'লে— "আমাৰহে একো নাই। আমাকো গাড়ী লাগে। মাকে ক'লে— "তোমালোকে নিজৰ কাম নিজে সকলো কৰা। গাড়ীও নিজে বিচাৰি লোৱা। মই বাৰু গেৰেজ দুটা সজাই দিম।"

লক্ষ্মী প্ৰথমতে চিৰিয়াখানালৈ গ'ল আৰু এফালৰ পৰা চৰাইবোৰ চাই গ'ল। ক'ৰবাত দেখোন উৰুলী দিছে। ক'ত চাওঁ। আম গছ এজোপাৰ ডালত পৰি থোলোকা থোলোক মুখেৰে ধুনীয়া ফেঁচা এটাই দেখোন লক্ষ্মীক দেখি আকৌ উৰুলী দিলে। লক্ষ্মীৰ বৰ ভাল লাগিল। ফেঁচাটোক সুধিলে— "তুমি কিয় উৰুলী দিলা?" ফেঁচাই ক'লে, "ভাল সময় হ'লে মই উৰুলী দিওঁৱেই।" "আৰু বেয়া সময় হ'লে?" লক্ষ্মীয়ে সুধিলে। ফেঁচাই ক'লে, "বেয়া সময় হ'লেও মই ক'ব পাৰো আৰু তেতিয়া বেলেগ ধৰণে মাতো। মই সময় গণনা কৰিব পাৰো।" লক্ষ্মীয়ে বৰ ভাল পালে। যাৰে তাৰে গাত গুণ থকা দেখিলে লক্ষ্মীয়ে বৰ শলাগে। কাৰণ গুণৰ মৰণ নাই আৰু সেই মানুহকে লক্ষ্মীয়ে লগ দিয়ে। ফেঁচাকেই লক্ষ্মীয়ে ল'ব বুলি ঠিক কৰিলে। ফেঁচাইও লক্ষ্মীক চিনি পাইছিলেই, সেই কাৰণে লক্ষ্মী অহা সময়তে উৰুলী দিছিল। লক্ষ্মীয়ে সুধিলে— "তুমি মোৰ লগত থাকিবানে?" ফেঁচাই ক'লে— "তোমাৰ লগত থাকিবলৈ মই বৰ ভাল পাম। কাৰণ তুমি সকলোৰে ভাল হোৱা কামহে কৰা। তোমাক মই পিঠিত তুলি তুলি য'লৈকে যোৱা ত'লৈকে লৈ যাম। সন্ধিয়া সন্ধিয়া যি মানুহৰ ঘৰত ধূপ-ধূনা দিয়ে তালৈ যেতিয়া যাবা ময়ে লৈ যাব পাৰিম। পদুম পুখুৰীলৈ গৈ তুমি যেতিয়া পদুমৰ পাহি ফুলাই দিবাগৈ, পদুমক চকাৰ ওপৰত

যেতিয়া বহিবাগৈ, তেতিয়া মই ওচৰৰ গছৰ ডালত পৰি উৰুলী দিম দেই।" ফেঁচাক মৰমেৰে লক্ষ্মীয়ে সাৱটি ধৰিলে আৰু ঘৰলৈ লৈ আহিলে। তেতিয়াৰে পৰা লক্ষ্মীৰ লগে লগে ফেঁচা ফুৰে। মাক দুৰ্গা দেৱীয়ে ফেঁচা গাড়ীক থ'বলৈও এটা গেৰেজ সাজি দিলে।

এতিয়া সৰস্বতীৰ পাল পৰিল। আটায়ে কিবা এটাৰ ওপৰত উঠি ফুৰে। সৰস্বতীয়েও সেই কাৰণে কিবা এটা বিচাৰি ওলাল। সৰস্বতীয়ে পুৱাতে হাতত বীণা লৈ নিজান ঠাইত বহি 'ৰেওৱাজ' কৰে। সেইদিনা সেইদৰে বিল এখনৰ পাৰৰ হাবিত ৰেওৱাজ কৰি থাকোতে, বিলতে ৰাজহাঁহ এটা উৰি আহি চাবোনেৰে সুন্দৰকৈ ডিঙি, মূৰ, গা, ভৰি ধুই গা ধোৱা দেখিলে। সৰস্বতীয়ে নিজেও চক্‌চক্ কৰে বগা। সৰস্বতীয়ে চাফ-চিকুণতা বৰ ভাল পায়। তাতে ৰাজহাঁহৰ কামবোৰ খৰতকীয়া মনৰ দৰেই বৰ খৰতকীয়া— উৰেও ওখ আকাশত খৰকৈ। লেধা কামবোৰ সৰস্বতীয়ে দেখিবই নোৱাৰে। সেই কাৰণে ৰাজহাঁহৰ প্ৰতি সৰস্বতীৰ মৰম লাগিল। ৰাজহাঁহেও সৰস্বতীৰ বীণা শুনি সৰস্বতীক পাবলৈ মনে মনে বিয়াকুল হ'ল। সৰস্বতীয়ে ৰাজহাঁহক ক'লে— "তোমাৰ কথাবোৰ দেখি বৰ ভাল লাগিছে। তোমাকে মোৰ বাহন কৰিব খুজিছো। তুমি ভাল পাবানে?" ৰাজহাঁহে উলাহত অধীৰ হৈ ক'লে— "কিমান ভাল হ'ব— তুমি সুন্দৰ সুন্দৰ কথাবোৰ শিকাবা, গীত শিকোৱা, সুৰ শিকোৱা, তোমাৰ অনুপম বক্তৃতা শুনিম। তোমাক মই পিঠিত উঠাই লৈ ফুৰিম। তুমি বীণা বজাবলৈ সঙ্গীত সন্ধিয়ালৈ গ'লে লৈ যাম, ৰেডিঅ'লৈ গলে লৈ যাম, মিটিঙত কথা ক'বলৈ গ'লে লৈ যাম, তুমি ভাল ভাল কবিতা ৰচনা কৰি থাকোতে, ছবি আঁকোতে, চিলাই কৰোতে মই কাষতে বহি শুনি থাকিম, চাই থাকিম। কি ভাল হ'ব।" এই বুলি কৈয়েই সেৱা কৰি পিঠিত সৰস্বতীক লৈ, ৰাজহাঁহে উৰা মাৰি ঘৰ পালেহি।

আটাইৰে গাড়ী মটৰ হ'ল। নাই মাক-দেউতাক শিৱা-দুৰ্গাৰহে। পুতেক-জীয়েকহঁতৰ গাড়ীবোৰ এনেকুৱা— এজন-দুজনহে উঠিব পাৰে। দুৰ্গা দেৱীৰো কিবা মন গ'ল— কিমাননো ঘৰতে ৰন্ধা-বঢ়া কৰি, তাঁত সূতা বৈ থাকিম। দেশত বেয়া দিন হ'লে যুঁজি বাগৰি ভাল কৰিবলৈও খৰধৰ কৰি ওলাই যাব লাগে। তালৈকে উঠি যাবলৈ কিবা এটা লাগে। তেওঁও এদিন ওলাই গ'ল চিৰিয়াখানালৈকে। বিচাৰি বিচাৰি চাই-মেলি তেওঁ ভাল দেখিলে সিংহকে। সোণালী কেশৰ, লাহী ককাঁল, গম্ভীৰ মূৰ্তি। তেওঁৰ লগত মিলিব। সিংহ পশুৰ ৰজা। একো অন্যায় সহ্য নকৰে। দেৱীয়েও নকৰে। দুৰ্গা দেৱীয়ে সিংহক মুকলিকৈ কথাখিনি ক'লে। দৰকাৰ হ'লে ভয়বিহীন হৈ যুঁজলৈও দুৰ্গাক লৈ যাব লাগিব বুলি ক'লে। সিংহই নিজকে ভাল কামত লগাবলৈ ভাল পায়। অসুৰক দুৰ্গাই মৰাৰ সময়ত সিংহইও কামুৰি অসুৰক কাহিল কৰিব পাৰিব। সিংহই আনন্দেৰে সন্মতি দিলে। দুৰ্গাই-সিংহ বাহনা হৈ ঘৰ পালেহি আৰু ভাল, মজবুত গেৰেজ এটা সিংহৰ

কাৰণেও সজা হ'ল।

এতিয়া ৰ'ল ঘৰৰ বুঢ়া শিৱ। তেওঁ ভাঙৰ জালতে খেতিলৈ যাবলৈও পাহৰে। জাল এৰিলে দিনে-ৰাতিয়ে ত্ৰিশূলেৰে খুচি খেতিকে কৰে। তেওঁ ওজাও। বহুত দৰব-জাতি জানে। দৰবৰ বন-লতাৰ খেতি কৰিব লাগে। তেওঁ ভাবি-গুনি চাই দেখিলে বৃষভকেই (বদল গৰু) (অসম্পূৰ্ণ)

# জগন্নাথ দৰ্শন

এক আছিল বুঢ়া-বুঢ়ী
নাছিল সিহঁতৰ ল'ৰালুৰি
বুঢ়াই বোলে "বুঢ়ী শুন
কত মানুহ তীৰ্থলৈ গৈছে
 আমিও এবাৰ যাওঁ,
বুঢ়ীয়ে ক'লে ঠেহেৰ্ কৰি
 "বুঢ়া তোৰ পৰকিতি লৰিল,
 বুঢ়া কালত পইচাকেটা
 কিয় পানীত পেলাওঁ?
বাৰী ভৰি জিকা ফুলিছে
ছাল ভৰি কোমোৰা লাগিছে
 এইবোৰ কোনে চাব?
ইহ্ এওঁ তীৰ্থলৈ যায়
 অমিতাৰ কলি গছ ভৰি
 এই সোপাকে
 মলুৱা বান্দৰবোৰৰ
 পেটলৈহে যাব।"
তেনেহ'লে থাক তই
ময়ে যাওঁ অকলৈ
তোকে ৰখি থাকিলো মই
 আজি অতকালে
বুঢ়ায়ে খালে ভয়
কিজানিবা কণা-মুনা বুঢ়াটোৰ
তীৰ্থলৈ গৈ অকলশৰে
 আলাই-আথানি হয়।।

ভাবি-গুনি বুঢ়ীয়ে ক'লে
 "ঠিক আছে যাম, ময়ো যাম
এতিয়া ঘৰ ৰখীয়া মানুহ এটা
 খবৰ কৰি আন
নামঘৰৰে ভকত এজন
 তেওঁকে আনি থম
তীৰ্থৰ পৰা চন্দন আনি
 ভগাই-বটাই লম।
বুঢ়ীয়ে বোলে ভাল কথা
 দিন-বাৰ এটা চা
ৰাতিপুৱাই যাম ওলাই
কাউৰীবোৰে যেতিয়া
 কৰিব কা কা
'ঊষা-যাত্ৰা' তাকেই বোলে
বুজিছনে বুঢ়ী
যাত্ৰা মঙ্গল হ'ব আমাৰ
 যদিও আমি বহুদিন জুৰি
 ফুৰিম ঘুৰি পকি।
কোমল চাউলৰ টুপলি
পানী পালেই মুকলি
 লোণ-আদাৰ টুপলিও ললে
'শুকান থেকেৰাৰো
দুপাহমান লগত ল'
 বুঢ়াই সোঁৱৰাই দিলে
বুঢ়া-বুঢ়ী ৰেলত উঠিল

গাঁৱৰ লোকক মাত লগাই
আওজি বহিল।
ঘৰত এৰি অহা
লাও, জিকা, কোমোৰাবোৰলৈ
ঘনে ঘনে বুঢ়ীৰ দেহি মনত পৰিল।
হে প্ৰভু ৰাখিবা ঠিকে-ঠাকে
চোৰে নিনিয়াকৈ আৰু
পোকে নুকুটাকৈ
মলুৱাই নোখোৱাকৈ একো।
বুঢ়ীয়ে কৰিলে সেৱা
ঘৰৰ পিনে চাই
চকুলোৰেই বৈ গ'ল দেখো
ভঁকিয়াই ভঁকিয়াই
ঝক ঝক ঝক ৰেল চলি গ'ল
গৈ গৈ গৈ গৈ
তীৰ্থস্থানখনি পাবৰেই হ'ল।।
জগন্নাথৰ ক্ষেত্ৰ এইয়া
মহাতীৰ্থ পুৰী
সোমাল মন্দিৰ দুয়ো
সাগৰত ডুব এটা মাৰি।।

পাণ্ডাৰ দেখি কোব
তবধ মানিলে
পাণ্ডাই ঠেলি হেঁচি
আগলৈ নিলে
হৰি! হৰি!
পাণ্ডাই মাৰেও দেখোন
মূৰত এচাটি
"দেখ দেখ বলভদ্ৰ
সুভদ্ৰা জগন্নাথ।"
ক'ত আছে জগন্নাথ ক বুঢ়া ক
সমুখতে আছে দেখোন চা চাই ল।।
বুঢ়ীয়ে কয়, জগন্নাথ মই দেখা নাই
কি দেখিছ তেনেহ'লে?
চকুৰ আগত সেইবোৰ
জিকা, লাও, অমিতা
হৰি! হৰি! বুঢ়ী তই
কি কাণ্ড কৰিলি?
"জগন্নাথৰ ঠাইত তই
কোমোৰা দেখিল।"

# সৰু ল'ৰা-ছোৱালীৰ ওমলা গীত

ভৰিৰ ওপৰত তুলি দোলাই দোলাই মাক-দেউতাকে অকণমানিটোক দোলাব—

(১) দোলে মাইনা দুলিলে
বনৰ বকুল ফুলিলে
পখিলাবোৰ উৰিলে
ৰুণুক জুনুক কৰিলে
জোনবাই ওলালে
তৰাবোৰে হাঁহিলে
আন্দাৰবোৰ কেনি গ'ল?
কাষলতিৰ তলত
(কুট্‌কুটাই) চাওঁ চাওঁ চাওঁ উৰি গ'ল
উৰি গ'ল
ফুৰুৎ ...

সোঁ সোঁ সোঁ সোঁ
বতাহ বলিল
ৰুণুক জুনুক কৰি

ফাগুন আহিল
পাতে পাতে উৰি গ'ল
লাহতী আচল
চৰাই গীতৰ যেন
উখল-মাখল।।

পলাশ ফুলত আছে
গেৰুৱা ৰহন
মদাৰ ফুলত ৰঙা
তেজৰ বৰণ।
তৰাৰ লাহী পানী
আকাশতে উৰে
জোনাকীয়ে বননিতে
তিনি পাক মাৰে।।

# সন্তান শুৱাওঁতে মাক বা আইতাকে গোৱা নিচুকণি গীত

(১) লাই হালে জালে
আবেলি বতাহে
লফা হালে জালে পাত
আমাৰে মইনা
হালিছে জালিছে
টোপনি ধৰিছে ছাগে।
জিলমিল চকুহাল
মুদ খাই আহিছে
সপোন দেখিবৰে হ'ল
পৰীৰে ডেউকা
দুখনি আঁৰি লৈ
সপোনৰ দেশলৈ গ'ল।

(২) আমাৰে মইনা
শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰিব
মইনাই বুটলি খাব।

(৩) টোপনি টোপনি
হাৰলী টোপনি
তোৰে কলে তলত ঘৰ
সকলো ৰাইজৰ টোপনি আহি
মইনাৰ চকুতে ধৰ।।

(৪) চুম চুম চুম
কপালতে চুম
দুচকুতে চুম
শুন পাৰ শুন
নিদিবি তই ৰুণ
সাৰ পাই যাব সোণ
হ'লে গুণ গুণ
চুপ চুপ চুপ
শুন পাৰ দিম তোক
তিনি টকা ৰূপ
মনে মনে থাক হেৰ
ৰ'দৰে চাই ৰূপ।।

দোলে মাইনা
দুলিলে, হালি জালি পৰিল।
গুলঞ্চ ফুল
ফুলিলে
মাইনাই বুটলিলে।
এক দুই তিনি চাৰি
পখিলাবোৰ গ'ল উৰি
জিৰি জিৰি জিৰি জিৰি
জিৰ জিৰ জিৰ

# বিভিন্ন ক্ষণত নিৰ্মলপ্ৰভা বৰদলৈ



গুৱাহাটীৰ ছাত্ৰীবাৰীৰ হোষ্টেলত

ড° ভূপেন হাজৰিকাৰ সতে নিৰ্মলপ্ৰভা বৰদলৈ



গেংটকত সাহিত্য একাডেমীৰ আলোচনাচক্ৰত মহাশ্বেতা দেৱীৰ সতে নিৰ্মলপ্ৰভা বৰদলৈ



কলিকতাত পশ্চিম বঙ্গ চৰকাৰে আয়োজন কৰা সাহিত্যমেলাত নিৰ্মলপ্ৰভা বৰদলৈ



ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু দেবেন্দ্ৰনাথ বৰদলৈ (মামা) ৰ সতে গীতানগৰৰ নিজ বাসভৱনত



নিৰ্মলপ্ৰভা বৰদলৈৰ জন্ম
দিন প্ৰেৰণা দিৱসত
(২০ জুনত)



নৱ নীতা দেৱসেন
আৰু
নৱকান্ত বৰুৱাৰ সতে
কবি সন্মিলনত



ড° ভূপেন হাজৰিকাৰ সতে
গীতৰ সুৰ কৰি থকা
অৱস্থাত

